ধেমালিৰ চলেৰে ভাষাতত্ত্ব জ্ঞান আৰু ভাষাতত্ত্ব আধাৰিত ৰস-ৰচনা

# কথাৰ কথা
# আৰু
# অনৰ্থক কথা

ড° উপেন ৰাভা হাকাচাম



বাণী মন্দিৰ

ডিব্ৰুগড় • গুৱাহাটী • তেজপুৰ • যোৰহাট

কথাৰ কথা
আৰু
অনৰ্থক কথা

BMBN-KKAAK-0069

প্ৰচ্ছদ পট : প্ৰাঞ্জল

**Kathār Kathā Āru Anarthak Kathā** : *A compilation of essays for learning linguistics through fun and funny essays based on linguistics, written in Assamese by Proff Upen Rabha Hakacham, Dept of Assamese, Gauhati University, Guwahati and Published by Utpal Hazarika, on behalf of* ***BANI MANDIR***, *M.M.C Bhawan, Hedayetpur Guwahati- 781003.*

*1st Edition 2010 A.D* *Price Rs 75.00 only*

প্ৰকাশন উপদেষ্টা : সূৰ্যকান্ত হাজৰিকা

প্ৰকাশক : উৎপল হাজৰিকা, বাণী মন্দিৰ, মহেন্দ্ৰ মোহন চৌধুৰী ভৱন, হেদায়েৎপুৰ, গুৱাহাটী-৩ ● পৰিবেশক : উজ্জ্বল হাজৰিকা, বাণী মন্দিৰ, চন্দ্ৰকান্ত হাজৰিকা পথ, নতুন বজাৰ, ডিব্ৰুগড় -১ ● পৰিবেশক : মনাস্মৃতা হাজৰিকা, লাবণ্য প্ৰকাশ, বাণীবাৰী, পাণবজাৰ, গুৱাহাটী-১ ● মুদ্ৰণ : লাবণ্য প্ৰকাশন, ডি-৫, উদ্যোগপাম, আমিনগাঁও, গুৱাহাটী।

প্ৰথম প্ৰকাশ : ২০১০ চন। মূল্য : ৭৫.০০ টকা মাত্ৰ।

# উছর্গা

নিজে ভাষা-চৰ্চাৰ দিশত নব-চিন্তাৰ সংঘটনকাৰীৰ ভূমিকা লৈ, আমাকো 'সম্পূৰ্ণ অগতানুগতিকভাৱে আনে নভবা বহু কথা' ভাবি নিজ লেখাবোৰত দক্ষতাৰে বিশ্লেষণ কৰি কিছু বিতৰ্কিত ভূমিকা ল'বলৈ সদায় অনুপ্ৰেৰণা জগোৱা বিশিষ্ট ভাষাবিদ ড° ৰমেশ পাঠক ছাৰৰ নামত এই ব্যতিক্ৰমধৰ্মী গ্ৰন্থখনি উছর্গা কৰিলোঁ।

পাঠক ছাৰৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনাৰে—

(উপেন ৰাভা হাকাচাম)
*অধ্যাপক, অসমীয়া বিভাগ*
*গুৱাহাটী বিশ্ববিদ্যালয়*

## প্ৰকাশকৰ এষাৰ

'কথাৰ কথা আৰু অনৰ্থক কথা'ৰ আঁৰতো আছে বহুতো কথা। অসমীয়া বিভাগৰ কৃতী অধ্যাপক ড° উপেন ৰাভা হাকাচামদেৱৰ সৈতে কথাই কথাই এদিন 'কথা'ৰ কথা ওলাল। অসমীয়া ভাষাত 'কথা'ৰ মহিমাৰ কথা বাঢ়ি আমাৰ আলোচনা পৰ্বত প্ৰমাণ হ'ল। অঙ্কুৰিত হ'ল সাৰুৱা গ্ৰন্থ চিন্তাৰ বীজ।

অধ্যাপক হাকাচামদেৱে তেখেতৰ সিঁচৰতি হৈ থকা 'কথা' থুপাই 'কথাৰ কথা আৰু অনৰ্থক কথা'ৰ জুমুঠি সাজিলে। তেল-টেঙা ঘঁহি, চুচি-মাজি ইয়াক গ্ৰন্থৰূপে পাঠকৰ কাষলৈ লৈ যোৱাৰ ভাৰ ল'লোঁ আমি।

ভাষাতত্ত্বৰ দৰে গভীৰ বিষয়বস্তুক সুৰীয়া ব্যঙ্গাত্মক লিখনিৰে প্ৰকাশ কৰা সহজ কথা নহয়। তথাপি ড° হাকাচামদেৱৰ এই প্ৰয়াস নিশ্চয় ধন্যবাদাৰ্হ।

'কথাৰ কথা'ই পাঠকৰ মনতো নতুন কথাৰ বীজ সিঁচিলে আমি ভাবিম আমাৰ প্ৰচেষ্টা সাৰ্থক হৈছে।

**উৎপল হাজৰিকা**

## আগকথা

শ্ৰীমান উপেন ৰাভা হাকাচামৰ 'কথাৰ কথা' শিৰোনামাৰ এলানি নিবন্ধ কোনো এখন কাকত নে আলোচনীত পঢ়ি মই বৰ আকৃষ্ট হৈছিলোঁ, আৰু তেওঁক তেনে নিবন্ধ আৰু কেইটামান লিখি কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ পৰামৰ্শ দিছিলোঁ। তেওঁ সম্প্ৰতি সেই কিতাপখন সম্পূৰ্ণ কৰিছে আৰু অসমীয়া পাঠক সমাজৰ ৰসাস্বাদনৰ বাবে আগবঢ়াইছে।

ভাষাৰ দৰেই হাকাচামৰ কিতাপখন গড়গএগা কটাৰীৰ দৰে। ডাবেৰেও কাটে, ধাৰেৰেও কাটে। বোধ হয় 'কথাত কটা যায়, কথাত বটা পায়', এই আপ্তবাক্য সুঁৱৰি তেওঁ অসমৰ গণ্যমান্য গুণীজনৰ প্ৰীতি উৎপাদন কৰিব পৰাকৈ ভাষাৰ যি বহুবাচিকতা তথা অৰ্থবৈভৱ, তাৰ প্ৰতি লেখক পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে। কিন্তু মই ক'বলৈ বাধ্য হৈছোঁ যে অসমীয়া ভাষাৰ অক্ষয় ভাণ্ডাৰৰ দৰে মহিমা উন্মোচন কৰিবলৈ গৈ সাধাৰণ পাঠকৰ মনোৰঞ্জনৰ বাবে তেওঁ সস্তীয়া হিন্দী টি-ভিৰ ধাৰাবাহিকৰ অনুকৰণত মাজে সময়ে হিন্দী ইংৰাজী মিহলি যি ৰসিকতাৰ চেষ্টা কৰিছে, তাৰ প্ৰয়োজন নাছিল। সি কিতাপখনৰ অনস্বীকাৰ্য মূল্য হ্ৰাস কৰিব বুলি ভয় হোৱাতহে কথাষাৰ বেকত কৰিছোঁ। 'ভিন্ন ৰুচিৰ্হি লোকাঃ'। তথাপি যিবোৰ ক্ষমতাশালী মহলৰ প্ৰভাৱে আজিকালি পৰজাক জৰৌ-বৌৰা কৰিছে, সেইবোৰ মহলেই যে আমাৰ আপুৰুগীয়া সংস্কৃতিকো বিজতৰীয়া আৰু বিকৃত ৰুচি কৰিব পাৰে, সেই বিষয়ে তেওঁ সতৰ্ক থকা ভাল।

কিতাপখন কিন্তু ভাষা-সাহিত্যৰ অনুৰাগী সকলৰ বাবে এক চিত্তাকৰ্ষক তথা হিতকৰ পাথেয়— ওপৰোক্ত আতিশয্যখিনি

বাদ দিলে আচলতে ভাষাৰ নানা সমল চৰ্চাৰ জৰিয়তে আয়ত্ত কৰিব নোৱাৰা বা কৰিব নোখোজা লেখক-সাহিত্যিক হ'ব নোৱাৰে। ভাষাৰ প্ৰকাশিকা শক্তিৰে তেওঁ বিচিত্ৰ সাহিত্যিক সিদ্ধি অৰ্জন কৰি পাঠকক চমকিত আৰু পুলকিত কৰিব নোৱাৰে। বিশ্বৰ বহু বৰেণ্য সাহিত্যিকে এইবাবে অভিধান একোখনকে প্ৰায়ে লিৰিকি-বিদাৰি থাকে; কিজানিবা কিবা মণি-মাণিক দৈনন্দিন পৰিচয়ৰ ধূলি-মলিৰ মাজেদি জিলিকি উঠে। আজিকালি কেৱল খবৰ কাগজখনকে সম্বল কৰি আগবঢ়া লেখকৰ সাহিত্য প্ৰতিভাৰ বিকাশ এইবাবেই স্থবিৰ হৈ পৰে।

অসমীয়া ভাষা যেনে ধৰণৰ খেতি-বাতি, তাঁত-সূত, কমাৰশাল, কুমাৰ চাকৰ সাঁচ গাত লৈ অসমৰ হাবি-বন, নৈ-জান, ফুল-ফলৰ সুৰভি কঢ়িয়াই গঢ় লৈ উঠিছে, সেই ঠগ বা গঢ় যাইকৈ আমাৰ বুনিয়াদী বিশেষ্য আৰু ক্ৰিয়াপদ বাচ্য শব্দবোৰৰ মাজেদি পৰিস্ফুট হৈছে। পানী লগা, মুখ লগা, দেও লগা, ভাল লগা, দুখ লগা, লাজ লগা, কামত লগা আদি 'লাগ' শব্দৰে বিভিন্ন ব্যৱহাৰ অথবা সৌকা ধৰা, দৰা ধৰা, হাত ধৰা, মান ধৰা, ভূতে ধৰা, হাতী ধৰা আদি 'ধৰ' শব্দৰ বিচিত্ৰ ব্যৱহাৰ, আমি বিশেষ মন-কাণ নকৰাকৈ কৰি থাকোঁহক। কিন্তু হাকাচামে আঙুলিয়াই দিয়াৰ পিছত আমাৰ মনত খেলায় তাৰ অফুৰন্ত বৈচিত্ৰ্য। তেনেকৈ নানা ফকৰা-যোজনাৰ মাজেদি কেৱল আমাৰ স্বকীয় সাংস্কৃতিক বৈশিষ্ট্যই নহয়, প্ৰকাশ পাইছে আমাৰ সাতামপুৰুষীয়া জাতীয় অভিজ্ঞতা আৰু প্ৰজ্ঞা। এইবোৰৰ চৰ্চা আৰু জ্ঞান নোহোৱাকৈ বৰ্তমানৰ অভিজ্ঞতা আৰু অনুভূতিৰ মাজতে আবদ্ধ থকা লেখকে নিজৰ সৃষ্টি ক্ষমতাৰ পৰিসৰ কিমান ঠেক হৈ আছে, গমকে নাপায়।

আজি চাৰিওপিনে জাতীয় সংস্কৃতি আৰু জাতীয় পৰম্পৰা ৰক্ষা কৰাৰ বাবে এক উলহ-মালহৰ ভাব চকুত পৰে। কিন্তু জাতীয় সংস্কৃতি কেৱল বিহুগীত আৰু বিহুনাচ আৰু সত্ৰীয়া নাচ নহয়। আমাৰ ভাষাটোকেই যদি আমি আপডাল নকৰোঁ, অনাদৰত মৰহি যাবলৈ দিওঁ, তেনেহ'লে বাকীবোৰ সম্পদ চিক্‌মিকীয়া কাগজৰ ফুল হৈহে থাকি যাব। আমাৰ ভাষাৰ বিচিত্ৰ সম্পদ উপেন ৰাভা হাকাচামৰ দৰে একনিষ্ঠ ভাষাৰ সাধকেহে এন্ধাৰ চুকত পৰি থকা বৰপেৰা খুলি দেখুৱাব পাৰে। আশাকৰোঁ পাঠকসকলে তেওঁৰ পৰিশ্ৰমৰ যথাযোগ্য মৰ্যাদা দিব।

আমাৰ ভাষাত আন জাতি-গোষ্ঠীৰ প্ৰতি কিছু উন্নাসিক আৰু ঠেকমনা তাচ্ছিল্যসূচক উক্তি নথকা নহয়। 'আবৰ', 'নগা' আদি জনগোষ্ঠীৰ সচেতন মানুহ সেয়ে স্বাভাৱিকতে ক্ষুণ্ণ। কিন্তু বহল লুইতৰ বুকুৰে বহু উপনৈৰ সোঁত সামৰি লোৱাৰ দৰে অসমীয়া ভাষাৰো বহু সমল জনজাতীয় আৰু বিভিন্ন জনগোষ্ঠীয় বস্তুগত কৃষ্টি, আচাৰ-আচৰণ, বিশ্বাস আদি অজানিতে সামৰি লোৱা সামগ্ৰীহে। সেইবোৰো গৱেষকসকলে আঙুলিয়াই দিলে আমি নিজে সাজি লোৱা গঁড়ালৰ পৰা মুকলি হ'ব পাৰিম।

শেষত শ্ৰী উপেন ৰাভা হাকাচামৰ পৰা তেওঁৰ অধ্যয়ন আৰু গৱেষণা প্ৰসূত আৰু বহুতো মূল্যবান ৰৰঙণি পাম বুলি আশা কৰি ইমানতে মোৰ আগকথাও সামৰিলোঁ। ইতি—

গুৱাহাটী, ৮/৫/১০

## লেখকৰ একাষাৰ

চেমনীয়াৰ মাজত অতিশয় জনপ্ৰিয় শশী ফুকন সম্পাদিত 'বিস্ময়'ৰ পাতত (নৱেম্বৰ/০৫) প্ৰথমে প্ৰকাশিত 'অসমীয়াক কি নালাগে সকলোবেইতো/সবকে লাগে' শীৰ্ষক ৰস-ৰচনাৰে অকল বিস্ময়ৰ ৰেগুলাৰ অৰ্থাৎ নিয়মীয়া পঢ়ুৱৈসকলৰ মাজতেই নহয় কেজুৱেলি অৰ্থাৎ সময়-সুবিধা অনুসাৰে ইয়াক চকু ফুৰাই ভালপোৱা অন্যান্য ৰসজ্ঞ পাঠকৰো দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হোৱা বুলি গম পাই এইজাতীয় আৰু চাৰিটিমান ৰস-ৰচনা অকল বিস্ময়ৰ পাততে (ফেব্ৰুৱাৰী/০৬, মাৰ্চ/০৮) নহয়, অনুভূতি (দেওবৰীয়া ব্যঙ্গ সংখ্যা ২৮/০৯/০৮; বসন্ত বিশেষ/০৯), বাৰ্তাপখিলী (বসন্ত সাহিত্য সম্ভাৰ, এপ্ৰিল/০৭), দৈনিক জনমভূমি (শাৰদীয়/০৮) আৰু সাতসৰীতো (চতুৰ্থ বছৰ, অষ্টম সংখ্যা, ফেব্ৰুৱাৰী/০৯) প্ৰকাশ পাই সচেতন (serious) আৰু সাধাৰণ (general) উভয় শ্ৰেণীৰ পঢ়ুৱৈসকলৰ সঁহাৰি পাই গ্ৰন্থ আকাৰে একত্ৰিত ৰূপত প্ৰকাশ কৰিবলৈ অনুপ্ৰেৰিত হওঁ।

সেইদৰে ড° হীৰেন গোহাঁই প্ৰমুখ্যে বিশিষ্ট ব্যক্তিসকলৰ পৰামৰ্শৰে (উপদেষ্টা মণ্ডলী) পৰিচালিত অনিল মজুমদাৰ সম্পাদিত 'নতুন দিন' নামৰ দৈনিক বাতৰি কাকতৰ সম্পাদকীয় পৃষ্ঠাত প্ৰতি বৃহস্পতিবাৰে 'কথাৰ কথা' শিতানত এলানি স্তম্ভ লেখা ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল (৮ জুলাই/০৪-অক্টোবৰ/০৪)। ড° গোহাঁই ছাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হোৱা এই লেখাসমূহ সংবৰ্দ্ধিত ৰূপত এই সংকলনক অন্তৰ্ভুক্ত

কৰা হ'ল। অকল এয়াই নহয় অতি ব্যস্ততাৰ মাজতো ড° গোহাঁই ছাৰে নিৰ্মোহ বিশ্লেষণেৰে আগকথা লিখি গ্ৰন্থখনৰ গুৰুত্ব বৃদ্ধি কৰাৰ বাবে তেখেতৰ ওচৰত লেখক চিৰদিন কৃতজ্ঞ হৈ ৰ'ব।

যিসকল সদাশয় লোকে আপাতঃ দৃষ্টিত কিছু লঘু (light) বিষয়বস্তুৰ এক বিশেষ ৰচনা-ৰীতিৰ এনে লেখাসমূহ পোহৰালৈ অহাত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে সহায় কৰিলে তেখেতসকলৰ এক দীঘলীয়া নাম-তালিকা দি লঘু কৰাৰ ধৃষ্টতা মোৰ নাই। কিন্তু ভাষাতত্ত্ব বা ব্যাকৰণৰ দৰে এক গুৰু (serious) বিষয়কো যে লঘুভাৱে বুজাব পৰা যায় বা পৰোক্ষভাৱে আয়ত্ত কৰাত সহজসাধ্য কৰি তোলে সেই কথা মোৰ সমালোচনাত পঞ্চমুখ সাত শতকৰেও মানিব লাগিব।

সৰ্বশেষত বিতৰ্কৰ আবৰ্ত্তত পৰিবলগীয়া হোৱাৰ যথেষ্ট অৱকাশ থকা সত্বেও এনে ৰচনাক গ্ৰন্থৰ ৰূপ দিবলৈ অহোপুৰুষাৰ্থ কৰা বাণী মন্দিৰৰ গুৱাহাটীৰ সত্বাধিকাৰ শ্ৰীউৎপল হাজৰিকা ডাঙৰীয়াৰ শলাগ ল'বই লাগিব। তেনেকৈ শলাগ ল'বই লাগিব ডিটিপি কম্পজিং, আৰ্হি পাঠ আদি কাৰ্যত জড়িত বয়োজ্যেষ্ঠ-বয়োকনিষ্ঠ শ্ৰীগজেন দত্ত, বৰ্ণালী দাস, নিতু চহৰীয়া, জুৰি শৰ্মা, উমেশ দাস আদি ব্যক্তিসকলৰ দায়িত্ববোধ আৰু কৰ্তব্যনিষ্ঠাৰো।

আৰুনো কম কি?

২ জানুৱাৰী (জন্মদিবস), ২০১০
গুৱাহাটী বিশ্ববিদ্যালয় চৌহদ
আবাস নং—৭৫
ইঞ্জিনিয়াৰিং কলেজ পথ
গুৱাহাটী—১৪

## পাতনি

'কথা বুলিলেই বতাহ'। অর্থাৎ কথা এবাৰ মুখৰ পৰা ওলালে সি বাষ্প হ'বলৈ বেছি পৰ নালাগে। নতুন নতুন শিতান লৈ 'জাতি, মাটি আৰু মানুহৰ বাবে' 'নতুন দিন'[১] ওলোৱাৰ কথা আছিল আৰু ওলালো। falls pain ৰ দৰে আগধৰি দুখন প্ৰস্তাৱনা সংখ্যা (১৭ মে' আৰু ৩ জুলাই ২০০৪ তাৰিখৰ) ভুমুকি মৰাৰ পাছত আৰু ২০০৪ চনৰ ৫ জুলাই তাৰিখে expected কৰা মতে হঠাৎ ভূমিস্থ নে যন্ত্ৰস্থ (Normaly delivery নে ceasarin operation) হ'ল তৰ্কিবই নোৱাৰিলোঁ। 'নতুন দিন'ত 'নতুন কথা' লিখিবলৈ পালে ভাল পাম বুলি কথা-প্ৰসঙ্গত মনৰ কথা ব্যক্ত কৰিবলৈহে পালোঁ। চৌদিশে কথা ফাটি-ফুটি গ'ল যে উপদেষ্টা মণ্ডলীৰ অন্যতম সদস্য ড° উপেন ৰাভা হাকাচামৰ 'নতুন কথা' 'নতুন দিনত' সপ্তাহৰ প্ৰতিটো বৃহস্পতিবাৰে স্তম্ভলেখা হিচাপে ওলাই থাকিব।

এতিয়া কথা দি কথা ৰাখিব নোৱাৰিলে, কথা পেলোৱা বাবে মোক বাইজে কথা শুনাব নে? মই কথা-চহকী মানুহো নহওঁ বা কথাশিল্পীও নহওঁ। 'কথাৰ লাচতে কথাৰ মাত দিবলৈ' নতুবা 'কথাৰ পাকতে কথা সলাবলৈ'

---

১. অধুনা বিলুপ্ত অনিল মজুমদাৰ সম্পাদিত এখন অসমীয়া দৈনিক বাতৰি কাকত।

নিশিকিলোঁ মানে মোৰ অভিধানতে নাই। কথাই কথাই 'কথা'ৰ কথাকে কথোপকথনত কথাৰ পাওলি মাৰি থাকিলে কোনেনো বাৰু সময় আৰু ধন অপচয় কৰি মোৰ 'কথা' (কথনীয়) পঢ়িব বা শুনিব। অৱশ্যে ধন-বিত্তেৰে কাৰো কথা কিনিবও নোৱাৰি মানে লোকৰ পেটৰ কথা কৌশলেৰে উলিয়াই ল'ব পৰা নাযায়। অৱশ্যে দেশৰ ভূ-ভাৰত্তৰ কাণ-মূৰ গৰম কৰা কথাৰ খা-খবৰ লোৱাতকৈ বৃহস্পতিবৰীয়া আজৰি পৰত দুই-এক যদি মোৰ লগত কথাৰ মালিহা মাৰি সময় অতিবাহিত কৰে তেন্তে তেওঁলোকৰ লাভ নহ'লেও লোকচান কিন্তু নহ'ব। সেয়েহে সাতে-পাঁচে ভাবি-গুণি জনমত গোষ্ঠীৰ[২] লগত কথা হৈ 'কথাৰ কথা'ৰ বিষয়ে লিখিবলৈকে বাইজ অৰ্থাৎ নতুন দিনৰ সুৰুচিসম্পন্ন পঢ়ুৱৈবৰ্গৰ ওচৰত কথা বান্ধিছোঁ।

কথাতে কয়— 'মানুহ মৰে কৈ পক্ষী মৰে বৈ।' আকৌ এষাৰ কথা আছে— 'কথাতে কটা যায় কথাতে বঁটা পায়।' সেয়েহে দুই কূল ৰক্ষা কৰি অৰ্থাৎ কৈয়ো নমৰি, মাত মাতি কটা যাবলৈ নগৈ, বঁটাটো নাপালেও চলিব পৰাকৈ 'কথাৰ কথা'কে ক'বলৈ যত্ন কৰিম।

---

২. *'নতুন দিন' বাতৰি কাকত প্ৰকাশ পোৱাৰ আগতে 'অসমীয়া জনমত' নামৰ সাপ্তাহিক বাৰ্তালোচনী প্ৰকাশ পাইছিল আৰু এই দুখনৰ প্ৰকাশন গোষ্ঠী এই নামেৰে জনা গৈছিল।*

# সূচীপত্ৰ

## (ক) কথাৰ কথা ঃ



## (খ) অনৰ্থক কথা ঃ

# এক

## এক কথাৰ অৰ্থ (মুখ্য)

'কথাৰ কথা' মানেনো কি? ই অৱশ্যেই 'লেখত ল'বলগীয়া কথা' (an appropriate or word of improtant) বা 'ক'বলগীয়া কথা, উপযুক্ত কথা' (the right thing, the truth remark) নহ'ব। নিঃসন্দেহে ই ভাষাতত্ত্বই (linguistics) সামৰা কথা (lang আৰু parole) নতুবা সাহিত্য-সমালোচনাত (literary criticism) আলোচিত কথাই (গদ্যশৈলী) হ'ব লাগিব।

সংস্কৃত কথ্ (to speak) ধাতুৰ পৰা ব্যুৎপাদিত অসমীয়াত স্বল্পপ্ৰচলিত কথ্ (লোকপ্ৰবচনঃ কথিলেই কথা মথিলেই ঘিউ) বা কহ্ (প্ৰাচীন অসমীয়াঃ কহয় মাধৱ দাস...) আৰু বহুল প্ৰচাৰিত ক ধাতু আৰু ইয়াৰ সমাৰ্থক শব্দ মাত, ✓মাত্, ✓বোল্, ✓ভাষ, ভাষা, বাচ/বাক্, বদ/বক্ ইত্যাদিকো সামৰি অসমীয়াতহে নালাগে পৃথিৱীৰ প্ৰায়বিলাক ভাষাতে 'কথা'ৰ প্ৰয়োগে চাগৈ সৰ্বাধিক হ'ব। সংস্কৃতমূলীয় কথা শব্দৰ উৎস এটাই— সেইবাবে ইয়াৰ যিকেইটা ভিন্নাৰ্থ আছে সেয়া বহু অৰ্থক (palysemy)ৰ শিতানতে সামৰিব পৰা বিষয়। ইয়াক সমশব্দ বা সমউচ্চাৰণাত্মক শব্দৰ (homonym/ homonymous word) গণ্ডীলৈ নি উবাদিহ নোপোৱা অৱস্থা কৰিবৰ কোনো প্ৰয়োজন নাই।

প্ৰাথমিকভাৱে 'কথা'ৰ অৰ্থনো কি বা 'কথা'ই কি কি দিশ সামৰি লয় তাক জানিবলৈ আমি (নতুন) অভিধান এখনকে মেলি চাব পাৰোঁ। কথ্ [সং] অক. ধা. ক, বৰ্ণনা কৰ্; to narrat; to speak. যেনে— কথিলেই কথা, মথিলেই ঘিউ: ভাতত দিয়া

হাঁহ-কণি কেনি যায় জীউ। (ফঁকৰা)। বি. **কথন-মথন** বি. **কথক** বৰ্ণনা দিওঁতা; পুৰাণৰ কাহিনী কওঁতা; a narrator; a narrator from the epics and puranas ২। উত্তৰ ভাৰতৰ নৃত্য-বিশেষ; Kathak dance বি. **কথকতা** কথকৰ কাহিনী-বৰ্ণন; narration by traditional story-tellers from epics and puranas বিণ. **কথকী** অধিক কথা কোৱা (লোক); কথা চহকী; talkative বি. **কথন** কোৱা কাৰ্য; the act of speaking; narration. বি **কথন-মথন** আলোচনা-বিলোচনা; discussion; conversation. বিণ. **কথনীয়া** ক'বলগীয়া; fit to be spoken. বি. **কথা** কোৱা বা লিখা শব্দ; a word. বি. **কথিকা** অনাতাঁৰৰ যোগেদি প্ৰচাৰ কৰা চমু প্ৰবন্ধ; ২। চমু প্ৰবন্ধ; a short article; a radio talk. বি. **কথিত** যিটো কোৱা হৈছে, উক্ত; spoken of; said বিণ. **কথিতব্য** ক'বলগীয়া; কথনীয়; fit to be spoken. বি. **কথোপ-কথন** আলোচনা-বিলোচনা; discussion-conversation. বিণ. **কথ্য** ক'বলগীয়া ক'ব পৰা; fit to be said. speakable.

**কথা** (সং, কথ্ দ্ৰ°) বি. শব্দ; বাক্য; ভাষা; a word; a sentence; language ২। বিৱৰণ; বিষয়; কাহিনী; ইতিহাস; description; matter; statement; a story; a traditional story. ৩। আলাপ; conversation; dialogue; যেনে— পণ্ডিতেৰে সৈতে কথা হ'বা। ৪। তত্ত্বকথা; আধ্যাত্মিক উপদেশ; spiritual instruction. যেনে— গুৰুৰ পৰা কথা লৈছে। ৫। গদ্য; গদ্য-ৰচনা; prose; prose-writting; যেনে— কথা-মহাভাৰত ৬। উক্তি; বচন; saying; যেনে— তেওঁৰ কথাত নালাগিবা। ৭। অভিপ্ৰায়, মনৰ ভাব; intention; private thought; যেনে— মোৰ তালৈ যোৱাৰ কথা আছে। ৮। প্ৰসঙ্গ; contact; connection; যেনে— ৰামায়ণৰ কথাত পণ্ডিতৰ বেলেগ বেলেগ মত। ৯। অঙ্গীকাৰ; বন্দবস্ত; দিহা; কাম; a promise; an arrangement; যেনে— তেওঁলোক দুয়ো কথা বান্ধিছে। এটা কথা কৰিলে কেনে হয়? ১০। গোপন প্ৰণয়। clandestine intimacy; খ. কথাই ধৰ, কথা শুনি চিন্তা বাঢ়্ to be worried over words. খ. **কথা উঠ্** কোনো প্ৰস্তাৱ উত্থাপিত হ; a proposal has been mooted our. খ. **কথা এৰ্** প্ৰতিজ্ঞা ভঙ্গ কৰ্; to break a promise খ. **কথা ওলা** বদনাম ওলা; a calumny to be circulated. খ. **কথা কটা-কটি কৰ** তৰ্কাতৰ্কি কৰ্; to argue খ. **কথা কিন্** নিজৰ পেটৰ-কথা কোৱা যেন দেখুৱাই আনৰ গোপন কথা উলিয়াই ল; to extract another's secret by craft. বিণ. **কথা-গৰকা** কথা ভালকৈ গমি-পিটি চোৱা (লোক); (one) who ponders over all aspects of a matter. বিণ. **কথা-চহকী** কথকী; লেৰ লেৰীয়া; খ. **কথা চোবা** হোৱায় নোহোৱায় একেবোৰ কথাকে বলকি থাক্; to talk on uselessly. বি. **কথা-ছবি** বোল-ছবি; চিনেমা; cinema. খ. **কথাত আঁখে ফুট** একেবাহে ডাঙৰ ডাঙৰকৈ কতা কৈ থাক্; speech to

be distinct and fluent. খ. **কথাত কথা ওলা, কথাত কথা বাঢ়্** এটা কথাৰপৰা বাঢ়ি গৈ বহুত কথা ওলা; matters to increase in the course of talking খ. **কথাত ৰ** কথামতে কাম কৰ্; to stick to the words given. খ. **কথা তল পেলা** আন কিবা প্ৰসঙ্গ উলিয়াই কথা পাহৰাই দি; to get a topic put off by introducing some other matter. খ. **কথাত লাগ্** কোনো কথাত বেয়া পা; to take offence at one's words খ. **কথা থ** দুৰ্নাম ৰাখ্; to earn a discredit. খ. **কথা থাক্** বদনাম বা দুৰ্যশ স্থায়ী হ; discredit to last long. খ. **কথা দি** অঙ্গীকাৰ কৰ্; to promise. খ. **কথা দি কথা ল** কথাৰ চলেৰে কথা বাহিৰ কৰ; to extract another's secret by craft. খ. **কথা পাগোল্, কথা পেৰ্** একেটা কথাকে কৈ থাক্ to repeat the same words again and again খ. **কথা পাত্** আলোচনা কৰ্; to have a discussion. খ. **কথা পেলা** উপদেশ অমান্য কৰ্; to disergard an advice. বি. **কথা প্ৰসঙ্গ** আলোচনাৰ সঙ্গতি; the course of a discussion; context. খ. **কথা ফাটি-ফুটি যা** কথা বৰ বহলভাৱে প্ৰচাৰিত হ; something to be circulated widely খ. **কথা ফুট** মাত ফুট; to articulate খ. **কথা ফাটি-ফুটি যা** গোপন কথা বৰকৈ প্ৰচাৰ হ; secret to be widely published. বি. **কথা-বতৰা, কথা-বাৰ্তা** কথোপকথন, আলোচনা; conversation'; discussion. বি. **কথ-বন্ধ** কথা ৰচনা; prose writting. খ. **কথা ৰহা** কোনো কথা আনৰ দ্বাৰা গ্ৰাহ্য কৰোৱা; to make one's view accepted by others. বিণ. **কথা-বাগীশ** কথা-চহকী; talkative. খ. **কথা-বান্ধ্** আৰি মাৰ্; পণ কৰ্; to bet. বিণ. **কথাবাহী** কথা-চহকী. talkative. খ. **কথায় কথায়** প্ৰতি কথাতে; at every word. ২। কথাৰ ছলতে; কথা-প্ৰসঙ্গতে; by the by খ. **কথা ৰ** কোৱা কথা ফলিয়া; to come to pass as foretold. ২। **কথা-ৰজ**; কথামতে কাম হ; দিয়া কথা সত্য হ; spoken word to prevail. ৩। কাললৈ দুৰ্নাম থাক্; discredit to last long খ. **কথাৰ আঁট** কথাৰ বান্ধ; যুক্তি reasoning in a speech. খ. **কথাৰ আঁত, কথাৰ মোৰ** কথাৰ সূত্ৰ; link of a speech. খ. **কথাৰ কথা** লেখত লব'লগীয়া কথা; word of import খ. **কথাৰ গুৰি** মূল কথা; the basic question খ. **কথাৰ চল, কথাৰ লাচ** কথাৰ মাজতে আন এটা কথা উলিওৱাৰ সুযোগ; উপযুক্ত প্ৰসঙ্গ; a chance for introducing a new topic in a discussion; proper context. খ. **কথাৰ ছিৰী** কথাৰ লক্ষণ; the trend of a speech. খ. **কথাৰ ছেও, কথাৰ খেও** কথাৰ গঢ়-গতি; the way of talking. খ. **কথাৰ ধাৰ** কথাৰ চাল; the trends of a talk. খ. **কথাৰ পাক, কথাৰ মেৰপেচ**; intricate pattern of words. খ. **কথাৰ লাহুত** কথাৰ মাজতে; in an unguarded moment in course of a talk. খ. **কথাৰ পেঁচ** কথাৰ পাক। খ. **কথাৰ ফুলজাৰি মাৰ্** বৰ বৰ কথা কৈ থাক্; to talk big. খ. **কথাৰ মাত** তৰ্কৰ কাৰণে ধৰি লোৱা কথা; a

supposition খ. **কথাৰ মালিহা মাৰ, কথাৰ মহলা মাৰ্** কাম-বন নকৰি অদৰকাৰী কথা পাতি সময় কটা; to while away time by idle talk. খ. **কথাৰ মূৰত কথা** আনৰ কথাৰ উত্তৰত কোৱা কথা; remark befitting a comment খ. **কথা ৰাখ্** প্ৰতিশ্ৰুতি ৰক্ষা কৰ্; to keep a promise ২। অনুৰোধ ৰক্ষা কৰ; to comply with a request খ. **কথা ল** গুৰুৰপৰা আধ্যাত্মিক উপদেশ ল; to take religious instruction from the Guru. ২। আনৰ পেটৰ কথা উলিয়াই আন্; to extract other's secret. খ. **কথা লগা** কোনো লোকৰ বিৰুদ্ধে (তেওঁৰ অনুপস্থিতিত) আনৰ আগত ক; to back-bite খ. **কথা লাগ্** কোৱা কথা ফলিয়া; a spoken word to come true. বি. **কথা-শিল্প** গল্প, উপন্যাস আদি গদ্য-ৰচনাৰ কলা-বিদ্যা; the art of writting prose including stories, novels, etc. বি. **কথা-শিল্পী** গদ্য লিখাত পাৰ্গত লোক; a proficient prose-wyriter. খ. **কথা শুন** উপদেশ মানি ল; to act according to the advice. ২। টান কথা শুনিব লগা হ; to have to pocket insulting words খ. **কথা শুনা** আজ্ঞা প্ৰচাৰ কৰ্; to make known a decree ২। অন্তৰত লগাকৈ কৰ্কশভাৱে ক; to utter harsh words (to some one). খ. **কথা শুনি তল যা** বিৱৰণ পাই অতিকৈ বিস্মিত হ; to be astounded at a description বিণ. **কথা-শুৰনী** (যি) কথাতহে পাকৈত (কামত নাই); (one) who only talks well খ. **কথা সলা** বোলা বচন এৰ্; to break a promise বি **কথা-সাহিত্য** গদ্য ৰচনা; prose-writing খ. **কথা হ** আলোচনা কৰ্; পৰামৰ্শ কৰ্; to consult

*[এই তথ্যখিনি ড° মহেশ্বৰ নেওগৰ মুখ্য সম্পাদনাত অসম চৰকাৰৰ দ্বাৰা প্ৰকাশিত চলন্ত অভিধানৰ (২০০২) পৰা লোৱা হৈছে।]*



# দুই

## কথাৰ অন্যান্য অৰ্থ (গৌণ)

আমি ইতিমধ্যে 'কথা' শব্দটোৰ দহটা প্ৰত্যক্ষ অৰ্থ (অভিধা) আৰু উনসোত্তৰটা পৰোক্ষ (খ শ্ৰেণীৰ) অৰ্থ (ব্যঞ্জনা বা লক্ষণা) পালো। ইয়াৰ ওপৰঞ্চি অসমীয়াৰ বিভিন্ন আঞ্চলিক উপভাষাত বা ব্যক্তিৰ বিশেষৰ বাকভংগী আৰু গদ্যশৈলীত (idiolect, style) বিভিন্ন অৰ্থত কথাৰ প্ৰয়োগ হৈ আহিছে। এইসমূহ ভাৰতীয় কাব্যতত্ত্ব (অলংকাৰ শাস্ত্ৰ) আৰু ভাষা বিজ্ঞানৰ শব্দাৰ্থতত্ত্ব (Semantics) অনুযায়ী নানা ধৰণে ব্যাখ্যা কৰিব পাৰি।

ভাৰতীয় আলংকাৰিকসকলে শব্দৰ অৰ্থ জ্ঞাপন শক্তি তিনি প্ৰকাৰৰ বুলি কৈছে। সেইবোৰ (ক) অভিধা (denotation), (খ) লক্ষণা আৰু (গ) ব্যঞ্জনা (suggestive sense)

**অভিধা ঃ** কোনো পদৰ আক্ষৰিক অৰ্থ (literal sense) বা সৰ্বজন স্বীকৃত অৰ্থই অভিধা। সেইবাবেই অভিধাক বাচ্যাৰ্থ বোলে। 'কথা'ৰ অভিধা অৰ্থত প্ৰয়োগে এনেদৰে হ'ব পাৰে।

১। কোনো প্ৰাণীয়ে মানুহৰ দৰে কথা ক'ব নোৱাৰে (শব্দ/ভাষা)। ২। তোমাৰ কথা বিশ্বাস কৰিব নোৱাৰি (অংগীকাৰ) ইত্যাদি।

**লক্ষণাঃ** লক্ষণা বা লাক্ষণিক অৰ্থ বুলিলে পৰোক্ষ অৰ্থকে বুজায়। যেনে— ১। তেওঁ কথা ক'ব নাজানে (কথা কোৱাৰ ধৰণ বা বাকচাতুৰ্য) ২। এই সামান্য/সাধাৰণ

কথাতনো লাগিব লাগেনে (সাধাৰণ ঘটনা), ৩। অসমীয়াত লেটাৰ পোৱা মামুলী/সাধাৰণ কথা নহয়। (সাধাৰণ কথা কোৱাৰ দৰে কাৰ্য অৰ্থাৎ তেনেই সহজ অৰ্থত)

ব্যঞ্জনা ঃ কোনো শব্দৰ যেতিয়া একাধিক অৰ্থ সম্ভৱপৰ হয়, কিন্তু প্ৰসংগ সংগতি মনত ৰাখি তাক এটা বিশেষ অৰ্থতহে বুজা যায় তেন্তে সেই বিশেষ অৰ্থবোধক শক্তিকে ব্যঞ্জনা বোলা হয়। ব্যঞ্জনা বুলিলে Suggestive sense বুলি বুজিব লাগে। বাক্যত ব্যৱহৃত শব্দৰ একোটা পৰিমাণগুলিক অৰ্থ থাকে। সিও ব্যঞ্জনাৰেই অন্তৰ্গত। যেনে— ১। তেওঁৰ কথাই বেলেগ (অইন কথা নুবুজাই চাল-চলন, স্বভাৱ চৰিত্ৰ, ৰুচি-অভিৰুচি সকলোখিনি সামৰি লোৱা বুজায়) আনহাতে, তেওঁৰ কথা বেলেগ (তেওঁৰ প্ৰসঙ্গ নাহে, এই ক্ষেত্ৰত তেওঁ ব্যতিক্ৰম)।

২। কথা বিষম বা কথা বিষম হ'ব কিন্তু (বিসংগতিপূৰ্ণ কথা নুবুজাই বহুত কিবাকিবি ঘটনা সংঘটিত হোৱা বুজায়)

৩। অসম দেশৰ বিষম কথা

তেল খাৰণিত ভাত পিঠা।

(বিসদৃশ কথা নুবুজাই ৰীতি-নীতি, লোকাচাৰ আদিৰ ক্ষেত্ৰত বিশিষ্টতা থকাকে বুজায়)

(অভিধা, লক্ষণা আৰু ব্যঞ্জনাৰ সংজ্ঞা আৰু ব্যাখ্যা ড° প্ৰফুল্ল কটকী ৰচিত 'সাহিত্য আৰু সংজ্ঞা', ১৯৭৯ নামৰ গ্ৰন্থৰ পৰা উদ্ধৃত কৰা হৈছে। উদাহৰণবাজি লেখকৰ নিজা)

আনহাতে শব্দাৰ্থতত্ত্বৰ দিশৰ পৰা অৰ্থৰ প্ৰধানকৈ পাঁচ প্ৰকাৰৰ প্ৰকাৰভেদ পাব পাৰি উদাহৰণ— ক) অভিধেয় অৰ্থ, মুখ্যাৰ্থ, বাচ্যাৰ্থ বা শক্যাৰ্থ (conceptical, congnitive, logical or denotative meaning), (খ) লক্ষ্যাৰ্থ (connotative meaning), (গ) ব্যংগাৰ্থ (Non-natural meaning or meaning-nn), (ঘ) আনুভূতিক অৰ্থ (Emotive meaning আৰু (ঙ) উদ্দিষ্টাৰ্থ (Thematic meaning) (বিশদ ব্যাখ্যাৰ বাবে চাওক, ড° ভগবান মৰলঃ ভাষাৰ্থবিজ্ঞান, ১৯৮৬, ছেদ ২.৩, পৃঃ ৪৯-৫৭)

'কথা' শব্দৰ অৰ্থকো আমি উপৰিউক্ত শ্ৰেণীত বিভক্ত কৰি ব্যাখ্যা কৰিব পাৰোঁ। বিষয়টো অতি তাত্ত্বিক (Technical) বাবে আমি ইয়াক পিছলৈ থৈ দিয়াটো ভাল হ'ব যেন বিবেচনা কৰিছোঁ।

সেইদৰে অলংকাৰ শাস্ত্ৰ শব্দালংকাৰ (অনুপ্ৰাস, যমক, শ্লেষ, বক্ৰোক্তি আৰু পুনৰুক্ত বদাভাস) আৰু অৰ্থালংকাৰ (সাদৃশ্যমূলক, বিৰোধমূলক, শৃংখলামূলক, ন্যায়মূলক আৰু গূঢ়াৰ্থ প্ৰতীতিমূলক) অনুযায়ীয়েও 'কথা' শব্দৰ প্ৰয়োগ আৰু অৰ্থ বিচাৰ কৰিব পাৰি। সাধাৰণতে জতুৱা ঠাঁচ-খণ্ডবাক্য, প্ৰবাদ-পটন্তৰ, ফঁকৰা-যোজনা, সাঁথৰ আদি লোকসাহিত্যৰ সমলত ভাষা সম্প্ৰদায়ে (speech community) লোক-ভাষা (folk

speech) হিচাপে ইবিলাকৰ প্ৰয়োগ কৰিয়েই আহিছে। আনহে নালাগে ল'ৰা-ধেমালি গীততো 'কথা'ৰে বক্ৰোক্তি বা ব্যংগ (ব্যঞ্জনাৰ দ্বাৰা ব্যক্ত, implied) কৰাৰ উদাহৰণ উজনি-নামনি, জাতি-জনগোষ্ঠী সাপেক্ষে কিছু ভিন্ন ৰূপত হ'লেও সন্চালনিভাৱে পোৱা যায়। উদাহৰণ—

(ক)
কথা এটি কওঁ
কি কথা— বেং (ব্যংগ্য ?) কথা
কি বেং— পাত বেং
কি পাত— থুৰি পাত
কি থুৰি— বামুণ বুঢ়ী
কি বামুণ— চণ্ডী বামুণ
কি চণ্ডী— পিঠা খুন্দি
কি পিঠা— চা(হ) পিঠা।
কি চা— বেয়া বস্তু খা।
(উৎসঃ লীলা গগৈঃ অসমীয়া লোক সাহিত্যৰ ৰূপৰেখা, ১৯৬৮, পৃঃ ৮৯)
(খ)
একটা কাথা
কি কাথা— বেঙৰ (?) মাথা
কি বেং— পাত বেং
কি পাত— নিমপাত
কি নিম— ঘোৰা নিম
কি ঘোৰা— শালি ঘোৰা
কি শালি— মোৰ গু খালি।
(উৎসঃ উপেন ৰাভা হাকাচাম ঃ ৰাভামিজ ঃ ভাষা আৰু নিদৰ্শন, ২০০৫, পৃঃ ১৭৪)

শব্দৰ গৌণ বা পৰোক্ষ অৰ্থ সচৰাচৰ জতুৱা ঠাঁচ বা (idioms) বা খণ্ডবাক্য (phrase)তহে পোৱা যায়। "কোনো এটা বাক্যত দুটা বা তাতকৈ অধিক শব্দ লগ লগা গোট একোটা এটা শব্দৰ নিচিনা ব্যৱহাৰ হ'লে; শব্দৰ গোটটোক খণ্ডবাক্য বোলা হয়।... খণ্ডবাক্য একোটা বিশেষ্য, বিশেষণ, ক্ৰিয়া বা ক্ৰিয়া বিশেষণৰূপে ব্যৱহৃত হ'ব পাৰে।... শব্দবোৰৰ নিজৰ অৰ্থৰ সলনি সিইঁতৰ সংযোগে আন অৰ্থ প্ৰকাশ কৰা হেতুকে সেইবোৰক জতুৱা খণ্ডবাক্য (idiomatic phrase) বুলি ক'ব পাৰি।" (উপেন্দ্ৰ নাথ গোস্বামী ঃ অসমীয়া ভাষাৰ ব্যাকৰণ, ১৯৮১, ছেদ ৭৭,পৃঃ ১৪১)

ড° নেওগৰ চলন্ত অভিধানত অন্তৰ্ভুক্ত 'কথা'ৰ ৬১ টা যৌগ অৰ্থ (খ শ্ৰেণীৰ) জতুৱা খণ্ডবাক্যৰ নামান্তৰ মাথোন। চলন্ত অভিধানত অন্তৰ্ভুক্ত হোৱাকেইটাৰ উপৰি আৰু বহু জতুৱাঠাচ-খণ্ডবাক্যৰ প্ৰয়োগ লোক-ভাষাত পোৱা যায়। তলত তেনে কিছুমান খণ্ডবাক্য সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা প্ৰণীত বহুকোষ, প্ৰথম খণ্ড ঃ খণ্ডবাক্য, ১৯৬২/১৯৯৭-ৰ পৰা উদ্ধৃত কৰা হ'ল।

কথা এৰা, বোলা বচন এৰা; প্ৰতিশ্ৰুতি লংঘন কৰা; to break one's own promise কথা কিনা, কথা দি কথা লোৱা; নিজৰ দুই চাৰিকথা কৈ বিশ্বাস জন্মাই, লোকৰ গুপ্ত কথা উলিয়াই লোৱা; to get at one's secrets by pretending to divulge one's own. কথা গৰকা, গৰকি চালে, বোকা আদিত পোত খাই থকা বস্তুৰ গম্‌গতি বা আও-ভাও বুজিব পাৰি। সেইদৰেই ভাবি-চিন্তি চাই, কোনো বিষয়ৰ সকলো কথা বুজা; to consider fully al details of a matter. কথা চহকী, কথাৰে চহকী; অৰ্থাৎ বৰ কথকী, বহুত কথা ক'ব পৰা; talkative. কথা চোবোৱা, অনৰ্থক কথা পতা to indulge in idle talks. কথা থকা, (১) অসৎ নাম বা দুৰ্যশ স্থায়ী হোৱা; যেনে, বেয়া কাম কৰিলে, বহু দিনলৈ কথা থাকে; to last as an infamy (২) গুপ্ত অবৈধ প্ৰেম থকা; যেনে, ভদীয়াৰে ভুৰুকীৰে কথা আছে বা কথা থকা বুলি ওলাইছে; to have illicit intimacy. কথা থোৱা, অসৎ নাম বা দুৰ্নাম স্থায়ী কৰা; যেনে বদন ফুকনে মান আনি কাললৈ কথা থ'লে; to earn a lasting infamy কথা দিয়া, প্ৰতিশ্ৰুতি দিয়া; to give word to promise. কথা পাগোলা, কোৱা কথাকে ঘূৰাই ঘূৰাই কোৱা; চৰ্বিত চৰ্বন কৰা; to repeat the same thing over and over again. কথা পিছোৱা, কোনো কথাৰ বাবে পাচলৈ ধৰা বন্ধাকৈ ধৰিবৰ অভিপ্ৰায়েৰে, আগেয়েই অলপ উল্লেখ কৰি সূত্ৰপাত কৰি থোৱা; যেনে, পাচলৈ ৰূপ ধাৰে খুজিবৰ মনেৰে, 'মই দৰকাৰ হ'লে ৰূপ টকাদিয়েক বিচাৰিব পাৰো' বুলি কৈ থোৱা; to refer to a matter, just to prepare the way to press for it later on. কথা ফুটি-ফাটি যোৱা, কথা বহলভাৱে প্ৰচাৰিত হোৱা; to be circulated widely as a news. কথা বন্ধা, (১) চুক্তি কৰা; to enter into an agreement. (২) আৰি মৰা; to bet or wager. কথা বাহী, কথাৰ বাহ বা উঁৱালৰ অধিকাৰী। 'কথা চহকী' চোৱা কথা বহা, কথা মাতঃবৰ হোৱা, অৰ্থাৎ লোকে মনা বা গ্ৰাহ্য কৰি লোৱা; one's words or suggestion being accepted by others কথা ৰখা, (১) 'কথা কোৱা' চোৱা। (২) প্ৰতিশ্ৰুতি ৰক্ষা কৰা; to keep a promise (৩) অনুৰোধ ৰক্ষা কৰা; to comply with a request; কথা ৰোৱা, ১। অসৎ নাম বা দুৰ্নাম স্থায়ী হোৱা; to last as an infamy ২। কোৱা কথা ফলিওৱা to came pass as toretold ৩। কথা বজা বা বজাবৎ হোৱা; যেনে, উতনুৱাৰ মেলত ধীৰলোকৰ কথা নৰয় to prevail as an advice. কথা লগা, কথা ফলিওৱা; যেনে, মোৰ কথা লাগিল;

happening of anything foretold by one. কথা লগোৱা, লোকৰ কথা লোক কৈ কূটনাটি কৰা; to back-bite; to speak ill of one to another, with a view to creat a dis-union between the two. কথা শুনা, (১) লোকৰ উপদেশ মতে চলা; to follow one's advice. (২) তিৰস্কাৰ শুনা, তিৰস্কৃত হোৱা to hear rebukes; to be the subject of one's rebuke. (৩) লগনীয়াৰ কথা পতিওৱা; to belive a back-biter's report. কথা সলোৱা, বোলা বচন এৰা; to change one's own words; to break a promise. কথা হোৱা, আলোচনা কৰা, পৰামৰ্শ কৰা; to consult.

কথাত আখৈ ফুটা, আখৈ ভাজোঁতে ধান ফুটাৰ দৰে স্পষ্টকৈ আৰু ঘনাই কথা ওলোৱা; falling of words from one's lips distinctly and without break. কথাত ৰোৱা, কথা নেৰা; অৰ্থাৎ, কৰিম বোলা মতেই কাৰ্য কৰা; to keep or stick to one's word or promise কথাত লগা, কথাত বেয়া পোৱা বা বেজাৰ পোৱা; যেনে, ল'ৰাৰ কথাত নেলাগিবী; to take offence at one's word.

কথা তল পেলোৱা, আন কিবা কথা উলিয়াই কোনো কথা পাহৰোৱা বা পাচ পেলোৱা; to get a topic put off or forgotten by introducing some other matter, in conversation. কথা দি কথা লোৱা, 'কথা কিনা' চোৱাঁ। কথায় কথায় (১) কথাই প্ৰতি; at every word; (২) কথাৰ চলত; অন্য কথাৰ সম্পৰ্কত; অন্য কথাৰ লগতে; যেনে, কথায় কথায় এই কথাও ক'লোঁ; by the bye কথাৰ আঁত, কথাৰ পিছত ক'বলগীয়া ইটো কথাৰ সূৰ; যেনে, কথাৰ মাজত কথা উলিয়ালে কথাৰ আঁত হেৰায়; the thread of speech; the linbs of thought in a speech. কথাৰ আঁট, কথাৰ বান্ধ বা যুক্তি, the arguements or reasonings in a speech. কথাৰ কথা, কথাৰ লগৰ কথা; অৰ্থাৎ যুক্তিযুক্ত কথা; লেখত ল'বলগীয়া কথা; মানিবলগীয়া কথা; a speech or word the counts কথাৰ চল, এটা কথা কওঁতে, তাৰ লগতে আন এটাও ক'বলৈ পোৱা সুযোগ; the opportunity to put in a new topic in a talk. কথাৰ চিৰি, (চিৰি= শ্ৰী) কথাৰ ৰূপ বা গঢ়; the mose of a speech কথাৰ ছেও, কথাৰ গতি বা ভাও; the way of talk; the way in which something is said কথাৰ ঠেও, কথাৰ লগত অঙ্গিভঙ্গি; the gestures accompanying a speech কথাৰ ধাৰ, কথাৰ ঢাল; যেনে, কথাবাৰ বেয়া ধাৰে গ'ল; ধাৰত পেলাই কথা কৰাঁ; the trend or drift of a talk. কথাৰ পাক, কথাৰ পকোৱাপকি ভাব বা মেৰ্‌পাক; diplomacy in a speech. কথাৰ পাকত, কথা কওঁতে, অকস্মাৎ অৰ্থাৎ টলকিব নোৱাৰাত যেনে, কথাৰ পাকতে নকওঁ বোলা কথাও ওলাই পৰিল; in an unguarded moment, in course of a talk. কথাৰ পেঁচ;

'কথাৰ পাক' চোৱাঁ। কথাৰ প্ৰসঙ্গত, কথাৰ লগতে, in course of conversation. কথাৰ গ্ৰাস, 'কথাৰ সুৰ' চোৱাঁ। কথাৰ মাত, তৰ্কৰ কাৰণে মানি লোৱা কথা; যেনে, কথাৰ মাতটোহে কৈছো, এইটো জানিবা মোৰে বক্ত; an assumption for the sake of argument. কথাৰ লাচ্, 'কথাৰ চল' চোৱাঁ। কথাৰ লৰজ, কথাৰ ভাও, বা ভাষা; the mode or the form of language used in talk. কথাৰ সুৰ, কথাৰ জাত, গতি বা লক্ষণ; the tone of a speech.

কথাৰ মালিহা মৰা, (মালিহা মৰা= কিনিবৰ মন নথকাতো, মিছাতে দৰ-ভাও কৰা) যি কাম কৰিবৰ মন নাই, মিছাতে তাৰ কথা কৈ কাল কটোৱা; wasting time by talking over something without meaning to do it. কথাৰ মুৰত কথা, লোকে কোৱা কথাৰ ক্ষিপ্ৰ আৰু উপযুক্ত উত্তৰ; a prompt and fitting reply.

এইদৰে কথাই প্ৰতি 'প্ৰতি ক্ষেত্ৰতে', কথা মতে 'নিৰ্দেশ অনুযায়ী পৰামৰ্শক্ৰমে; প্ৰতিশ্ৰুতি মৰ্ম্মে' কথা কলেই জগৰ লাগ 'দুষ্কৰ্ম প্ৰকাশিত হ'লে জগৰ লাগ্', কথা বুলিলেই বতাহ বল 'কথা শীঘ্ৰে ৰাষ্ট্ৰ হ'; কথাই কোবাই উকবাই নি 'আলাপৰ আধিক্যত অথবৰ কথা ক'; কথা নাই বতৰা নাই 'পূৰ্বে একো ভূ-ভা নিদিয়াকৈ, অকস্মাৎ'; কথাত ঘটুৱাব পাৰ/নোৱাৰ 'তৰ্কত পৰাজিত কৰিব পাৰ/নোৱাৰ', কথা শুনাব পাৰ/নোৱাৰ 'বাধ্য কৰিব পাৰ/নোৱাৰ; কথা বেয়া/বিষম হ 'অঘটন বা গণ্ডগোল হ', কথামতে কাম/যেনে কথা তেনে কাম 'স্থিৰ সিদ্ধান্ত', কথাৰ পাখি গজ্ 'উৰা-বাতৰি প্ৰচাৰ হ', কথাৰ আগ গুৰি নাই/আগ গুৰি নোহোৱা কথা 'আদি অন্ত নথকা বা বিশৃংখল কথা', কথাৰ লাগ-বান্ধ নাই/লাগ-বান্ধ নথকা কথা 'বিসংগতিপূৰ্ণ কথা' ইত্যাদি হ'ল 'কথা'ৰে আৰম্ভ কৰি গঠিত হোৱা খণ্ডবাক্য।

সেইদৰে 'কথা' শব্দৰে নিৰ্মিত অসমীয়া খণ্ডবাক্য আৰু জতুৱা ঠাচৰ তালিকা দি শেষ কৰিব নোৱাৰি। তলত থাউকতে মনলৈ অহা তেনে কেতবোৰ জতুৱা ঠাচ-খণ্ডবাক্যৰ ভিন্ ভিন্ উৎসৰ পৰা দাঙি ধৰা হ'ল।

এক কথা 'খাটাং কথা'; এক কথীয়া 'যি কথা নলৰায়' কম কথাত 'এলা পেচা কথাত, সাধাৰণ কথাত in a trifling matter; (চলন্ত অভিধান); কম কথা (নহয়) 'সহজসাধ্য'; (কম) ভাগ্যৰ কথা 'গৌৰৱৰ বিষয়,' কুটি-কথা 'ধেমেলীয়া কথা; a minicry; (চলন্ত অভিধান), গছত গৰু উঠা (কথা) 'অসম্ভৱ (কথা) absurd (thing)' (চলন্ত অভিধান); গাজত লগা (কথা) 'মৰ্মস্থল স্পৰ্শ কৰি যোৱা (কথা);' গাজৰ কথা মনৰ গুপ্ত কথা বা অভিপ্ৰায়, যেনে, গাজৰ কথা ক'লে, মানুহে বেয়া পায়; conceated motive (বহুকোষ); গাত কথা লগা (১) কথাই গাত স্পৰ্শ কৰা অৰ্থাৎ কথাৰ গধুৰত্ব অনুভৱ হোৱা; যেনে, বয়স হ'লেহে কথা গাত লাগে; to be judicious or considerate (২) গাত ভবিষ্যত বাণী ফলিওৱা; যেনে গুৰুজনে কৈ যোৱা কথা

ভেওঁৰ গাত লাগিছে; to be frutified as prophecy in respect of a person (বহুকোষ), **গ'ল কথা গুছিল** যি কথা হৈ গ'ল, তাৰ পুনৰ উল্লেখৰ প্ৰয়োজন নাই, এইভাব বুজাবলৈ প্ৰয়োগ হয়; যেনে, কাজিয়া লাগিছিল, ভাগিল, গ'ল কথা গুছিল; it is a bygone matter (বহুকোষ); **(ভাল-পাত) জোৰা দিয়া (কথা)** সঁচাৰ লগত মিছা কথা জোৰা দি কোৱা, কথা বঢ়াই কোৱা, an exaggeration; **নাই কথাত** অনাহকত, বিনাদোষত; **নোহোৱা নোপজা নাশুত-নাশ্ৰুত কথা** অদ্ভুত, strange; **পেটৰ কথা** মনৰ গোপন কথা; অন্তৰৰ গোপন অনুভূতি; internal feelings (চলন্ত অভিধান); **পেটৰ কথা ভাঙি ক** মন খুলি কথা ক; to open the inner secrets of the heart (before someone) (চ. অ.); **বেয়া কথা (হ)** অশুভ, অপ্ৰীতিকৰ (হ); **মুখ বাগৰা (কথা)** বহুজনৰ মুখে মুখ প্ৰচাৰিত হোৱা (কথা); **মুখৰ কথা** অন্তৰৰ পৰা নকৈ মুখেৰে কোৱা কথা; insincere words, ২। সহজসাধ্য কাম, anything that can be easily accomplished, নেতিবাচক অৰ্থত ব্যৱহৃত যেনে— অকলে ইমান কাম কৰাটো মুখৰ কথানে? ৩। কোৱা কথা (লিখিত নহয়); word of mouth; যেনে— মুখৰ কথাতে তাক অত টকা পইচা দিলি' (চ. অ.); **মুখ চম্ভালি কথা ক** সংযতভাৱে কথা ক; **হাঁহি উঠা কথা** কৌতুক ইত্যাদি।



## তিনি

# কথাৰ অৰ্থ পৰিবৰ্তন

আমি আগতে ইংগিত দি আহিছোঁ যে শব্দাৰ্থবিজ্ঞান (Semantics) অনুসাৰে শব্দৰ অৰ্থৰ পৰিবৰ্তন, পৰিবৰ্তনৰ ধাৰা, অৰ্থ পৰিবৰ্তনৰ কাৰণ ব্যাখ্যা কৰিব পাৰি। সেইদৰে শব্দৰ মৃত্যু, মৃত্যুৰ কাৰণ, নতুন শব্দৰ সৃষ্টি, নতুন শব্দৰ সৃষ্টিৰ কাৰণ প্ৰণালী আদি সমন্তৰে আলোচনা একমাত্ৰ শব্দাৰ্থবিজ্ঞানৰ দ্বাৰাহে সম্ভৱ। (ডঃ উপেন্দ্ৰ নাথ গোস্বামীৰ 'ভাষা-বিজ্ঞান' নামৰ বহুল পঠিত গ্ৰন্থৰ 'অৰ্থবিজ্ঞান' অধ্যায়ত এই সম্বন্ধে এটি সহজ-সৰল ব্যাখ্যা পোৱা যায়।) শব্দ একোটাৰ অৰ্থ পৰিবৰ্তন সাধাৰণতে আপোনা-আপুনি স্থান-কাল-পাত্ৰ ভেদেও হয় নতুবা অইন ভাষাৰ প্ৰভাৱতো হয়। আলংকাৰিক (coining) নতুবা পাৰিভাষিক (technically) প্ৰয়োগ হেতু অৰ্থ পৰিবৰ্তন হোৱাটো একেবাৰে স্বাভাৱিক। "শব্দৰ অৰ্থ পৰিবৰ্তনৰ লগত জাতীয় সংস্কৃতি, সভ্যতা, ৰুচি আৰু চিন্তাধাৰাৰো সম্পৰ্ক আছে।" নিত্য নতুন চিন্তাৰ প্ৰসাৰ আৰু সামগ্ৰীৰ উদ্ভাৱনেও এনেদৰে সীমিত শব্দৰ দ্বাৰা ব্যাপক অৰ্থত প্ৰয়োগৰ ক্ষেত্ৰত ইন্ধন যোগাই আহিছে।

সংস্কৃত 'কথ্' ধাতুজাত (Kath, cl. 10.p. Kathayati; to tell, relate, narrate, report, inform, speak about, declare, explain, describe....) 'কথা' (katha, f, conversation, speech talking together...) (দ্ৰষ্টব্য : Sir Manier Monier Williams ৰ A Sanskrit English Dictionary, 1899/ 1979, p. 247) শব্দৰ অসমীয়াত শতাধিক অৰ্থত ইতিমধ্যে আমি প্ৰয়োগ পাই আহিছোঁ। এই

'কথা' শব্দৰ অৰ্থ পৰিৱৰ্তনৰ দিশকো অন্যান্য শব্দৰ নিচিনাকৈ আমি তলত দিয়াৰ দৰে ব্যাখ্যা কৰিব পাৰোঁহঁক।

**(ক) অৰ্থবিস্তাৰ ঃ** এটা শব্দই প্ৰথমতে সীমিত অৰ্থ প্ৰকাশ কৰি পিছত ব্যাপক অৰ্থত ব্যৱহাৰ হোৱা পৰিঘটনাই অৰ্থবিস্তাৰ। এই সূত্ৰমতে কথা (উপভাষাগত ৰূপঃ কাথা) শব্দটোকে 'ভাষা' অৰ্থত প্ৰয়োগ কৰিলে অৰ্থবিস্তাৰ ঘটিব। গোৱালপৰীয়া মানুহে নিজৰ স্থানীয় ভাষাক 'দেশী কাথা' (দেশী ভাষা) বোলাৰ দৰে নাগামিজত ভাষাক 'কাথা' বোলে। উদাহৰণস্বৰূপে 'নাগামিজ কাথা লাগা নিয়ম' বুলিলে নাগামিজ ভাষাৰ ব্যাকৰণ বুজায়। 'গীতৰ কথা' বুলিলে সুৰ বা লয়-তাল-মান নুবুজাই গীতৰ ভাষা বা ৰচনাহে বুজায়— যদিওবা ই গেয় বা কথিত নোহোৱাকৈ লিখিত ৰূপত থাকে।

**(খ) অৰ্থসংকোচ ঃ** আনহাতে অৰ্থবিস্তাৰৰ বিপৰীত ঘটনাই অৰ্থসংকোচ। অৰ্থাৎ কোনো কোনো সময়ত বহল অৰ্থত ব্যৱহাৰ হোৱা একোটা শব্দই অলপ ঠেক অৰ্থ প্ৰকাশ কৰিবলৈ ধৰে। আমি যে গদ্য অৰ্থত (পদ্য, গীত বা কাব্য নহয়) কথা ব্যৱহাৰ কৰোঁ ই এটা অৰ্থসংকোচৰ সুন্দৰ উদাহৰণ। কথা গুৰুচৰিত, কথা ৰামায়ণ (গীতি ৰামায়ণ নহয়), কথাশিল্পী (গদ্যকাৰ, কবি বা গীতিকাৰ নহয়) আদি শব্দ-গুচ্ছত অৰ্থসংকোচনৰ সূত্ৰ নিহিত হৈ আছে।

**(গ) অৰ্থসংশ্লেষ বা অৰ্থান্তৰ ঃ** এটা শব্দৰ অৰ্থ আমূল পৰিৱৰ্তন হ'লে অৰ্থসংশ্লেষ ঘটে। জতুৱা ঠাঁচত প্ৰয়োগ হোৱা বেছিভাগ কথাযুক্ত শব্দই অৰ্থান্তৰ ঘটি অসমীয়াত মূল অৰ্থৰ বিভ্ৰাট ঘটাইছে। উদাহৰণস্বৰূপে— মোৰ কাৰণে এইটো একো কথা নহয় (ঘটনা, চিন্তাৰ কাৰণ); যোৱা নোযোৱাটো তেওঁৰ ব্যক্তিগত কথা (সিদ্ধান্ত); চাকৰিৰ কথা বাদ দি হালৰ মুঠিত ধৰ (প্ৰসংগ, বিষয়); আজি তেওঁ অহাৰ কথা (তাৰিখ) ইত্যাদি বাক্যত আমি কথাৰ মূল অৰ্থৰ সামান্যভাবে হ'লেও লৰ হোৱা দেখিবলৈ পাইছোঁ।

**(ঘ) অৰ্থ উৎকৰ্ষ ঃ** কোনো শব্দ বেয়া অৰ্থৰ পৰা ভাল অৰ্থলৈ বা ভালৰ পৰা অধিক ভাল অৰ্থলৈ পৰিণত হোৱা পৰিঘটনাকে অৰ্থ উৎকৰ্ষ বোলা হয়। সদায় ডাঙৰৰ কথা মতে চলিবা (পৰামৰ্শ, উপদেশ)। তেওঁ গুৰুৰ পৰা কথা লৈছে (আধ্যাত্মিক উপদেশ)। উপৰিউক্ত বাক্য দুটাত কথাৰ অৰ্থ উৎকৰ্ষ ঘটিছে।

**(ঙ) অৰ্থ অপকৰ্ষ ঃ** আনহাতে অৰ্থ উৎকৰ্ষৰ ওলোটা প্ৰক্ৰিয়াকে অৰ্থ অপকৰ্ষ বোলা হয়। আমি যেতিয়া কওঁ— 'কথা ক'ৰবাত' বা 'কথা বেলেগ' তেতিয়া বেয়া দৃষ্টান্ত বা ঘৃণনীয় ঘটনা অৰ্থতহে কথাৰ অৰ্থটো লওঁ। তদ্ৰূপ 'নক'ব আৰু তেওঁৰ 'কথা' বা 'কি ক'ম তেওঁৰ কথা' বুলি যেতিয়া নাক কোঁচাই কোনোবাই কয় তেতিয়া বুজিব লাগিব কথাটো সুবিধাজনক নহয়। এইবোৰে অৰ্থ অপকৰ্ষৰ উদাহৰণ।

'অৰ্থতত্ত্ব এক প্ৰকাৰ মনোবৈজ্ঞানিক প্ৰক্ৰিয়া।' অন্যান্য শব্দৰ দৰে 'কথা'-ৰো অৰ্থ পৰিৱৰ্তনৰ কাৰণ এটা কথাৰে বুজাব নোৱাৰি। তথাপি ভাষাবিজ্ঞানীসকলে অৰ্থ পৰিৱৰ্তনৰ

কিছুমান কাৰণৰ কথা উল্লেখ কৰিছে। সেই কাৰণবিলাকক ভিত্তি কৰি কথা শব্দৰ উদাহৰণেৰে তলত এটি আলোচনা দাঙি ধৰা হ'ল।

(ক) **আলংকাৰিক প্ৰয়োগ ঃ** অতিশয়োক্তি, অতিৰঞ্জিতা (exaggeration) আদি অৰ্থালংকাৰৰ দৰে সাধাৰণ লোকেও দৈনন্দিন জীৱনত কথা-বতৰা পাতোঁতে কথা ৰহণ লগাই ভাল পায়। কেতিয়াবা এনে ৰহণ ইমান বেছি হৈ যায় যে তেতিয়া ই উৰাবাতৰি (কথাত পাখি গজা, মুখ বাগৰা কথা, কাণ বাগৰা ইত্যাদি) হৈ যায়। উদাহৰণস্বৰূপে ৰসাল কথা, কথাত ৰস পোৱা, গৰম কথা, কথাচহকী, কথাত পাখি গজা, কথাৰ মূল্য/দাম নথকা, নাভূত-নাশ্ৰুত কথা ইত্যাদি শব্দগুচ্ছত কথাৰ আলংকাৰিক প্ৰয়োগ ঘটিছে।

(খ) **নম্ৰতা প্ৰদৰ্শন ঃ** নম্ৰভাৱে আনৰ আগত কথা পাতোঁতে আমি পৰাপক্ষত কিছুমান বছা বছা শব্দহে ব্যৱহাৰ কৰোঁ আৰু তেতিয়া তেনে শব্দৰ কেতিয়াবা মূল অৰ্থৰ লৰ হয়। এগৰাকী অচিনাকি ব্যক্তিৰ লগত কথাৰ পাতনি তৰিবলৈ আমি 'আপোনাৰ লগত মোৰ <u>অলপ কথা</u> আছিল' বা প্ৰশ্নৰ অৱতাৰণা কৰিবলৈ '<u>এটা কথা</u> ক'ব পাৰিমনে?' বুলি বাক্য প্ৰয়োগ কৰোঁহক। তেতিয়া <u>অলপ কথা</u> বা <u>এটা কথা</u>-ৰ পৰিৱৰ্তে (আক্ষৰিক অৰ্থৰ পৰিবৰ্তন হৈ) <u>বহুত কথা</u> পতা বা সোধাটোও একো দোষণীয় হৈ নুঠে— একমাত্ৰ নম্ৰতা প্ৰদৰ্শনৰ কাৰণেই।

(গ) **সুভাষণ ঃ** কোনো কোনো ক্ষেত্ৰত অশোভনীয় বা অপ্ৰীতিকৰ কথা একোটা উল্লেখ কৰিব লাগিলে কিছুমান পৰোক্ষ অৰ্থ বুজোৱা শব্দৰহে সহায় লোৱা হয়। এনেধৰণৰ সুভাষণ ৰীতিৰ দ্বাৰা পৰিচালিত হৈ আমি অসমীয়াত 'লাজ লগা কথা' ব্যাক্যাংশৰে বহু অশ্লীল ঘটনা আৰু অমাৰ্জিত আচৰণৰ ইংগিত দিব পাৰোঁ। 'তুমি কাৰোবাক কথা দি থৈছা নেকি?' বুলি অতি মাৰ্জিতভাৱে কোনো মাক-বাপেকে সিহঁতৰ পুত্ৰ বা কন্যাই প্ৰেমত পৰা-নপৰা কথাৰ বুজ-বাজ ল'ব পৰাৰ বাক্-ভংগী অসমীয়াত আছে।

(ঘ) **কুসংস্কাৰ ঃ** কুসংস্কাৰজনিত কাৰণত বহু শব্দৰ অৰ্থৰ পৰিৱৰ্তন হোৱাৰ দৰে কথাৰো অৰ্থ পৰিৱৰ্তন নোহোৱাকৈ থকা নাই। 'বুকু ফাটে কিন্তু মুখ নুফুটে' বুলি মানি অহা অসমীয়া জীয়াৰী-বোৱাৰীয়ে মনৰ আশা-আকাংশা, কামনা-বাসনা জানো কাৰোবাৰ আগত প্ৰকাশ কৰিব পাৰে; সিহঁতৰ বাবে সেইবোৰ 'সাঁচি থোৱা বহু কথা' 'যি কথা- নহ'ল কোৱা' হৈয়ে থাকে। গোৱালপৰীয়া নাৰীয়ে সেয়ে বুকু চপৰিয়াই গাইছে— 'কাথাটা কাথাটা কেমন কৰিয়া কং' (কথাটো, কথাটো কেনেকৈ কওঁ।)

(ঙ) **স্থান-কাল-পাত্ৰ ভেদে ঃ** মন কৰিবলগীয়া যে— বিশেষ বিশেষ স্থান, সময় আৰু ব্যক্তি (ভাষা-ভাষী) সাপেক্ষে একোটা শব্দই বা ইয়াৰ সমাৰ্থক শব্দই ভিন ভিন অৰ্থত প্ৰয়োগ হ'ব পাৰে। 'কথা' শব্দৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম নহয়। এটা পৰিয়ালৰ 'ঘৰুৱা কথা'ত অইনে মাত মাতিবলৈ গ'লে ই অনধিকাৰ চৰ্চা হয় কিন্তু 'ৰাইজৰ কথা'ত উচিত

মাত নামাতিলে তাক দোষে পায়। ইয়াৰ অৰ্থ হ'ল 'ঘৰুৱা কথা' প্ৰায়ে গোপনীয় হৈ থাকে কিন্তু 'ৰাইজৰ কথা' ৰাজহুৱা হৈ পৰে। ঘৰত মাকে খণ্ডৰ ভমকত পুতেকক মাৰিম, কাটিম, পিঠি বখলা-বখল কৰিম বুলি ক'লেও ৰাইজৰ কাঠগড়াত থিয় হ'ব নালাগে। কিন্তু বাহিৰত আন কাৰোবাক 'তোক চাই ল'ম' বুলি ক'লেই নগৰত জগৰ লাগে। সেইদৰে পৰিৱেশ-পৰিস্থিতি ভেদে শব্দৰ প্ৰয়োগৰ সলনি হোৱা দেখা যায়। আজিকালি প্ৰায়ে 'মামুলী কথা' বুলি ভাবি যাকে-তাকে 'মুখ চণ্ডালি কথা ক'বি' বুলি থ্ৰিটিনিং দিয়ে। কিন্তু শংকৰদেৱ-মাধৱদেৱৰ দিনতহে নালাগে লক্ষ্মীনাথ-পদ্মনাথৰ দিনত জানো অসমীয়া মানুহে এইদৰে কথাৰ শান মাৰিছিল। ভাষা-ভাষী ভেদে কথাৰ সমাৰ্থক বাত (হিন্দী), ৱাৰ্ড (ইংৰাজী)ৰ প্ৰয়োগলৈ মন কৰিলেও ইয়াৰ সত্যতা নিৰূপণ কৰিব পাৰি। হিন্দীৰ 'ক্যা বাত হ্যায়', ইংৰাজীৰ 'What is the matter'-ৰ সমাৰ্থক অসমীয়া 'কি কথা' 'কি ঘটনা' নহৈ 'কি হ'লনো'— হে হয়। তদ্ৰূপ হিন্দীৰ 'অপনী জবান সাম্ভালো', ইংৰাজীৰ 'Mind your language'-ৰ সমাৰ্থকভাৱে অসমীয়াত 'কথা ভাবি চিন্তি ক'বা' বা 'কাক কি কৈছা' বুলিহে কোৱা হয়।

(চ) ভাবাবেগ ঃ অনুভূতিৰ আতিশয্যৰ বাবে আমি দৈনন্দিন জীৱনত বহু কথা ইয়াৰ আক্ষৰিক অৰ্থত ব্যৱহাৰ নকৰি অইন অৰ্থতো ব্যৱহাৰ কৰোঁহক। উদাহৰণস্বৰূপে— 'সাংঘাতিক কথা', 'অসম্ভৱ কথা' জানো প্ৰকৃততে সম্ভৱ হ'ব পাৰে। অথবা 'এক কথাত ক'বলৈ গ'লে' বুলি কোনোবাই ক'লেই জানো সি এটা শব্দত প্ৰকাশ কৰিব পাৰিব। সেইদৰে মুখেদি উচ্চাৰণ কৰে বাবে 'মুখৰ কথা' (মৌখিক স্বীকাৰোক্তি) হোৱাত আপত্তি নাই কিন্তু মনৰ মাজত পুহি থোৱা গোপনীয় কথা জানো পেটত থাকে (আমি জানো নকওঁ- পেটৰ কথা ভাঙি ক, পেটত এটা মুখত এটা ইত্যাদি।

এইদৰে (ছ) গৌনাৰ্থৰ প্ৰাধান্য, (জ) শব্দাৰ্থৰ এটা তত্ত্বৰ প্ৰমুখতা (ঝ) অজ্ঞানতা বা অসাৱধানতা, (ঞ) অধিক শব্দৰ পৰিবৰ্তে এটা শব্দ আৰু (ঠ) সাদৃশ্য বা লোকব্যুৎপত্তিৰ বাবেও শব্দৰ অৰ্থ পৰিবৰ্তন হ'ব পাৰে। ফকৰা যোজনা আৰু প্ৰবচনত বিচাৰিলে অৰ্থ পৰিবৰ্তনৰ এনে ব্যাখ্যা দেখাৰ পোৱা যাব। উদাহৰণস্বৰূপে— 'মিছা কথাৰ ঠেং চুটি/সঁচা কথা শিলৰ খুটি' প্ৰবচনৰ সাদৃশ্যতা 'মিছা মাছৰ ঠেং চুটি মিছা কথা কৈ' বা 'ৰাতি হ'লে সাত হাল বায়/দিনত হ'লে এহালো নাই' প্ৰবচনৰ সাদৃশ্যত 'কথকীয়ে বায় কথাৰ হাল/কিবা বাম কিবা খাল' পটন্তৰ দুফাকিৰ উদ্ভাৱন কৰা হৈছে।

✱✱✱

# চাৰি

## কথাৰ সমতুল্য শব্দ

অন্যান্য শব্দৰ দৰে 'কথা'ৰো বিকল্পে প্ৰয়োগ হোৱা নানা ধৰণৰ পূৰ্ণ সমাৰ্থক শব্দ/সমাৰ্থকতা (total/absolute homosemy/synonym) আৰু আংশিক সমাৰ্থক শব্দ/সমাৰ্থকতা (partial homosemy/synonym) পোৱা যায়। সংস্কৃতমূলীয় কথ্ ধাতুজাত 'কথা'ৰ সমাৰ্থকতা হিচাপে তলত উল্লেখিত তৎসম, তদ্ভৱ বা দেশী-বিদেশী শব্দৰ প্ৰয়োগ আছে। উদাহৰণ—

মাত < মন্ত্ৰ তু. মন্ত্ৰনা, মন্ত্ৰী (মন্ত্ৰনাদাতা), কুমন্ত্ৰনা, মন্তব্য

ভাষা <√ভাষ্ তু. ভাষণ, অভিভাষন, সুভাষণ, মিষ্টভাষী/ভাষিনী, সুভাষিত, ভাষিক, ভাষী, ভাষ্য;

বচন <√বচ তু. বাচ, বাচ্য, অবাচ্য/অবাইচ, বাচিক, প্ৰবচন, √বাক্ <√বাচ তু. বাক্য/বাইক, অবাইক, অবাক, নিৰ্বাক, প্ৰবক্তা, ব্যক্ত অব্যক্ত, বক্তৃত্বা, বক্তা, ব্যক্ত, অব্যক্ত, বাকপটু ঃ

বাগ্ < √বাচ তু. বাগীশ, বাগ্মীতা, বাগ্মীবৰ, বাগদেৱী, বাগ্‌দত্তা, বাগাড়ম্বৰঃ

বাঙ < √বাচ তু. বাঙ্ময়

বাণী < বাণী, √বন তু. ভৱিষ্যদ-বাণী, বাণীবদ্ধ;

উক্তি <√বচ তু. উক্ত, কটুক্তি, বক্ৰোক্তি

বাদ <√বদ তু. বাদ-বিবাদ, প্ৰতিবাদ, অনুবাদ, সংবাদ, অপবাদ, অনুবাদ, বাদীন (সত্যবাদী, মিথ্যাবাদী), কিম্বদন্তী তু. হিন্দীঃ বাত, বাত-চিত; উৰ্দুঃ বাদা;

বিৱৰণ/বিৱৰণি <√ ৱৰ্ণ তু. ৱৰ্ণন, বৰ্ণনা, বৰ্ণিত;
পাঠ/পাঠ্য<√পঠ্ তু. পঠন, পঠিত, পাঠক, পাঠ্য-পুথি
কথ্য <√ কথ্ তু. কথিত, কথন, উপকথন, কথোপকথন, কথক, কথকী।
শব্দ < শব্দ তু. শাব্দিক, নৈশব্দ, শব্দকোষ;
নাদ< নাদ তু. অনুনাদ, অনুনাদিত, নিনাদিত;
বতৰা< ৱাৰ্তা তু. কথা-বতৰা, আগলি বতৰা, বাতৰি, বাৰ্তালাপ, বাৰ্তালোচনী;
আলাপ < আ-লাপ্ তু. প্ৰলাপ, বিলাপ, সংলাপ, অপলাপ;
আলোচনা < আ-লোচ তু. আলোচ্য, আলোচনী, আলোচনা-বিলোচনা;
উচ্চাৰণ <√উৎচাৰ তু. উচ্চাৰিত, সোচ্চাৰ, দুৰুচ্চাৰ্য;
ঘোষা <√ঘোষ তু. ঘোষণা, ঘোষিত, অঘোষিত;
যুক্তি < যুক্তি, তু. যুক্তি-তৰ্ক, প্ৰযুক্তি, যুক্তিসংগত, যুক্তিযুক্ততাং
তৰ্ক < তৰ্ক তু. বিতৰ্ক, সতৰ্ক, অসতৰ্ক, তাৰ্কিক, তৰ্কবিদ, তৰ্কাতীত;
প্ৰতিজ্ঞা < প্ৰতিজ্ঞা।

বোল <√ৱচ্চ, হিন্দীঃ √বোল্ তু. মাত-বোল, বুলি (ব্ৰজবুলি), বোলছবি (=কথাছবি), বোল হৰি/হৰিবোল,

কাহিনী < হিন্দী ঃ কহানী তু. উপকাহিনী, কাহিনীকাৰ;
জৱান < আৰবী-ফাৰ্চীঃ জবান (জিভা), জবান-বন্দী;
কবুল < আৰবী-ফাৰ্চীঃ কবুল (প্ৰতিজ্ঞা)
ৰাৱ < ৰাৱ, বড়ো/ৰাভাঃ ৰাও তু. আৰাৱ, হামৰাও;
'কথা কোৱা' অৰ্থতো বহুতো সমাৰ্থক ক্ৰিয়াৰ প্ৰয়োগ আছে। উদাহৰণ—
√ ক <√কথ্ তু. কথিত, কথন

লোক-ভাষাত কথ্ ধাতুৰ অবিকল প্ৰয়োগ আছে। যেনে— 'কথিলেই কথা মথিলেই ঘিউ।'

হিন্দীত √ কহ্ ধাতুৰ সমাৰ্থক ৰূপ অসমীয়া লোক-ভাষাত পোৱা যায়। যেনে— 'কহনা আছে ৰহনা নাই।
পাঁচহাল গৰুৰ নটা নাই।'

সেইদৰে কোৱা, কওঁতা/কৰ্বঁতী, ক'বলগীয়া,ক'বপৰা/নোৱাৰা;

√বোল < হিন্দীঃ √ বোল তু. বোলা, বোলোঁ, বোলে (হেনো), বোলা-বুলি, বুলনি (আইদেউৰ বুলনি, বুলনি চ'ৰা);

√বক্/বলক <√ৱচ্চ্ তু. বহুবক্কী;
সেইদৰে বকনি, বলকনি, কথাৰ বকলা (মেল্);

✓আলচ্ <✓ আলোচ তু. আলচা কথা, আলচ-বিলচ, আলোচনী, আলোচ্য, আলোচনা, সমালোচনা, পর্যালোচনা, আলোচনা-বিলোচনা।

✓আৱৰা <✓ আবৃত্ তু. আবৃত্তি, বিবৃত্তি

✓বিৰ্বিৰা < বিৰ্বিৰ্ (ধ্বনাত্মক শব্দ)

✓ফুচফুচা < ফুচফুচ (ধ্বনাত্মক শব্দ)

✓পেঘেনীয়া

✓চিঞৰ্

মনকৰিবলগীয়া যে ইয়াত উল্লেখিত বহুকেইটা শব্দই দৰাচলতে কথাৰ সমাৰ্থক শব্দ বা সমাৰ্থকতা বুলিব নোৱাৰি। বৰঞ্চ ইবিলাকক পৰিপূৰকতা বা বৈকল্পিক (complimentarity) বোলাহে যুগুত। কেতিয়াবা সংগতি নথকা শব্দৰো এনেধৰণৰ প্ৰয়োগ হ'ব পাৰে। যেনে— কথা ঃ কাণ্ড, ভাষা

তাৰ কথা নক'বি ঃ তাৰ নাম নল'বি/নুলিয়াবি।

**ইংৰাজী প্ৰতিশব্দ (Synonym) ঃ**

Speech, speaking, saying, telling, description, uttering, prono -uncing, sound, voice, word, argument, narrating, debating, lecture, dialogue, conversation, discussion, statement, story ইত্যাদি।

**কথা ক (ধাতু)-ৰ ইংৰাজী প্ৰতিশব্দ ঃ**

to speak, to say, to tell, to describe, to utter, to pronounce, to narrate, to argue, to debate, to converse, to discuss, to state ইত্যাদি।

**বিপৰীতাৰ্থক শব্দ (Antonym) ঃ**

কথাৰ বিপৰীতাৰ্থক শব্দ (Antonym) নিৰ্ধাৰণ কৰা অতি টান। অ-কথা, অকথ্য, অবাইচ, অবাচ্য/কুবাচ্য, অবাক্য/অবাইক/কুবচন, কুমন্ত্ৰ, অপবাদ, অপলাপ আদি বিশেষ্য বা বিশেষণ শব্দই 'বেয়া কথা' বা দুৰ্বাক্য অৰ্থহে সূচায়। আনহাতে অমাত (অমাতৰ মাত) মানে দুষ্প্ৰাপ্য মাত বা 'অময়া বৰষা মাত'হে সূচায়। অথচ কথা ক, বোল, বলক/বক, উচ্চাৰণ কৰ্ আদি ধাতুৰ কিন্তু সম্পূৰ্ণ বিপৰীত অৰ্থত প্ৰয়োগ হোৱা ধাতু পোৱা যায়। যেনে—

চুপ (থাক্) ঃ নিশ্চুপ (থাক)

নিশ্চুপৰ সমাৰ্থক ঃ নীৰৱ, নিস্তব্ধ, অস্ফুট, নিঃশব্দ, নৈশব্দ, মৌন, নিৰ্বাক, নিমাত, অনুচ্চাৰিত, অনিনাদিত আৰু ইয়াৰ ক্ৰিয়া বিশেষণৰ ৰূপ ঃ

নীৰৱে, নিস্তব্ধে, নিঃশব্দে, মনে মনে, মৌনভাৱে, নিমাতে;

মন কৰিবলগীয়া যে ক্রিয়াৰ নঞর্থক ৰূপটোৱে যিহেতু বিপৰীত অর্থ সূচায়; সেয়ে ইয়াৰো বিপৰীতার্থক শব্দ হিচাপে তলত দিয়া ৰূপসমূহ পোৱা যায়। যেনে— কথা ✓নক/নাপাত/নুলিয়া, ✓নোবোল্,✓নবক্, উচ্চাৰণ নকৰ্;

আনহাতে ✓হাঁহ (তু. হঁহা-মতা, হাঁহি-মাতি), ✓কান্দ (কন্দা-কটা, কান্দি-কাটি), ✓গা, গান/গীত গা, গালি পাৰ, গালি-শপনি দি, শাও দি, আবৃত্তি কৰ, ৰাউচি জুৰ, উকি/ৰিং মাৰ, চিঞৰ, আটাহ পাৰ আদিও প্রকাৰন্তৰে কথা-পাত, ক, বোল আদিৰ বিপৰীতার্থক শব্দ বা ধাতু।

এইবোৰ ৰূপক অৱশ্যে প্রকৃত বিপৰীতার্থক শব্দ (Antonym) নুবুলি বৈপৰীত্যধর্মী বা ওলোটা শব্দ (Converseness) বোলাহে যুগুত। কেতিয়াবা সংগতি নথকা শব্দৰো এনেধৰণৰ প্রয়োগ হ'ব পাৰে। যেনে—

কথা ঃ কাম

তাৰ **কথা** আৰু **কামৰ মিল নাই**

সি **কথাৰ** মানুহ ঃ সি **কামৰ** মানুহ;

**কথাৰে** জগত জিনিব পাৰি কামৰ **বেলিকা** নাই।

কথা ঃ ইচ্ছা

কথা প্রসঙ্গত (এনেয়ে; ইচ্ছাকৃতভাৱে/অনিচ্ছাকৃতভাৱে) ঃ ইচ্ছাকৃতভাৱে

কথা ঃ সঁচা-সঁচি, বাস্তৱ, নির্ঘাত, সুনিশ্চিত;

আজি তেওঁ অহাৰ **কথা** (মনোভাৱ, কল্পনা) ঃ তেওঁ (সঁচা-সঁচিকৈ) আহিল নহয়, তেওঁ অহাতো **নির্ঘাত** ইত্যাদি।



## পাঁচ

# কথাৰ পাৰিভাষিক প্ৰয়োগ

আমি ইতিমধ্যে অৰ্থ পৰিবৰ্তনৰ বহুকেইটা কাৰণৰ ব্যাখ্যা আগবঢ়াইছোঁ। ইয়াৰ বাহিৰেও প্ৰাচীন অৰ্থ লোপ আৰু নতুন অৰ্থ আৰোপ এই দুটা কাৰণতে বহু শব্দৰ অৰ্থ পৰিবৰ্তন হ'ব পাৰে। নতুন নতুন পৰিৱেশত খাপ খাব নোৱাৰি বা অনুবাদমূলক ধাৰ (loan translation)ৰ প্ৰকোপত শব্দ একোটাৰ পুৰণি অৰ্থ লোপ পাই নতুন অৰ্থ আৰোপ হ'ব পাৰে। এনে নতুন অৰ্থ আৰোপৰ মূল ভিত্তি হৈছে নতুন পাৰিভাষিক শব্দ (new terminology)ৰ প্ৰয়োজনীয়তা। অসমীয়াত সাহিত্য-সমালোচনা (Literary criticism), লোক-সংস্কৃতি (folklore) আৰু ভাষাতত্ত্ব (linguistics) চৰ্চাৰ ক্ষিপ্ৰ উন্নয়ন হোৱাৰ লগে লগে 'বহু পাৰিভাষিক শব্দ'ৰ সৃষ্টি কৰিবলগীয়া হৈছে আৰু এই ক্ষেত্ৰত 'কথা' শব্দৰো নতুন অৰ্থত প্ৰয়োগ হোৱা আমি দেখিবলৈ পাইছোঁ। ইয়াৰে কিছুমান শব্দ সাধাৰণ শব্দৰ দৰে দৈনন্দিন জীৱনতো সঘনাই প্ৰয়োগ হ'বলৈ ধৰিছে আৰু এইবোৰ লাহে লাহে অভিধানতো স্থান পাবলৈ ধৰিছে। বৰ্তমানৰ অতিকৈ প্ৰচলিত **কথাছবি** তুলনাঃ বোলছবি (cinema, film), **আগকথা** তুলনা ঃ, পাতনি (introduction, preface) এই দুটা শব্দ হেমকোষত অন্তৰ্ভুক্ত হোৱা নাছিল যদিও সম্প্ৰতি প্ৰায়কেইখন অভিধানতে এই শব্দ দুটা অন্তৰ্ভুক্ত হৈছে। সেইদৰে **ৰূপকথা** (অবাস্তৱ কাল্পনিক গল্প বা কাহিনী fairy tale), **চিত্ৰকথা** (অমৰ চিত্ৰকথাৰ আৰ্হিৰ সচিত্ৰ কাহিনী) আদি অসমীয়া অভিধানত অন্তৰ্ভুক্ত হোৱা নাই যদিও এইবোৰৰ প্ৰয়োগ বাংলা-হিন্দী আদিৰ দৰে অসমীয়াতো সঞ্চালনিভাৱে হৈ আহিছে। তলত হেমকোষত

উল্লেখ থকা শব্দ কিছুমান, যিবোৰ এতিয়া পাৰিভাষিকভাৱে কিছু সীমিত অৰ্থত প্ৰয়োগ হৈ আহিছে সিবোৰৰ অৰ্থ দিয়া হ'ল।

**ইতিকথা**, বি. (সং) উপকথা, a tale, a legend.

**উপকথা**, বি. (সং উপ. মূল নথকা+কথা, আখ্যান) সজা উপাখ্যান, মিছা সাধুকথা, a fable, a novel, a tale **তত্ত্বকথা**, বি. আচল বা সত্য সম্ভেদ, the inword truth **নীতিকথা**, বি. সজ আচৰণ শিকোৱা সাধুকথা, সজ শিক্ষা a moral tale, a discourse on ethics, a work on polity.

**সাধুকথা**, বি. (সং সাধু, সন্ত+কথা, উপাখ্যান; সন্তসকলে কয়, এতেকে), কোনো এটা উপদেশ দিবৰ কাৰণে সজা কথা, উপকথা, সঁচা বা মিছা পুৰণি উপাখ্যান, a moral tale, a fable, a story.

আনহাতে লোক-সংস্কৃতিৰ পৰিভাষাত **লোককথা** বা **লোক-কাহিনী** (folk tale)ৰ কেইটামান ৰূপ বা শ্ৰেণীভেদ আছে। সেই সমূহৰ ভিতৰত Myth অৰ্থত **পুৰাণ কথা, পুৰ কথা, গোসাঁই কথা, অতিকথা** Legend অৰ্থত **জনশ্ৰুতিমূলক কথা**; Tale অৰ্থত **সাধুকথা, সাজো কথা, উপকথা, উককথা**। সেইদৰে Animale tale অৰ্থত **জন্তুকেন্দ্ৰিক সাধুকথা**; Magic tale/wonder tale অৰ্থত **যাদুমূলক বা বিস্ময়াবহ সাধু কথা**; tricksta tale অৰ্থত **টেটোনৰ সাধু**; Joke/humorous tale অৰ্থত **ধেমেলীয়া সাধুকথা (টেটকুটি)**; Formula tale অৰ্থত **নিৰ্ধাৰিত গঢ়ী বা সূত্ৰবদ্ধ সাধুকথা**; Etiologial tale অৰ্থত **কাৰণ নিৰ্দেশক বা নৈদানিক সাধুকথা**; Dilemma tale অৰ্থত **সমস্যামূলক সাধুকথা**; Endless tale অৰ্থত **অন্তহীন সাধুকথা**; Catch tale অৰ্থত **উত্তৰ-সন্ধানৰ সাধুকথা**; Cante-fable অৰ্থত **কথা-গীত**; Religious legend অৰ্থত **ধৰ্মমূলক সাধুকথা**; Anecdote অৰ্থত **ক্ষুদ্ৰসত্য কাহিনী**; Fable অৰ্থত **ৰূপকধৰ্মী নীতিমূলক সাধুকথা**; Fairy tale অৰ্থত **পৰীৰ সাধুকথা** হিচাপে পৰিভাষা দিয়া হৈছে। ইয়াৰ উপৰি দুই-এক **মিছলীয়া সাধুকথা, মূৰ্খৰ সাধুকথা, নিষিদ্ধ সাধুকথা** বুলিও সাধুকথাৰ আৰু কিছুমান প্ৰকাৰভেদ আছে বুলি দেখুৱাব বিচাৰে। (দ্ৰষ্টব্য ঃ ডঃ নবীন চন্দ্ৰ শৰ্মা ঃ 'সাধুকথা ঃ ৰূপ-ৰস-গন্ধ-পৰশ', সোণাৰ গাছ ৰূপাৰ পাত, ১৯৯৯ আৰু ডঃ বীৰেন্দ্ৰ নাথ দত্ত সম্পাদিত 'বিশ্বকোষ, পঞ্চম খণ্ড, ২০০৩)

সাহিত্যৰ পৰিভাষাতো 'কথা' শব্দৰ বিস্তৃত প্ৰয়োগ আছে। তেনে কিছুমান কথাৰে নিৰ্মিত পাৰিভাষিক শব্দৰ বিষয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি আৰু সমন্বয় সমিতিৰ উদ্যোগত ১৯৭৯ চনত প্ৰকাশিত ডঃ প্ৰফুল্ল কটকী ৰচিত 'সাহিত্য আৰু সংজ্ঞা' (সাহিত্য সমালোচনাৰ পৰিভাষাসম্বলিত)ৰ পৰা উদ্ধৃত কৰা হ'ল।

**কথাঃ** 'কথা'ৰ আভিধানিক অৰ্থ হ'ল গল্প, প্ৰসংগ, বাক্যালাপ, বিৱৰণ ইত্যাদি। 'কথা' হ'ল কল্পিত কাহিনী আৰু আখ্যায়িকা, ঐতিহাসিক বা পুৰাগত কাহিনী।.... এই মত অনুসৰি বাণভট্টৰ 'কাদম্বৰী' হ'ল কথা আৰু 'হৰ্ষচৰিত' হ'ল আখ্যায়িকা। (পৃ. ৭৮) কিন্তু আচাৰ্য দণ্ডীৰ মতে কথা আৰু আখ্যায়িকাৰ মাজত কোনো পাৰ্থক্য নাই (পৃ. ৪৫)।

**কথা-কবিতা** (Prose-poem) **ঃ** কোনো আবেদনশীল বা ভাবব্যঞ্জক পৰিস্থিতিক বিষয় বস্তুৰূপে লৈ ঘাইকৈ কাব্যভাবানুৰঞ্জিত গদ্যত লিখা নাতিদীৰ্ঘ ৰচনাকে কথা-কবিতা আখ্যা দিয়া হয়। এনে ৰচনাৰ বাবে লেখকৰ মননশীলতা আৰু অনুভূতিশীলতা আৰু ভাষাৰ ওপৰত দখল থকা প্ৰয়োজন।... কবি-কবিতা আৰু কবিত্বময়ী একে নহয়। কথা-কবিতা এবিধ কবিতাই। কিন্তু কবিত্বময়ী কথা লিখাৰ ভংগী আৰু ভাষাৰ ৰীতি মাথোন। ...অসমীয়া সাহিত্যত যতীন্দ্ৰনাথ দুৱৰাৰ 'কথা-কবিতা' এই ভাষাৰ এক অমৰ কীৰ্তি আৰু যিকোনো মানদণ্ডেৰেই এক বিশিষ্ট সাহিত্যিক সৃষ্টি। (পৃ. ৭৮-৭৯)

**কথা-সাহিত্য** (Fiction) **ঃ** পদ্যবদ্ধ কথাক কথা কাব্য আৰু গদ্যবদ্ধ কথাক কথা-সাহিত্য আখ্যা দিয়া হয়। উপন্যাস, সাধুকথা, চুটিগল্প, ৰম্য ৰচনা, বৰ্ণনাত্মক ৰচনা ইত্যাদিক কথা-সাহিত্য বোলা হয়। (পৃ, ৭৯)

**গল্প কথা আৰু কথা ঃ** 'আখ্যায়িকা'ৰ আভিধানিক অৰ্থ উপলব্ধাৰ্থা, ইতিহাস। ...কবিৰ নিজৰ বা আনৰ জ্ঞাত বিষয় সম্পৰ্কে ৰচিত গদ্যৰ নাম আখ্যায়িকা। আখ্যায়িকা... বুলিলে গল্পকথা বিশেষকো বুজায়। 'হৰ্ষচৰিত', 'কাদম্বৰী' প্ৰভৃতি উপলব্ধাৰ্থ কৰা প্ৰসংগৰ নাম আখ্যায়িকা।

সংস্কৃত গদ্যকাব্যৰ দুই বিভাগৰ এক বিভাগৰ নাম আখ্যায়িকা। অন্য বিভাগৰ নাম কথা। (পৃ. ৪৪-৪৫)

**স্মৃতি কথা** (Memoirs) **ঃ** স্মৃতি কথাৰ লেখকে তেওঁৰ জীৱনী নিলিখে, তেওঁৰ সমসাময়িক ঘটনাসমূহৰ বিৱৰণহে পঞ্জীবদ্ধ কৰে। জীৱনী আৰু আত্মজীৱনী ৰচনাত স্মৃতিকথাৰ সহায় কেতিয়াবা কেতিয়াবা লোৱা হয়। স্মৃতিকথা লেখকৰ কাৰ্য বুৰঞ্জী লেখকৰ কাৰ্যতকৈ পৃথকঃ প্ৰথমজন তেওঁৰ দ্বাৰা বৰ্ণিত ঘটনাৰ প্ৰত্যক্ষ দৰ্শক, আনজন বৰ্ণিত ঘটনাৰ প্ৰত্যক্ষ দৰ্শক নহ'বও পাৰে, সচৰাচৰ নহয়েই। স্মৃতিকথাৰ লেখকৰ এক স্বতন্ত্ৰ দৃষ্টিভংগী থাকিব লাগিব। তেওঁৰ সমসাময়িক বিশিষ্ট ব্যক্তিসকলৰ বিষয়ে প্ৰচলিত সৰু-সুৰা সত্য কাহিনীয়েও তেওঁৰ ৰচনাত ঠাই পাব। স্মৃতিকথা পঢ়ি গ'লে উপন্যাসৰ দৰে লাগে, ইয়াৰ কথাশৈলীও ইতিহাসৰ কথাশৈলীতকৈ বেলেগ। সপ্তদশ শতিকাৰ ইংৰাজ লেখক John Evelyn অৰ Memoris স্মৃতিকথা হিচাপে সুপ্ৰসিদ্ধ। বেণুধৰ শৰ্মাৰ 'মজিয়াৰ পৰা মেজলৈ' সুখপাঠ্য স্মৃতিকথা হিচাপে উল্লেখযোগ্য (পৃ. ৩৩৫-৩৩৬)। সংগীতৰ আলোচনাত গীতৰ কথা বুলিলে ইংৰাজীত

lyric, হিন্দীত বোল অৰ্থাৎ গীতৰ সুৰ (tune ধুন) বা কণ্ঠ (voice) নোহোৱা গীতাংশকে বুজায়।

ভাষাবিজ্ঞানৰ পৰিভাষাতো কথা বা বাক (parole) আৰু ভাষা (langue)-ৰ মাজত দুই বৈপৰীত্যমূলক পাৰ্থক্য ৰক্ষিত কৰা হৈছে। বিখ্যাত ভাষাবিজ্ঞানী Ferdinand da Squssureৰ গাঁথনিক ভাষাবিজ্ঞান মতে (Course of Linguistique General, 1916) ভাষাবিজ্ঞান বিশ্লেষণৰ চাৰিটা দ্বিশাখাৰ ভিতৰত ভাষা আৰু কথা দ্বিশাখাটো বিশেষভাৱে উল্লেখযোগ্য। ভাষা অৰ্থাৎ langue হ'ল কিছুমান আভ্যন্তৰীণ বিষয় যিটো অমূৰ্ত ৰূপত থাকে। আনহাতে কথা অৰ্থাৎ parole হ'ল ভাষাৰ বাহ্যিক ৰূপ যিটোৰ মূৰ্ত ৰূপ আছে।

কথা (parole) ঃ কথা মানে হ'ল বাকশক্তি। ভাষাৰ উপাদানৰ ভিতৰত বাকশক্তিও এবিধ। মানুহৰ কথা ক'ব পৰা ক্ষমতা আছে। কথা ক'ব পৰা ক্ষমতা সকলো জীৱে পোৱা নাই। কুকুৰ, মেকুৰী, গৰু আদিয়ে কিবা এটা মাত দিব পাৰে কিন্তু সিহঁতে কথা ক'ব নোৱাৰে। সিহঁতৰ বাকশক্তিৰ অভাৱ। মানুহে এটাৰ পিছত এটাকৈ কথা কৈ থাকিব পাৰে। কিন্তু ইচ্ছা নহ'লে কাৰো লগত কথাও নপতাকৈ থাকিব পাৰে। ভাষাৰ এটা প্ৰয়োজনীয় উপাদান হ'ল কথা বা বাকশক্তি। মানুহে কথা ক'ব পাৰে বাবে logos আৰু অইনে নোৱাৰে বাবে alogos। গ্ৰীক শব্দ logosৰ পৰাই ইংৰাজী language অৰ্থাৎ ভাষা শব্দৰ ব্যুৎপত্তি হৈছে। সংজ্ঞা মতে "কোনো ব্যক্তিয়ে পৰিৱেশ অনুযায়ী ভাব বিনিময়ৰ বাবে ভাষিক গোট ব্যৱহাৰ পদ্ধতিৰেই 'parole' বা বাক/কথা। John lyons- অৰ মতে ইয়ে বাগ-ব্যৱহাৰ (Language behaviour) আৰু Chomsky- ৰ মতে perfomance" (দ্ৰষ্টব্যঃ ডঃ ভগৱান মৰলঃ 'আধুনিক ভাষাবিজ্ঞান'; ১৯৯৮, পৃ. ৫৭)

আনহাতে ভাষা হৈছে মানুহৰ মনৰ ভাব আদান-প্ৰদান কৰোঁতে ব্যৱহাৰ কৰা এবিধ উৎকৃষ্ট মাধ্যম। ভাষা মানুহে যেনেকৈ তেনেকৈ ক'ব নোৱাৰে। সেইকাৰণে ভাষাক প্ৰণালীৰ প্ৰণালী বুলি কোৱা হয়। ভাষা এটা ক'ব লাগিলে মানুহে এই প্ৰণালীৰ মাজেদিহে ক'ব লাগিব অৰ্থাৎ ধ্বনি, ৰূপ, বাক্য, অৰ্থ আদিৰ প্ৰণালীবদ্ধভাৱে ব্যৱহাৰ কৰিলেহে ভাষা হয়। সেইবাবে পগলাৰ প্ৰলাপক ভাষা বুলিব নোৱাৰি। আনহাতে কথাত কিন্তু কোনো প্ৰণালীবদ্ধ নিয়ম নাই। যেনেকৈ ইচ্ছা তেনেকৈ মুখেৰে শব্দ কৰি উচ্চাৰণ কৰি থাকিলেই হয়। সেইবাবে পগলা মানুহে ভাষা নকয় কথাহে কয়। সংজ্ঞা মতে "জাতিটোৰ মানুহবোৰে মানি লোৱা ধ্বনি সংযোগ প্ৰণালী, ৰূপ গঠনৰ প্ৰণালী, বাক্য গঠনৰ প্ৰণালী সুশৃংখল আৰু প্ৰণালীবদ্ধভাৱে গ্ৰহণ কৰি ভাব বিনিময় কৰা পদ্ধতিকে ভাষা (langue) কোৱা হয়।" John Lyons ৰ মতে ইয়ে ভাষা প্ৰণালী (language system) (দ্ৰষ্টব্যঃ ডঃ ভগৱান মৰল, প্ৰাগুক্ত, পৃ. ৫৬)

ভাষাৰ সৈতে শৰীৰ-ভাষা সম্পৰ্কীয় কথাও জড়িত হৈ আছে। এই শৰীৰ-ভাষা (body language) সম্পৰ্কীয় জ্ঞানৰ বাবে কাইনেছিকছ (Kinesics)-ৰ উপৰিও স্থানিক দূৰত্বৰ জ্ঞান (proxemics) আৰু বাচনিক লক্ষণ (vocal feature) এই তিনিটা যোগাযোগৰ অশাব্দিক কাৰ্যকলাপসমূহৰ প্ৰয়োগ সম্পৰ্কীয় বিদ্যা ভালদৰে জানি লোৱাটো অতিশয় প্ৰয়োজনীয়। হাত, চকু, মুখ আদিৰে কৰা অংগী-ভংগী, বাহ্যিক চেহেৰাৰ ৰং-ৰূপ বা ধৰণ কৰণ, কোৱাৰ সুৰ, উচ্চাৰণৰ ভংগিমা আদিক একেলগে শৰীৰ ভাষা বোলা হয়। পণ্ডিতসকলৰ মতে মৌখিক যোগাযোগৰ কাৰ্যক্ষমতাৰ শতকৰা ৩৫ ভাগহে শব্দৰ ওপৰত নিৰ্ভৰশীল। বাকী শতকৰা ৬৫ ভাগেই শৰীৰৰ অন্য অভিব্যক্তিৰ দ্বাৰা প্ৰেৰিত আৰু গৃহীত হয়।

ব্যক্তিগত বাহ্যিক ৰূপ (Appearance), দেহভংগী (Posture), অংগ সংকেত (Gesture) মুখভংগী (Racial Expression), চাক্ষুস অভিব্যক্তি (Eye contact) -এই কেইটা মিলিয়ে শৰীৰ ভাষা সম্পৰ্কীয় অধ্যয়নৰ বিষয়বস্তু। সেইদৰে বক্তা (প্ৰেৰক) আৰু শ্ৰোতাৰ (গ্ৰাহক) স্থানিক অৱস্থানৰ বিষয়ে স্থানিক দূৰত্ব সম্পৰ্কীয় অধ্যয়নে সামৰি লয়। আনহাতে বক্তাৰ মাতৰ তীব্ৰতা (volume), শব্দ নিক্ষেপনৰ পৰিমাণ অৰ্থাৎ বেগ (pace/rate), কণ্ঠস্বৰৰ কম্পন (pitch), উচ্চাৰণৰ স্পষ্টতা (Articulation), উচ্চাৰণৰ শুদ্ধতা (Pronunciation), স্বৰ নিয়ন্ত্ৰণ (voice modulation), সাময়িক বিৰতি (pause) এইকেইটাই বাচিক লক্ষণৰ ভিতৰত পৰে। এইবিলাক সঠিক ৰূপত প্ৰয়োগ জানিলেহে এজন সফল বক্তা হ'ব পাৰি আৰু প্ৰকাশযোগ্য হোৱাখিনি সঠিক ৰূপত ব্যক্ত কৰিব পাৰি। সেয়েহে কথা কোৱাৰ ক্ষেত্ৰত এই ধৰণৰ যোগযোগৰ অশাব্দিক কাৰ্যকলাপক একাষৰীয়াকৈ থৈ মুঠেই আগবাঢ়িব নোৱাৰি। সেইবাবেই ব্যক্তিত্ব প্ৰকাশক শাৰীৰিক বা শৰীৰ-ভাষা (body language) ব্যক্তি অনুযায়ী যদিও ভিন ভিন; সুদক্ষ মনোবিজ্ঞানীসকলে কথা কোৱাৰ আগতে ভাব-ভংগী চাই বক্তাজনৰ বক্তব্য বিষয়ৰ অনুমানো কৰি ল'ব পাৰে। (এই সম্পৰ্কীয় আৰু বিস্তৃতভাৱে জানিবলৈ চাওক : নীৰাজনা মহন্ত বেজবৰা প্ৰণীত 'যোগাযোগৰ ভাষা,' ২০০৫, অধ্যায় ৩ : ভাষাভিন্ন যোগাযোগ)।

⌘ ⌘ ⌘



# কথাৰ ব্যাকৰণগত প্ৰয়োগ

(অ) **কথাৰ বচনত প্ৰয়োগ ঃ** সংস্কৃতত কথ্ ধাতুজাত 'কথা' স্ত্ৰীলিংগবাচক বিশেষ্য পদ যদিও অসমীয়াত ই লিংগ নিৰপেক্ষ ৰূপ বা ক্লীবলিংগবাচক শব্দ। সেইদৰে যদিও অসমীয়া প্ৰত্যয়বিহীন 'কথা' একবচনৰ ৰূপ বোলা হয় দৰাচলতে ই বচননিৰপেক্ষ ৰূপহে। একবচনৰ ৰূপ বুজাব লাগিলে অসমীয়াত টো/টি/টা আদি নিৰ্দ্দিষ্টবাচক প্ৰত্যয় বা শ্ৰেণী নিৰ্দেশক যুক্ত হয়। যেনে— কথাটো/কথাটি, কথাষাৰ, কথাফাকি ইত্যাদি। আনহাতে সংখ্যাবাচক শব্দৰ লগত প্ৰয়োগ হ'লে ই অনিৰ্দ্দিষ্টতা সূচায়। যেনে— এটা/এটি কথা, এষাৰ কথা, এফাকি কথা ইত্যাদি।

অসমীয়াত অন্যান্য শব্দৰ দৰে 'কথা' বহুবচনত প্ৰয়োগ কৰিব লাগিলে কেইবাটাও উপায় অৱলম্বন কৰা হয়। উদাহৰণ— (ক) বহুবচন বাচক প্ৰত্যয় যোগে— কথাবোৰ, কথাবিলাক, কথাসমূহ; (খ) সমষ্টিবাচক শব্দ যোগে— বহুকথা, বহুত কথা, অলেখ কথা, অজস্ৰ কথা, ভালেমান কথা; (গ) স্বল্পবাচক শব্দ যোগে (বহুতে এনে ধৰণৰ ৰূপক স্বল্পবচন অৰ্থাৎ Paucal number বুলি আন এটা বচনৰ শ্ৰেণীত অন্তৰ্ভূক্ত কৰিব বিচাৰে। চাওক Hocket. C. F. : A Course of Modern Linguistics, 1970 See 27. 3, p. 234)– কিছু (মান) কথা, অলপ (মান) কথা, কেতবোৰ কথা, অকণমান কথা; সামান্য কথা; (ঘ) সংশ্লিষ্ট বিশেষণৰ দ্বিৰুক্তি যোগে— ভাল ভাল কথা, ডাঙৰ ডাঙৰ কথা, সৰু-সুৰা কথা; (ঙ) যুৰীয়া শব্দ যোগে— কথা-বতৰা, কথা-বাৰ্তা, কথা-কাণ্ড, মাত-কথা;

বহুবচনবাচক ৰূপবো দুই ধৰণৰ প্ৰয়োগ আছে। নিৰ্দিষ্টতাবাচক অৰ্থত— **কথাখিনি, কথাকেইটা** আৰু অনিৰ্দিষ্টতাবাচক অৰ্থত— **দুটামান কথা, কেইটামান কথা, কেইবাটাও কথা, আৰাবচেৰেক কথা, এষাৰ-দুষাৰ কথা, দুই-এফাকি কথা** ইত্যাদি।

মনকৰিবলগীয়া যে নিৰ্দিষ্টবাচক বা বহুবচনবাচক শব্দ ৰূপ ভেদে অসমীয়াত কথোপকথনৰ বেলিকা বাক্যৰ বিভিন্ন প্ৰসংগ বা অৰ্থভেদ ওলাই পৰে। এইবিলাকৰ প্ৰতি সাৱধানতা অৱলম্বন নকৰিলে অসমীয়া ভাষাই নিজস্ব কালিমা সময়ত হেৰুৱাই পেলাব। তলত তেনে কিছুমান বাক্যৰ উদাহৰণ দিয়া হ'ল। **কথাটো** হ'লে মই ভাল পোৱা নাই। বহুত দিনৰে পৰা মনে মনে **কথাটি** ভাবি আছো কিন্তু। উক্ত **কথাষাৰ/ফাকি** সত্যনাথ বৰাদেৱৰ সাৰথি নামৰ পুথিৰ পৰা উদ্ধৃত কৰা হৈছে। **কথাখিনি** শুনি বৰ সন্তোষ পালোঁ। মনৰ **কথাবোৰ/বিলাক** তোমাৰ আগত খুলি ক'ব পাৰি বৰ পাতল লাগিছে। **এটা কথা** (=আপত্তি) বুজিছে। তাতো **এটা কথা** (=প্ৰশ্ন) আছে কিন্তু। **এষাৰ কথা** মোৰ এতিয়াও মনত আছে। মোৰ **এক কথা** (=খাটাং সিদ্ধান্ত)। সি **এক কথাৰ** মানুহ, তোমাৰ দৰে **কথাত এটা** কামত এটা নহয়। **কথাই কথাই** (=প্ৰতি কথাতে) আপত্তি। **কথা আষাৰচেৰেক** কওঁ বুলি ভাবিছোঁ, তুমি কি কোৱা। ইত্যাদি।

সেইদৰে এই কথাটো/বোৰ হয় (=সত্য) কিন্তু এওঁৰ লগত কথা (=কথাটো/কথাবোৰ) হয় (= বুজা-পৰা হয়)।

**(আ) কথাৰ কাৰকত প্ৰয়োগ ঃ**

(ক) **কৰ্তা কাৰকত** দুয়োটা বচনত -ই/-এ বিভক্তি (প্ৰথমা) যোগে বা বিভক্তিবিহীনভাৱে (শূন্য বিভক্তি যোগে) কথাৰ প্ৰয়োগ আছে। উদাহৰণ— তেওঁৰ **কথাই (কথাটোৱে)** কাৰোবাক মনোকষ্ট দিব পাৰে। এই **কথাবোৰে** প্ৰমাণ কৰে যে সিয়েই হত্যাকাণ্ডৰ লগত জড়িত। **কথাবিলাক** বৰ জটিল হৈ যাব ধৰিছে।

(খ) **কৰ্মকাৰকত** দুয়োটা বচনত -ক বিভক্তি (দ্বিতীয়া) যোগে বা বিভক্তিবিহীনভাৱে অৰ্থাৎ শূন্য বিভক্তিযোগে কথাৰ প্ৰয়োগ আছে। উদাহৰণ— **এই কথাটো (ক)** মই বিশ্বাস কৰিব নোৱাৰোঁ। একে **কথাকে** (কথা + ক + এ) বাৰে বাৰে কৈ নাথাকিবা। সিইঁতৰ **কথাবোৰকে** ভৰসা কৰি কামত হাত দিছোঁ।

(গ) **কৰণ কাৰকত** দুয়োটা বচনত ৰে বিভক্তি বা (-এ) দি, (-ৰ) দ্বাৰা, (-ৰ) জৰিয়তে পৰসৰ্গ যোগে কথাৰ প্ৰয়োগ আছে। উদাহৰণ— তেওঁক **কথাৰে/কথাইদি** ঘটুৱাব নোৱাৰি। এই **কথাৰ দ্বাৰা/জৰিয়তে** আপুনি কি ক'ব বিচাৰিছে? তোমালোকৰ **কথাবোৰেৰে** কামত নচলিব।

(ঙ) সম্প্ৰদান কাৰকত দুয়োটা বচনত লৈ পৰসৰ্গ যোগে কথাৰ প্ৰয়োগ আছে। উদাহৰণ— তেওঁৰ **কথালৈ** মন কৰিছানে? তোমালোকৰ **কথাবোৰলৈ** বহুতে দৃষ্টি দি আছে।

(ঙ) অপাদান কাৰকত দুয়োটা বচনতে (-ৰ) পৰা পৰসৰ্গ যোগে কথাৰ প্ৰয়োগ আছে। উদাহৰণ— তেওঁৰ **কথাৰ পৰা** বহুতো নজনা কথা জানিব পাৰিলোঁ। এই **কথাবোৰৰ পৰা** কাৰো একো লাভ নহ'ব।

(চ) সম্বন্ধ কাৰক বা পদত দুয়োটা বচনতে ৰ-বিভক্তি (ষষ্ঠী) যোগে কথাৰ বিস্তৰ প্ৰয়োগ আছে। উদাহৰণ— মোৰ **কথাৰ** দাম আছে। তেওঁৰ **কথাবোৰৰ** একো নিশ্চয়তা নাই। তাৰ **কথাৰ** লাগ-বান্ধ নাই।

মনকৰিবলগীয়া যে সম্বন্ধ পদত শব্দ ৰূপ হোৱা কথাৰ জতুৱা ঠাঁচ-খণ্ড বাক্যত প্ৰয়োগ হ'লে অৰ্থৰ কিছু ভেদ হয়। ইতিমধ্যে (এক) অধ্যায়তৰ 'কথাৰ অৰ্থ' শিতানত ইবোৰৰ যথেষ্ট উদাহৰণ দিয়া হৈছে। **কথাৰ কথা, কথাৰ গুৰি, কথাৰ মহলা মাৰ** ইত্যাদি তেনে কেতবোৰ জতুৱা ঠাঁচ-খণ্ডবাক্যৰ উদাহৰণ।

(ছ) অধিকৰণ কাৰকত দুয়োটা বচনত- এ/-ত বিভক্তি (সপ্তমী) যোগে কথাৰ প্ৰয়োগ আছে। উদাহৰণ— তেওঁৰ **কথাত** ভোল নাযাবা। এই **কথাবোৰত** কিবা পাক থকা যেন পাওঁ। সি **কথাই কথাই** (প্ৰতি কথাতে) হাঁহে। তাই **কথাই-**কামে ভাল।

মনকৰিবলগীয়া যে বহুক্ষেত্ৰতে কথাৰো অধিকৰণ কাৰকৰ ৰূপ আৰু সাধাৰণ ৰূপৰ মাজত প্ৰয়োগৰ বিস্তৰ অৰ্থ ভেদ হয়। যেনে— তেওঁৰ এই কথা ৰ'ব (=দুৰ্নাম স্থায়ী হ'ব) কিন্তু মই তেওঁৰ কথাত নৰ'ম (= কথামতে কাম নকৰিম।) সেইদৰে মোৰ **কথা লাগিল** (কথা ফলিয়ালে) কিন্তু মোৰ **কথাত** লাগি নাথাকিবা (= কথাত বেয়া নাপাবা) ইত্যাদি।

**(ই) অন্যান্য পৰসৰ্গৰ লগত প্ৰয়োগ ঃ** কেতিয়াবা কাৰক বিভক্তিৰ সৈতে আৰু কেতিয়াবা অকলে প্ৰয়োগ হৈ ভিন ভিন কাৰকাদি ভাব বুজায় নতুবা স্বাৰ্থিক অৰ্থ সূচায়। উদাহৰণ—

**কথা মতে/অনুযায়ী/অনুসাৰে/অনুসৰি (যথাৰ্থবাচক)**

**কথা বুলি/যেন/সদৃশ/হিচাপে (সমতুল্যবাচক)**

**কথা পৰ্যন্ত/লৈকে (অৱধিবাচক)**

**কথা আদি (বহুবচনবাচক)**

**কথাতকৈ (তুলনাবাচক)**

**কথাকে আদি কৰি (অন্তৰ্ভুক্তবাচক)**

কথাৰ বিষয়ে/সন্দৰ্ভত/প্ৰসংগত/সম্বন্ধে (সম্বন্ধবাচক)

কথাৰ দৰে/নিচিনা (সাদৃশ্যবাচক)

কথাৰ তুলনাত (তুলনাবাচক)

কথাৰ লগত/সৈতে (কৰণ কাৰকবাচক)

কথাৰ বাবে/কাৰণে/নিমিত্তে (সম্প্ৰদায় কাৰকবাচক)

কথাৰ ভিতৰত/মাজত (তুলনাবাচক)

কথাৰ বাহিৰে/বাজে (বহিৰ্ভূতবাচক)

কথাই পতি (বৈভাগিকসূচক) ইত্যাদি।

**(ঈ) পূৰ্বসৰ্গৰ লগত প্ৰয়োগ ঃ** সীমিতসংখ্যক পূৰ্বসৰ্গৰ লগত কথাৰ প্ৰয়োগ আছে। অৱশ্যে সৰ্বনামীয় পূৰ্বসৰ্গৰ লগত বিস্তৃতভাৱে ইয়াৰ প্ৰয়োগ আছে। (দ্ৰষ্টব্যঃ বিশেষণৰ লগত কথাৰ প্ৰয়োগ) উদাহৰণ—

প্ৰতিকথা (বৈভাগিক)

নাই/বিনা কথা (ব্যতিৰেকে অৰ্থত)

আন কথা (বৈপৰীত্যসূচক)

হক কথা (উচিত অৰ্থত)

বহুকথা (বহুবচনবাচক) ইত্যাদি।

**(উ) জোৰ বুজোৱা ৰূপ বা স্বাৰ্থিক প্ৰত্যয়ৰ লগত প্ৰয়োগ ঃ** সকলো কাৰক বিভক্তি ৰূপৰ লগতে আৰু কেতবোৰ স্বাৰ্থিক প্ৰত্যয়ৰ কথাৰ সৈতে প্ৰয়োগ আছে। এনে ক্ষেত্ৰত কেতিয়াবা ডাঠি কোৱা, জোৰ বুজোৱা, ইচ্ছাৰ বিৰুদ্ধে কোৱা বা সন্দেহ প্ৰকাশ কৰা আদি সূচায়। উদাহৰণ—

**(ক) -এ/-ইঃ কথাই** পতা নহ'ল। এই **কথাটোকে** মই ক'ব বিচাৰিছিলোঁ। এইখিনি **কথালৈকে** আমি জানো। সকলো **কথাৰে** যুক্তি আছে। সকলো **কথাতে** মাত নামাতিবা।

**(খ)-ওঃ কথাও** পাতিম কামো কৰিম। এই **কথাটোকো** চাব লাগে। এই **কথাবিলাকৰো** মূল্যায়ন হোৱা উচিত। তেওঁৰ **কথাতো** ভুল থাকিব পাৰে।

**(গ)-হেঃ** আমি **কথাহে পাতিছিলোঁ।** এই **কথাটোহে** আমাক লাগে। **কথাৰেহে** কথা উলিয়াব পাৰি। এইখিনি **কথালৈকেহে** আমাক **জনোৱা** হৈছিল। তোমাৰ **কথাৰ পৰাহে** আমি জানিব পাৰিলোঁ। তোমাৰ **কথাতহে** আৰু তেওঁ বেয়া পাব লাগেনে?

**(ঘ) বা/নোঃ** আমি এনেয়ে **কথাইবা** কিয় পাতিম। এই **কথাটো(ক)নো** নোকোৱাকৈ থাকিব পাৰেনে। এই **কথাৰনো** গুৰি খুচৰিব লাগে কিয়? সকলো **কথাতনো** মই মাত মাতিম কেনৈ।

**(ঙ) ভো ঃ** আমি **কথাভো** নপতাকৈ নাথাকো। এই **কথাটোভো** আগতে আমাক কোৱা নাই। এইবিলাক **কথাৰভো** আজিকালি একো মূল্য নাই। তোমাৰ **কথাতভো** তেওঁ বেয়া পাব নালাগে।

**(চ) চোন/দেখোন ঃ কথাচোন** কাকো কোৱা নহ'ল। **কথাষাৰ(ক)চোন** বুজাই দিব নোৱাৰি। এইখিনি **কথালৈকে দেখোন** ক'ব পাৰি। তেওঁৰ **কথাৰ দেখোন** লাগ-বান্ধ নায়েই। মোৰ **কথাতচোন** কোনোৱে মন-কাণেই নিদিলে।

**(ছ) যেঃ** তেওঁৰ **কথা যে** ইমান ভাল। এই **কথাষাৰ (ক) যে মই** কেনেকৈ ক'লোঁ। এই **কথাৰ যে** গুৰুত্বই বেলেগ। তেওঁৰ **কথাত যে** কোনোৱে বেয়া পোৱা নাই, এইটো ধুৰুপ।

**(জ) হ'লে ঃ কথা হ'লে** বৰ ভাল কয় দেই। এই **কথাৰ হ'লে** অৰ্থ বুজিব নোৱাৰি। **কথাত হ'লে** তেওঁ ওস্তাদ।

**ঊ। কথাৰ বাক্যাংশত** (pharse) **প্ৰয়োগ ঃ** আন শব্দৰ দৰে কথাৰো পাঁচ প্ৰকাৰৰ বাক্যাংশত প্ৰয়োগ থকাৰ উপৰিও জতুৱা ঠাঁচত (idiomatic pharse) ইয়াৰ বিস্তৰ প্ৰয়োগ আছে। আমি ইতিমধ্যে অধ্যায় (দুই)ৰ 'কথাৰ অন্যান্য অৰ্থ' শিতানত ইয়াৰ বিস্তৰ উদাহৰণ দাঙি ধৰিছোঁ। তলত ব্যাকৰণগত দিশৰ পৰা এইবোৰৰ কিছুমান তালিকা কৰি দেখুউৱা হ'ল।

**(ক) বিশেষ্যবাচক বাক্যাংশ** (Noun phrase) **ঃ** কথাৰ কথা, গাজৰ কথা, পেটৰ কথা, মুখৰ কথা, ডাল-পাত জোৰা দিয়া কথা, মুখ বাগৰা কথা ইত্যাদি।

**(খ) বিশেষণবাচক বাক্যাংশ** (Adjective phrase) ঃ কথা চহকী, এক কথাৰ (মানুহ) তু. এককথীয়া, কথাৰ মূৰত (কথা), কম কথা (নহয়) ইত্যাদি।

**(গ) ক্ৰিয়া বিশেষণবাচকবাচক বাক্যাংশ** (Adverb phrase) **ঃ** এক কথাত, কম কথাত, কথায় কথায়, কথাৰ পাকত, কথাৰ ছলত, কথাতে কথা (ওলা), কথা নাই বতৰা নাই ইত্যাদি।

**(ঘ) ক্ৰিয়াবাচক বাক্যাংশ** (Verb phrase) **ঃ** কথা ক, কথা চোবা/পাগোল, কথা পতিয়ন নিয়া, কথা ৰাখ্, কথা লগাই ফুৰ, কথা পাহৰা/তল পেলা, কথা দি কথা ল, কথাই কোবাই উৰুৱাই নি ইত্যাদি।

**(ঙ) অব্যয়বাচক বাক্যাংশ** (Prepositional phrase) **ঃ** বিনা কথাত, নাই কথাত, কথা প্ৰসঙ্গত, কথামতে, একো কথা নাই, যেনে কথা তেনে কাম ইত্যাদি।

**(ঋ) কথাৰ খণ্ডবাক্যত প্ৰয়োগ ঃ** আনহাতে খণ্ডবাক্য বা উপবাক্য (clause) অনুযায়ীও কথাৰ তিনিধৰণে প্ৰয়োগ হ'ব পাৰে। উদাহৰণ—

**(ক) বিশেষ্যৰূপে ব্যৱহৃত খণ্ডবাক্য** (Noun clause) **ঃ** তেওঁ যি কথা কৈছে, সেইটো সম্পূৰ্ণ সত্য।

**(খ) বিশেষণ ৰূপে ব্যৱহৃত খণ্ডবাক্য** (Adjective clause) **:** <u>যিজনে</u> <u>মিছা</u> <u>কথা</u> <u>কয়</u>, তেওঁৰ বিপদ অনিবাৰ্য।

**(গ) ক্রিয়া বিশেষণ ৰূপে ব্যৱহৃত খণ্ডবাক্য** (Adverb clause) **:** <u>সঁচা</u> <u>কথা</u> <u>নক'লে</u>, কোনেও সুদাই নেৰিব। <u>যেতিয়া</u> <u>কথা</u> <u>নপতাকৈ</u> <u>থাকিবা</u>, তেতিয়া কোনেও তোমাক আমনি কৰিবলৈ সাহস নকৰিব।

পৰম্পৰাগত ব্যাকৰণ অনুযায়ী এই তিনিবিধ পৰনিৰ্ভৰশীল খণ্ডবাক্যক গৌন খণ্ডবাক্য (Sub-ordinate clause) আৰু আনবোৰক মুখ্য খণ্ডবাক্য (main clause) বা সম খণ্ডবাক্য (co-ordinate clause) বোলে। একোটা দীঘলীয়া বাক্যৰ অন্তৰ্গত নিজস্ব উদ্দেশ্য আৰু বিধেয়যুক্ত শব্দৰ সমষ্টিকে খণ্ডবাক্য বোলে। আনহাতে তুলনামূলকভাৱে চুটি বাক্য একোটাৰ অন্তৰ্গত নিজস্ব উদ্দেশ্য আৰু বিধেয় নথকা শব্দৰ সমষ্টিকে বাক্যাংশ বোলে। আনহাতে বাক্য মাত্রকে যদিও উদ্দেশ্য (subject) আৰু বিধেয় (predicate) এই দুটা ভাগত ভগোৱা হয়; দৰাচলতে ইহঁত বিশেষ্য বাক্যাংশ (NP) আৰু ক্রিয়া বাক্যাংশৰ (VP) নামান্তৰ মাথোন। কিয়নো সম্প্ৰসাৰিত বা অসম্প্ৰসাৰিত ৰূপৰ বিশেষ্য বা সৰ্বনামেৰে উদ্দেশ্য গঠিত হয় আৰু ১। এটা অকৰ্মক ক্রিয়া; ২। কৰ্ম হিচাপে প্ৰয়োগ হোৱা বা বিশেষ্যৰ সৈতে এটা সমাপিকা ক্রিয়া; ৩। সম্প্ৰসাৰক (complement) হিচাপে প্ৰয়োগ হোৱা বিশেষণ বা বিশেষ্যৰ সৈতে এটা সহায়কাৰী ক্রিয়াৰে (উহ্য ৰূপত হ'লেও) বিধেয় গঠিত হয়। (দ্ৰষ্টব্য : Dr. R. L. Varshney : An Introductory Text book of Linguistics and Phonetics, 1984, Secs 13.5 14.2 আৰু ড০ গোলোকচন্দ্ৰ গোস্বামী : অসমীয়া ব্যাকৰণ প্ৰৱেশ, ২০০০, পৃ. ৩৩১-৩৩৮, ৩৫৩-৩৬০।

তলত 'কথা'ৰ প্ৰয়োগ থকা উদ্দেশ্য (কৰ্তা আৰু কৰ্তাৰ সম্প্ৰসাৰক সহ) আৰু বিধেয়ত (ক্রিয়া আৰু ক্রিয়াৰ সম্প্ৰসাৰক সহ) বিভক্ত কেতবোৰ বাক্যৰ নমুনা দিয়া হ'ল।



অথবা ১। (খ)




অথবা ২। (ক)




অথবা ২। (খ)



৩। (ক)




অথবা ৩। (খ)




অথবা ৪। (ক)




অথবা ৪। (খ)



অথবা ৫। (ক)




অথবা ৫। (খ)




এইদৰে বাক্যাংশৰ দৃষ্টিকোণৰ পৰা বিবেচনা কৰিব লাগিলে সকলো বাক্য বা খণ্ডবাক্য মাত্ৰে প্ৰধান দুটা ভাগত বিভক্ত— ১। কৰ্তা বা উদ্দেশ্য হিচাপে প্ৰয়োগ হোৱা বিশেষ্যবাচক বাক্যাংশ (NP) আৰু ২। ক্ৰিয়া বা বিধেয় হিচাপে প্ৰয়োগ হোৱা ক্ৰিয়াবাচক বাক্যাংশ (VP)। কৰ্তা কাৰকত প্ৰয়োগ হোৱা লিংগবাচক, বচনবাচক নিৰ্দিষ্টতা-অনিৰ্দ্দিষ্টতাবাচক, সম্বন্ধবাচক নিৰ্দ্দিষ্টতাবাচক ইত্যাদি প্ৰত্যয়যুক্ত বিশেষ্য বা সৰ্বনাম অথবা সম্প্ৰসাৰক (C) হিচাপে থকা যুৰীয়া শব্দ, কৃদন্ত পদ আৰু বিশেষণ বা বিশেষণবাচক বাক্যাংশসহ বিশেষ্য বা সৰ্বনাম মাত্ৰে বিশেষ্যবাচক বাক্যাংশৰ অন্তৰ্গত। আনহাতে ক্ৰিয়াৰ কাল, দশা আৰু পুৰুষবাচক প্ৰত্যয়যুক্ত ধাতু (নামধাতু/সংযুক্ত ধাতু) আৰু ক্ৰিয়া বিশেষণ বা ক্ৰিয়া বিশেষণবাচক বাক্যাংশসহ ক্ৰিয়া মাত্ৰে ক্ৰিয়াবাচক বাক্যাংশৰ অন্তৰ্গত। আনকি কৰ্তাকাৰক আৰু সম্বন্ধ পদৰ বাহিৰে সকলো কাৰকৰ বিভক্তি বা পৰসৰ্গ যুক্ত ৰূপ আৰু অসমাপিকা ক্ৰিয়া মাত্ৰে ক্ৰিয়াৰ সম্প্ৰসাৰক অৰ্থাৎ একপ্ৰকাৰে ক্ৰিয়াবাচক বাক্যাংশৰ অন্তৰ্গত। তলত 'কথা' কেন্দ্ৰিক বাক্যৰ দ্বাৰা এইবাৰ ফঁহিয়াই দেখুৱা হ'ল।

১। সেই মানুহজনে [ ] কথা(টো) জানে
C NP [C] NP VP

NP= subject

VP = predicate

Sentence

উপৰিউক্ত বাক্যত কৰ্মৰ স্থানত থকা 'কথা'ৰ সম্প্ৰসাৰক [C] উহ্য আছে। আমি এই উহ্য থকা স্থানত অজস্ৰ বিশেষণ বা বিশেষণবাচক বাক্যাংশেৰে পূৰাই ল'ব পাৰোঁ। তলত তেনে সম্ভাব্য বাক্যাংশৰ তালিকা দিয়া হ'ল।

**ক। পৰিমাণ বা সংখ্যাবাচক শব্দাংশ ঃ** [এটা/বহুত / অলপ / সকলো / কিছুমান / কম / বেঁছি / কত / ইমান / যিমান / কিমান ইত্যাদি।]

**খ। সম্বন্ধবাচক বা সম্পৰ্কবাচক শব্দাংশ ঃ** [যি / যিটো / এইটো / সেইটো/ কোনটো / কি / কিনো / কিবা / কাৰ / কিহৰ / ইয়াৰ / তাৰ / মোৰ / তোমাৰ / আনৰ / নিজৰ / সকলোৰে /মনৰ /পেটৰ ইত্যাদি।]

**গ। লক্ষণবাচক শব্দাংশ ঃ** [এনে / এনেকুৱা / যেনে / যেনেকুৱা / তেনে/ তেনেকুৱা / কেনেকুৱা ইত্যাদি।]

**ঘ। কালবাচক শব্দাংশ ঃ** [এতিয়াৰ/তাহানিৰ/কেতিয়াৰ/আজিৰ/কাইলৈৰ/ পৰহিৰ/ভৱিষ্যতৰ/সিদিনাৰ/প্ৰথমৰ/এদিনৰ/এমাহৰ/ বছৰৰ ইত্যাদি।]

**ঙ। স্থানবাচক শব্দাংশঃ** [অ'ৰ/ত'ৰ/ ক'ৰ/য'ৰ/ওচৰৰ/দূৰৰ/ভিতৰৰ/বাহিৰৰ /ঘৰৰ/ বজাৰৰ/দেশৰ/বিদেশৰ ইত্যাদি।]

**চ। গুণবাচক শব্দাংশ বা বিশেষণ শব্দঃ** [ভাল/বেয়া/নতুন/পুৰণি/মিঠা/তিতা /সৰু/ডাঙৰ/সাধাৰণ/অসম্ভৱ/উদ্ভুত/সাংঘাতিক/বিষম ইত্যাদি।]

**ছ। বিশেষণবাচক বাক্যাংশঃ** [কোৱা, শুনা, দেখ দেখ, সোণসেৰীয়া, অপ্ৰিয়, সত্য, দুখলগা, হাঁহি উঠা, মনে মনে কোৱা, আকাৰে ইংগিতে কোৱা, আগগুৰি নোহোৱা, লাগ-বান্ধ নথকা, গাজত লগা, নাভূত-নাশ্ৰুত, ডাল-পাত জোৰা দিয়া, আকাশত চাং পতা ইত্যাদি।]

**জ। দ্বিৰুক্তি বা যুৰীয়া শব্দাংশ ঃ** [এটা এটা, বহুত বহুত, অলপ অলপ, ইমান ইমান, যি যি, কি কি, কিনো কিনো, কিবা কিবি, কাৰ কাৰ, নিজৰ নিজৰ, কেনেকুৱা কেনেকুৱা, কেতিয়াৰ কেতিয়াৰ, আজি-কালিৰ, এদিন-দুদিনৰ, অ'ৰ-ত'ৰ, ক'ৰ ক'ৰ, ওচৰ-পাজৰৰ, ভিতৰৰ-বাহিৰৰ, হাট-বজাৰৰ, ভাল ভাল, ভাল-বেয়া, নতুন নতুন, সৰু-সুৰা, সৰু-ডাঙৰ ইত্যাদি।]

**ঋ। বিশেষণীয় বিশেষণ হিচাপে তুলনাবাচক (Degree) আৰু বিপৰীতাৰ্থক ৰূপৰ লগত প্ৰয়োগ হোৱা বাক্যাংশ ঃ** [অতি, তেনেই, নিচেই, বৰ, কিছু, অলপ, সামান্য, বিৰাট, আটাইতকৈ (কম), সকলোতকৈ (ভাল), প্ৰয়োজনতকৈ (বেছি), ইয়াতকৈ (বেয়া), তাতোকৈ, আগতকৈ (গুৰু), প্ৰথমতকৈ (লঘু), শুনাতকৈ (নুশুনা), লগাতকৈ (নলগা), ভালতকৈ (ভাল), বেয়াতকৈ (বেয়া) ইত্যাদি।]

মনকৰিবলগীয়া যে অকল গৌন খণ্ডবাক্যতহে যি, যেনে, যিমান, যিবিলাক আদি সম্পৰ্কবাচক সৰ্বনামৰ প্ৰয়োগ হয়। সেইদৰে নিজৰ নিজৰ, ইজন-সিজনৰ, উভয়ে উভয়ৰ, পৰস্পৰে পৰস্পৰৰ আদি সম্বন্ধ পদত থকা যুৰীয়া শব্দৰ অকল বহুবচনতহে প্ৰয়োগ হয়।

উপৰিযুক্ত বাক্যত 'কথা পাতিছা' সংযুক্ত ক্ৰিয়াৰ সম্প্ৰসাৰক [C] উহ্য আছে। আমি এই উহ্য থকা স্থানত বহুতো ক্ৰিয়া বিশেষণ বা ক্ৰিয়া বিশেষণবাচক বাক্যাংশেৰে পূৰাই ল'ব পাৰোঁ। তলত তেনে সম্ভাব্য বাক্যাংশৰ তালিকা দিয়া হ'ল।

২। (তোমালোকে) [ ] কথা পাতিছা




**ক। পৰিমাণবাচক বা পূৰণবাচক শব্দাংশ ঃ** [এবাৰকৈ/এষাৰকৈ/বহুত (বাৰ)/অলপকৈ/কমকৈ/কত(বাৰ)/ইমান(বাৰ/কৈ)/যিমান(বাৰ/কৈ)/কিমান (বাৰ)/বৰ(কৈ) ইত্যাদি।]

**খ। লক্ষণবাচক শব্দাংশ ঃ** [ এনেকৈ/যেনেকৈ/তেনেকৈ/কেনেকৈ/কিবাকৈ /ভালকৈ/বেয়াকৈ/ডাঙৰকৈ/সাধাৰণভাৱে/সাংঘাতিকভাৱে/লাহেকৈ/সেইদৰে/যিদৰে ইত্যাদি।]

**গ। কালবাচক শব্দাংশ ঃ** [এতিয়া/অথনি (কৈ)/কেতিয়া/কেতিয়াবা/আজি /*কালি/*কাইলৈ/*পৰহি (কৈ)/* সিদিনা/যিদিনা/কোনদিনা/* ভৱিষ্যতে/* অতীতত বছৰত/এমাহত/পুনৰাই/নতুনকৈ/প্ৰথমবাৰ/শেষবাৰলৈ ইত্যাদি।]

(* তৰাচিহ্নিত সম্প্ৰসাৰকৰ ক্ষেত্ৰত ক্ৰিয়াৰ কাল সাপেক্ষেহে প্ৰয়োগ হয়। যেনে— তোমালোকে কাইলৈ কথা পাতিবা, তোমালোকে কালি কথা পাতিছিলা ইত্যাদি।)

**ঘ। স্থানবাচক শব্দাংশ ঃ** [ইয়াত তাত/অ'ত/ত'ত/ক'ত/য'ত/ওচৰত/দূৰত/ ভিতৰত/বাহিৰত/ঘৰত/বজাৰত/বিদেশত/*অলৈ/*কলৈ/*দূৰলৈ/*বাহিৰলৈ/* বিদেশলৈ ইত্যাদি।]

(*লৈ পৰসৰ্গযুক্ত স্থানবাচক ক্ৰিয়াবিশেষণৰ ক্ষেত্ৰত আহ্, যা, দি, নি আদি স্থান নিৰ্দেশ কৰিব পৰা ধাতুৰ লগতহে সীমাবদ্ধভাৱে প্ৰয়োগ আছে। যেনে— তোমালোকে ক'লৈ যাবা, তোমালোকে দূৰলৈ নিদিবা ইত্যাদি।)

**ঙ। প্ৰশ্নবাচক শব্দাংশ/সৰ্বনাম ঃ** [কি/কিয়/কৈলৈ/কেতিয়া/কিমান/কেনেকৈ/ *কেনি/*ক'লৈ/কিহৰ বাবে/কাৰ কাৰণে ইত্যাদি।]

**চ। দ্বিৰুক্তি বা ঘূৰীয়া শব্দাংশ ঃ** [এবাৰ-দুবাৰ (কৈ)/এষাৰ-দুষাৰ(কৈ)/বহুত বহুত/অলপ অলপ (কৈ)/ ইমান ইমান (কৈ)/যেনেকৈ তেনেকৈ/কেনেকৈ কেনেকৈ/ কিবা কিবি (কৈ)/ডাঙৰ ডাঙৰ (কৈ)/লাহে লাহে/অকলে অকলে/ যেতিয়া-তেতিয়া/ আজি-কালি/দিনে দিনে/দিনে-ৰাতি/বাৰে বাৰে/ঘনে ঘনে/অ'ত-ত'ত/য'তে-ত'তে /বাটে-ঘাটে/ঘৰে-ঘৰে/দেশে-বিদেশে/*অ'লৈ ত'লৈ/*দূৰ দূৰলৈ/কি কি ইত্যাদি।]

**ছ। ক্ৰিয়া বিশেষণ শব্দ আৰু বাক্যাংশ ঃ** [সদায়, আকৌ, ততালিকে, কাচিৎ, একেবাৰে, একেৰাহে, একেলগে, অকলে/অকলশৰে, হঠাৎ, প্ৰায়ে, সোনকালে, অলপতে, সদ্যহতে, তেনেহ'লে/তেন্তে, যিহেতু, আপোনা-আপুনি, অনৰ্গলভাৱে, সদলবলে, দেখা-দেখিকৈ, ওচৰা-ওচৰিকৈ, নাযায় মানে/নোযোৱালৈকে, নকয়মানে /নোকোৱালৈকে, পাতৌ-নাপাতোঁকৈ, আনুষ্ঠানিকভাৱে, পোনপটীয়াকৈ, লাহেকৈ খৰকৈ, সেই নিচিনাকৈ, চুচুক-চামাককৈ চিঞৰি-বাখৰি, ফুচ-ফুচাই/ফুচফুচ-ফাচ ফাচ কৰে, মনে মনে, লাহে লাহে, জোৰে জোৰে খাৰাংখাচকৈ, আপোন মনে ইত্যাদি।]

**জ। অসমাপিকা ক্ৰিয়াৰূপ বা তুমুনন্ত ঃ** [ চিঞৰি চিঞৰি, বহি বহি, খাই খাই, কান্দি কান্দি, হাঁহি হাঁহি, হাঁহি-মাতি, *আনিবলৈ, *নিবলৈ, যাবলৈ, আহিবলৈ, ভাল পোৱা-পুই কৰিবলৈ, কামোৰা-কামুৰি কৰিবলৈ ইত্যাদি।]

মনকৰিবলগীয়া যে ক্ৰিয়া বিশেষণ হিচাপে প্ৰয়োগ হোৱা বেছিভাগ শব্দাংশই কৰ্তা আৰু সম্বন্ধ কাৰকৰ বাহিৰে অন্য কাৰকৰ, বিশেষকৈ সম্প্ৰদান আৰু অধিকৰণ কাৰকৰ ৰূপ মাথোন। উপৰিউক্ত উদাহৰণৰাজিৰ বিশেষকৈ স্থানবাচক বা কালবাচক শব্দাংশ আৰু দ্বিৰুক্তি যোগে সাধিত হোৱা ক্ৰিয়া বিশেষণবোৰ এই শ্ৰেণীৰ। সেইবাবে কৰ্ম কাৰকৰ ৰূপৰ দৰে অপাদান আৰু কৰণ কাৰকৰ ৰূপো ক্ৰিয়া বিশেষণবাচক বাক্যাংশৰ দৰে প্ৰয়োগে হ'ব পাৰে। উদাহৰণ—

১। **কৰ্মকাৰকৰ ৰূপ ঃ** তোমালোকে **সেই কথাটো (কে)** পাতিছা, তুমি **মোক** কথা দিছা, তোমালোকে অথনিৰে পৰা (কথা) **পত্তাকে** পাতি আছা।

২। **কৰণ কাৰকৰ ৰূপ ঃ** তোমালোকে **মুখেৰে/অন্তৰেৰে/আন্তৰিকভাৱে /আনন্দেৰে** সৈতে কথা পাতিছা, মই **মন্ত্ৰীৰে** সৈতে কথা পাতিছোঁ ইত্যাদি।

৩। **অপাদান কাৰকৰ ৰূপ ঃ** তোমালোকে **ৰাতিপুৱাৰ পৰা/কেতিয়াৰ পৰা** কথা পাতিছা, তেওঁ **মোৰ পৰা** কথা লুকুৱাইছে ইত্যাদি।

আমি ইতিমধ্যে ইংগিত দি আহিছোঁ যে কিছুমান ক্ৰিয়াৰ বিশেষণ বা ক্ৰিয়া বিশেষণবাচক বাক্যাংশৰ প্ৰয়োগৰ সীমাবদ্ধতা আছে। বিশেষকৈ সম্পৰ্কবাচক সৰ্বনাম মূলৰ পৰা লাভ কৰা— যদি, যিহেতু, যেতিয়া, যিমান, যেনেকৈ, য'ত, যিদিনা, যি

সময়ত আদি অব্যয় বা অব্যয়বাচক বাক্যাংশৰ প্ৰয়োগ সদায় গৌন খণ্ডবাক্যতহে হয় আৰু ইহঁতৰ প্ৰয়োগৰ স্থান নিৰ্দ্ধাৰিত নহয়। অৰ্থাৎ ইহঁতে ঠাই সলাই য'তে-ত'তে প্ৰয়োগ হ'ব পাৰে। মন কৰিবলগীয়া ইহঁতে মুখ্য খণ্ডবাক্যৰ সৈতে যুৰীয়া ভাৱে বিশেষ বিশেষ ৰূপৰ লগতহে একত্ৰে প্ৰয়োগ হয়। উদাহৰণ—

১। (ক) যদি তোমালোকে মনে মনে কথা পাতিছা; (তেন্তে) বেয়া কথা হৈছে।

(খ) তোমালোকে যিহেতু মনে মনে কথা পাতিছা; (সেয়েহে) এই বিষয়ে তদন্ত হোৱা উচিত।

(গ) তোমালোকে আগ ধৰি কথা পাতিছা যেতিয়া, (তেতিয়াই) তোমালোকে নিশ্চয় বুজা-পৰাত উপনীত হৈছা।

(ঘ) তোমালোকে যেনেকৈ কথা পাতিবা বুলি ভাবিছা তেনেকৈ কথা নাপাতিবা। অথবা

তোমালোকে যেনেকৈ-তেনেকৈ কথা নাপাতিবা।

**নঞৰ্থককেন্দ্ৰিক ক্ৰিয়া বিশেষণ** (Adverbial negative polarity items)ঃ অসমীয়াত এনে কিছুমান ক্ৰিয়া বিশেষণ আছে যি কেৱল নঞৰ্থকসূচক বা বিপৰীতধৰ্মী বাক্যতহে প্ৰয়োগ হয়। সাধাৰণতে {-এই} আৰু {-ও} প্ৰত্যয়ান্ত (প্ৰশ্নবাচক সৰ্বনাম মূলৰ লগত) ক্ৰিয়া বিশেষণ এই শ্ৰেণীৰ (চাওক ঃ লেখকৰ অসমীয়া আৰু অসমৰ তিব্বত-বৰ্মীয় ভাষা, ২০০০, ছেদ, ৩.১.১০, পৃ ১৬৯)। উদাহৰণ—

১। তোমালোকে [কোনো/একো/সমূলি/মুঠেই/একেবাৰে/এটাও/ক'তো/কেও /কাৰো/কাহানিও/কেতিয়াও] কথা পতা নাই।

২। সি (কাকো) [কেনিও/ক'লৈকো/কোনোফালে/কেতিয়াও/কাহানিও] নিয়া নাই।

**ঞ) কথাৰ বাক্যতত্ত্বত প্ৰয়োগ ঃ**

উপৰিউক্ত আলোচনাখিনি বাক্যৰ আসন্ন অংগ (Immediate comstituent অৰ্থাৎ IC)-ৰ ভিতৰুৱা। অসমীয়া ভাষাৰ বাক্যসজ্জা বা বাক্যৰ ক্ৰম সাধাৰণতে কৰ্তা-কৰ্ম-ক্ৰিয়া (SOV) আৰ্হিৰ যদিও কেতিয়াবা ইয়াৰ সাল-সলনি ঘটিব পাৰে। আনকি অসমীয়াত ক্ৰিয়া বা যিকোনো অংগৰ অভাৱ হ'লেও কথোপকথনত এটা বাক্যৰ সম্পূৰ্ণ অৰ্থ (ভাব-ভাষাৰ পৰাই) বুজিব পাৰি। তদুপৰি বাক্যৰ উদ্দেশ্য আৰু বিধেয় দুয়োটা অংশৰে সম্প্ৰসাৰণ ঘটিব পাৰে। এইবোৰৰ বহল আলোচনাৰ বাবে আমাক আকৌ আন এটি অধ্যায়ৰ প্ৰয়োজন হ'ব। অৱশ্যে কেতিয়াবা বাক্যৰ ক্ৰমৰ সাল-সলনি হ'লে অৰ্থান্তৰো ঘটে। সাধাৰণতে জতুৱা প্ৰয়োগত (Idiomatically) এনেধৰণৰ অৰ্থান্তৰ ঘটে। তলত এনে দুটামান বাক্যৰ উদাহৰণ দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ।













বাক্যৰ প্ৰয়োগৰ বেলিকা এটা কথা লক্ষণীয় যে— আন আন বিশেষ্য শব্দৰ দৰে 'কথা'ৰো ক্ৰিয়াযুক্ত বাক্যৰ দৰে ক্ৰিয়াবিহীন বাক্যতো প্ৰয়োগ পোৱা যায়। (বাক্যাংশ বা খণ্ডবাক্যত নহয়)। উদাহৰণ—

**(ক) কৰ্তা কাৰকত ঃ**

আপোনাৰ **কথাই** আমাৰ বাবে লাখ টকা (হয়)।

এই **কথাটো** ভাবিবলগীয়া (হয়)।

যোৱা-নোযোৱা সেইটো তাৰ নিজৰ **কথা** (হয়)।

**(খ) কৰ্ম কাৰকত ঃ** এইটো কেনেধৰণৰ **কথা** (হ'ল)।

(এইটো) অতি ভাল **কথা** (হৈছে)।

**(গ) কৰণ কাৰকত ঃ** বিকল

(ঘ) **সম্প্ৰদান কাৰকত :** বিৰল
(ঙ) **অপাদান কাৰক :** এই **কথাৰ** পৰা যতমানে লেঠা;
(চ) **সম্বন্ধ কাৰকত :** **কথাৰ** লৰ (হ'ল) মুনিহৰ জগৰ।
ভাল **কথাৰ** ভাল, বেয়া **কথাৰ** কাল।
(জ) **অধিকৰণ কাৰকত :** সি **কথাত** ওস্তাদ (আছে/হয়)।
**কথাই** প্ৰতি জগৰ (ধৰে)।
**কথাই কথাই** তাৰ খং (উঠে)।
উচিত **কথাত** গুষ্টি (=অতিথি) বেজাৰ (হয়)।

কিছুমান বাক্যাংশ বা খণ্ডবাক্যত অৱশ্যে ক্ৰিয়াৰ প্ৰয়োগ অনিবাৰ্য। এই ক্ষেত্ৰত অৰ্থান্তৰো ঘটিব পাৰে। উদাহৰণ—

ক) দুদিনীয়া ভ্ৰমণসূচী লৈ অসমলৈ অহা ড° কালামে কাইলৈ পূব কামৰূপ মহাবিদ্যালয় আৰু ডিমৰীয়া মহাবিদ্যালয়তো দুটা অনুষ্ঠানত অংশগ্ৰহণ কৰাৰ কথা। (আমাৰ অসমত প্ৰকাশিত বাতৰি, ৬/২/১০, পৃ. ৭)

খ) .....কাইলৈ..... অংশগ্ৰহণ কৰি ছাত্ৰ-ছাত্ৰীৰে কথা হ'ব/পাতিব।

মনকৰিবলগা যে সকলো প্ৰকাৰৰ বাক্যতে কথাৰ প্ৰয়োগ হ'ব পাৰে। উদাহৰণ—

(ক) **বৰ্ণনাত্মক :** সি **কথা** ক'ব জানে; সি তাৰ লগত **কথা** হৈছে।
(খ) **নঞৰ্থক :** সি **কথা** ক'ব নাজানে; সি তাৰ লগত **কথা** হোৱা নাই।
(গ) **আজ্ঞাবাচক :** তই **কথা** ক; তই তাৰ লগত **কথা** হ'বি।
(ঘ) **প্ৰশ্নবাচক :** তই **কথা** কৰনে?
তই তাৰ লগত **কথা** হ'বিনে?
সি **কথা** ক'ব জানেনে?
সি কেতিয়া **কথা** পাতে?
তাৰ **কথা** কি?
(ঙ) **বিস্ময়বাচক :** কি তই **কথা** ক'ব নাজান!
তোমাৰ **কথা** এয়াহে নে!
(চ) **সন্দেহসূচক :** সি **কথা** কৈছে হ'বলা/জানো/ছাগৈ/নেকি।
সি বোধহয় বেয়া **কথা** কৈছে।
(ছ) **ইচ্ছাসূচক :** সি **কথা** কওক।
ভগবানে তাৰ **কথা** শুনক।

সুৰলহৰ অনুযায়ী যে বাক্যৰ প্ৰকাৰভেদ হয় তাকো 'কথা'ৰে পৰীক্ষা কৰিব পাৰি। যেনে—

তুমি কথা কোৱাঁ।[১] (আজ্ঞা)
তুমি কথা কোৱা?[২] (প্ৰশ্ন)
তুমিও (এনে) কথা কোৱাঁ![৩] (বিস্ময়)

বাক্যৰ গঠন অনুযায়ী যি তিনিটা বা চাৰিটা প্ৰকাৰভেদ আছে তাতো 'কথা'ৰ প্ৰয়োগ হ'ব পাৰে। উদাহৰণ—

(ক) সৰল বাক্য ঃ মই কথা কওঁ/হওঁ।
তোমাৰ লগত মোৰ কথা আছে।

(খ) জটিল/মিশ্ৰ বাক্য ঃ মই যেতিয়া কথা কওঁ, তেতিয়া সি মন দি শুনে।
তোমাৰ যে তেওঁৰ লগত আগধৰি কথা হৈছে, (সেয়া মই) পিছতহে জানিব পাৰিলোঁ।

(গ) যৌগিক/সংযুক্ত বাক্যঃ
মই কথা কওঁ আৰু সি মন দি শুনে।

তুমি যেতিয়া কথা পাতিছিলা আৰু সি নুশুনাৰ ভাও জুৰিছিল, তেতিয়াই মই কথাটো টং কৰিছিলোঁ।

বাচ্যৰ দৃষ্টিৰেও 'কথা'ৰ প্ৰয়োগ সন্দৰ্ভত ব্যাখ্যা আগবঢ়াব পাৰি। যেনে—

(ক) কৰ্তৃবাচ্য ঃ
মই কথা (ক) দিলোঁ
বজাই কথাৰ বান্ধ দিছিল।
তোমাৰ কাৰণে মই কথা শুনিব লগাত পৰিলোঁ।
(সি) পাতিলে কথাকে পাতি থাকে।
(আমি) এনে থকাতকৈ কথাকে পাতোঁ আহা।
(তোমালোকে) মোৰ কথা (কে) পাতি আছা
ইকথা কোনে পতিয়াব।

কৰ্মবাচ্য/ভাববাচ্য ঃ
(মোৰ) কথা দিয়া হ'ল।
তোমাৰ কাৰণে (মই/*মোৰ দ্বাৰা) কথাটো শুনিব লগা হ'ল।
এই কথাটো (সকলোকে) জনোৱা/জনাই দিয়া হ'ল।
মোক এই কথাটোকে লাগে।
তোমালোকে ডাঙৰৰ কথা শুনিব লাগে।
আমি কথা পাতিব লাগে নে নালাগে।
অকৃত্ৰা কৰ্মবাচ্য ঃ দূৰৰ পৰা কথাটো নুশুনি।
এনে কথা তোমাৰ মুখত ভাল নুশুনায়।

ইয়াত কথা পাতিব পৰা নাযায়/নোৱাৰি।
কৰ্ম-কৰ্তৃবাচ্য ঃ সিইঁতে কথা পাতে/কয়/হয়।
মোৰ কথা ওলাইছে।
সভাত এই কথা উঠিছিল।
(এই) কথাটো হয়/নহয়।
সেইটো একো কথা নহয়।
কোনো/একো কথা নাই।

বাচ্যৰ পিছতে উক্তিৰ দৃষ্টিভংগীৰেও 'কথা' আলোচনা কৰিব পাৰি। যেনে—
প্ৰত্যক্ষ উক্তি ঃ সি ক'লে— "তুমি কথা নক'বা।"
পৰোক্ষ উক্তি ঃ সি মোক কথা ক'বলৈ মানা কৰিলে।

প্ৰত্যক্ষ উক্তি ঃ কাঠগড়াত থিয় হৈ সাক্ষীয়ে ক'লে— "মই যি কম সঁচা কথাকে ক'ম।'

পৰোক্ষ উক্তি ঃ কাঠগড়াত থিয় লৈ সাক্ষীয়ে সি যি ক'ব সঁচা কথাকে ক'ব বুলি প্ৰতিশ্ৰুতি দিলে (শপত-বাক্য পাঠ কৰিলে)।

আমাৰ কথোপকথনৰ সময়ত কেতিয়াবা আমি বাক্য সম্প্ৰসাৰিত ৰূপত (Expansion of sentences) নতুবা সংকোচিত ৰূপত (Contraction of sentences) প্ৰকাশ কৰোঁ। বাক্যত সম্প্ৰসাৰিত আৰু সংকোচিত ৰূপত 'কথা'ৰ প্ৰয়োগ কৰি চাব পাৰি। উদাহৰণ—

বাক্য সম্প্ৰসাৰণ ঃ সি গছত গৰু উঠা কথা কয়।
বাক্য সংকোচন ঃ সি অদ্ভুত কথা কয়।
বাক্য সম্প্ৰসাৰণ ঃ সি ৰবকৈ কথা কয়।
বাক্য সংকোচন ঃ সি কথকী/তলতলীয়া (প্ৰকৃতিৰ লোক)।
বাক্য সম্প্ৰসাৰণ ঃ যিজনে মিছা কথা কয় তেওঁৰ বিপদ অনিবাৰ্য।
বাক্য সংকোচন ঃ মিছলীয়া মানুহৰ বিপদ অনিবাৰ্য।
বাক্য সম্প্ৰসাৰণ ঃ আচল কথা হ'ল তেওঁ নাহে।
বাক্য সংকোচন ঃ তাৰ মানে তেওঁ নাহে।

তলত কথাৰ লগত জড়িত আৰু কেতবোৰ বাক্য সংকোচনৰ উদাহৰণ দিয়া হ'ল—

কথা ক'ব নোৱৰা লোক= বোবা, মূক;
মুখৰ মাত নাই যাৰ (মুখত কথা নোলায় যাৰ)= নিমাত, নিমাতী;
সঁচা কথা কোৱা লোক= সত্যবাদী, সত্যবাদিনী;
মিছা কথা কোৱা লোক= মিথ্যাবাদী, মিথ্যাবাদিনী, মিছলীয়া;

মিঠা কথা কোৱা লোক = মৃদুভাষী, মৃদুভাষিণী, মিঠামুখীয়া;
ধেমেলীয়া কথা কোৱা লোক = টেটৰ্কটীয়া, খুহুটীয়া;
কথা কমকৈ কোৱা লোক = নিবোকা চামোন, মন গোমোঠীয়া;
পেটত কথা ৰাখিব নোৱাৰা লোক = সৰবৃৰহী, ৰাংঢালী;
পেটৰ কথা খুলি নোকোৱা লোক = পেটকপটীয়া, পেটকুলি;
সকলো কথা খোলাচাকৈ কোৱা পুৰুষ = ভলভলীয়া, বমভোলা;
কোনো কথা লুকাই নৰখা লোক = আপোনভোলা;
যাৰ মুখত এটা পেটত এটা কথা = দুতলীয়া, তলে পুতল;
কথা সজাই-পৰাই কোৱা লোক (মুখত যি আহে তাকে কোৱা লোক)= চেলবেলীয়া, পেকপেকীয়া;
কথা লগাই ফুৰা লোক = টুটুকীয়া, লগনীয়া;
বেছিকৈ কথা কোৱা লোক = কথকী, মেল্‌কী, মেলুবৈ, বহুবক্কী, প্ৰগল্‌ভা;
খৰকৈ কথা কোৱা লোক = ফক্‌ফকীয়া;
বৈ বৈ কথা কোৱা লোক = বকৰা, খোনা, থোথলা, আঁকৰা;
স্পষ্ট আৰু চিঞৰি কথা কোৱা কাৰ্য = গলগলীয়া (মাত);
শুনা-নুশুনাকৈ লাহে লাহে কথা কোৱা কাৰ্য = মিহি মাত, ফুচফুচীয়া;
কথা নপতাকৈ/নোকোৱাকৈ (থকা অৱস্থা) = মনে মনে, নীৰবে, নিস্তব্ধে;
একেটা কথাকে ঘনেপতি কোৱা কাৰ্য = পেঘেনীয়া;
একেটা কথাকে বাৰে বাৰে কোৱা কাৰ্য = চৰ্বিত-চৰ্বন;
উচ্চস্বৰত কোৱা কথা = ঘোষণা, চিঞৰ-বাখৰ;
বঢ়াই কোৱা কথা = অতিৰঞ্জিত;
হাঁহি উঠা কথা = কৌতুক, ধেমেলীয়া, খুহুটীয়া, হাস্যৰসিক;
আনন্দদায়ক কথা = সুখাত্মক, হাস্যময়, ৰসাল;
দুখ লগা কথা = দুখাত্মক, করুণ, বিয়োগাত্মক;
সমাজক আঘাত কৰা কথা বা কাৰ্য = ব্যঙ্গ (সবল/বুদ্ধিদীপ্ত) প্ৰহসন;
অসম্ভৱ বা অলীক কথা বা কাৰ্য = উদ্ভট;
মনৰ কথা প্ৰকাশ কৰা কাৰ্য = ব্যক্ত;
মনৰ কথা প্ৰকাশ নকৰা কাৰ্য = অব্যক্ত;
কোনো কথা নিশ্চয় কৰিবলৈ পঠোৱা মানুহ = সঁজাতি (দল);
মুখে মুখে কোৱা কথা/ভাষা = মৌখিক, কথিত;
কোনো কথাৰ উদাহৰণ দেখুৱা দুফাঁকি বা তাতকৈ অধিক ফাঁকি কথা= ফঁকৰা, পটন্তৰ, যোজনা।

## (খ) শব্দ-সাধনত আৰু সমাসত 'কথা'-ৰ প্ৰয়োগ ঃ

অতি সীমিতসংখ্যক প্ৰত্যয়ৰ লগত শব্দ সাধিত হৈ ভিন ভিন পদ আৰু অৰ্থত ইয়াৰ প্ৰয়োগ আছে। যেনে—

কথা + ঈয়া > কথীয়া (এক কথীয়া মানুহ)

কথা + আৰু > কথৰু (কামৰূপী ঃ কথকী)

কথা + এনি > কথেনি (কামৰূপী ঃ কথন)

সংস্কৃত কথ্ ৰূপত বিভিন্ন প্ৰত্যয় যোগে অসমীয়াতো, বিশেষকৈ লোক-ভাষাত ইয়াৰ প্ৰয়োগ আছে। উদাহৰণ— "কথিলেই কথা মথিলেই ঘিউ..."

সেইদৰে— কথন-মথন (কথা-উপকথন > কথোপকথন), কথকী, কথিকা, কথিত, কথ্য ইত্যাদি।

ভিন ভিন সমাসতো ইয়াৰ প্ৰয়োগ আছে। যেনে—

**ইতৰেতৰ দ্বন্দ্ব ঃ** কথা-বতৰা, মাত-কথা;

**সমাহাৰ দ্বন্দ্ব ঃ** কথা-কাণ্ড;

**দ্বিগু সমাস ঃ** দহকথা, এককথা;

**অব্যয়ীভাব সমাস ঃ** উপকথা, প্ৰতিকথা, উপকথন;

**ষষ্ঠী তৎপুৰুষ ঃ** কথা শুৱনী, কথা বাগীশ;

**সপ্তমী তৎপুৰুষ ঃ** কথা-চহকী (কথাত চহকী);

**বহুব্ৰীহি সমাস ঃ** কথা ভাগৱত, কথা গুৰুচৰিত, তত্ত্বকথা, বিনাকথা;

**নঞ্ তৎপুৰুষ ঃ** অকথিত, অকথ্য ইত্যাদি।

### প্ৰয়োগৰ সীমাবদ্ধতা ঃ

কথা শুন ঃ ১। মানি চল্, ২। টান কথা শুনিব লগা হ ;

কিন্তু পাচনী ধাতুত— কথা শুনা ঃ *১। মানি চলা, ২। টান কথা শুনা

কথা লাগ ঃ কথা ফলিয়া; কিন্তু *কথা লগা (অৰ্থৰ পৰিৱৰ্তন ঘটি কথা লগাই ফুৰ্)।

সেইদৰে কথা-সলা ঃ ১। অমত হ, ২। কথা নাৰাখ;

কিন্তু *কথা পিন্ধা/গঢ়াৰ প্ৰয়োগ নাই।

অৱশ্যে কথা সাজ/সজা-ৰ 'সত্যৰ অপলাপ' অৰ্থত সীমিত প্ৰয়োগ আছে।

কথা চহকীৰ প্ৰয়োগ আছে; কিন্তু *কথা নিচলা/গৰীবৰ প্ৰয়োগ নাই।

বাক্যত কথা নাই-বতৰা নাই (অকস্মাৎ) প্ৰয়োগ হয়; কিন্তু একে অৰ্থত *কথা-বতৰা নাই প্ৰয়োগ নহয়; হয় আন এক অৰ্থত— কথা-বতৰা/বাৰ্তা নাই (মাত-বোল/সু-সম্পৰ্ক নাই অৰ্থত)।

❖ ❖ ❖

সাত

# কথাৰ লোক-সাহিত্যত প্ৰয়োগ

আমি আগৰ কেইটামান খণ্ডত লোক-সাহিত্যত যে 'কথা'ৰ বিশিষ্ট প্ৰয়োগ আছে তাৰ কিছু ইংগিত দিছোঁ। 'কি কথা-বেং কথা' জাতীয় ল'ৰা-ধেমালি গীতত কথাৰ উল্লেখ বা প্ৰয়োগ থকাৰ দৰে 'অসম দেশৰ বিষম কথা ...' বুলি কথাৰ পাতনি তৰা সাঁথৰ কিছুমানতো ইয়াৰ প্ৰয়োগ পোৱা যায়। আটাইতকৈ মন কৰিবলগীয়া কথা এয়ে যে অসমীয়াত প্ৰবাদ-পটন্তৰ, নীতি-প্ৰবচন, ফকৰা-যোঁজনা আদি লোক-সাহিত্যৰ সমলত 'কথা'ৰ বিস্তৰ প্ৰয়োগ হৈ আহিছে।

চীনদেশীয় দুই প্ৰকাৰৰ যোজনাৰ সমাৰ্থক সংস্কৃত ভাষাৰ 'সুভাষিত' (=মাৰ্জিত শব্দ বা কথাঃ চীনা ভাষা আৰু 'লোকোক্তি' (= প্ৰচলিত উক্ত ঃ চীনা ভাষা) বা ইংৰাজী maxim অৰ্থাৎ নীতিমূলক সূত্ৰৰ সমপৰ্যায়ৰ ৰিজনি, চানেকি আদি অৰ্থত কথা প্ৰসংগত ব্যৱহাৰ হোৱা চমু উক্তিকে প্ৰবাদ, পটন্তৰ, প্ৰবচন (Proverbs or saying) বোলে। অসমীয়াৰ অতিকৈ পৰিচিত ফকৰা-যোজনা ইয়াৰে নামান্তৰ মাথোন। অৱশ্যে ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে যোজনা আৰু ফকৰা (riddles) এই দুটাৰ মাজত কিছু পাৰ্থক্য ৰাখিছে। "যোজনা ব্যৱহাৰ হয় কথাৰ লাচত— প্ৰায়েই ঠাট্টাৰ সুৰত, সাধাৰণ বক্তব্যৰ মোৰ মাৰিবলৈ বা কিবা ব্যাখ্যা কৰিবলৈ। সেইকাৰণেই তাক যোজনা বা যোজোনা বোলে। পটন্তৰ মানে চানেকি। এইদৰে ব্যৱহাৰৰ উপযোগী হ'বলৈ বচনবিলাক বিশেষ এক ধৰণে গঢ় লয়। বচনবিলাক চুটি, ব্যঞ্জনাবিশিষ্ট আৰু আওবালেই কাণত লাগে। কেতবিলাক বচনৰ একে শাৰীতে শেষ, কেতবিলাক দুশাৰী বা তিনিশাৰীৰ। এইবিলাক মুখে মুখে

ৰচিত হৈয়ো কেনে ছন্দময় আৰু কাণত লগা ভাবিলে আচৰিত লাগে।" (ডঃ প্ৰফুল্লদত্ত গোস্বামী ঃ 'যোজনা বা পটন্তৰ', অসমীয়া জনসাহিত্য, ১৯৪৮/১৯৮৬, পৃঃ ৯৮)।

"মৈথিলী ভাষাত 'ফকৰা' মানে শেহৰ আখৰৰ মিল থকা চুটি বচন বা প্ৰবচন বা ল'ৰা ওমলোৱা গীত। সম্ভৱ শব্দটো মিথিলাৰ পৰাহে আহিছে। ....সাঁথৰবিলাকো এক হিচাপে ফকৰা, মাথোন ফকৰাৰ অৰ্থ ভকতীয়া আৰু সাঁথৰৰ অৰ্থ বা সমাধান ঐহিক বা সাধাৰণ... ফকৰাত যি উৎভট ভাষা প্ৰয়োগ কৰা হয়, এনে উৎভট আৰু প্ৰহেলিকাময় ভাষা দেহবিচাৰৰ গীত, জিকিৰ আদিতো লক্ষ্য কৰিব লাগে।" ('দেহবিচাৰৰ গীত আৰু ফকৰা', প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৬০-৬১)

আনহাতে যোজোনা আৰু খণ্ডবাক্য (idioms) এই দুটাৰ মাজতো পাৰ্থক্য উলিওৱা টান। সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱায়ো ৰত্নকোষ ঃ প্ৰথম খণ্ড।। খণ্ডবাক্য আৰু ৰত্নকোষ ঃ দ্বিতীয় খণ্ড।। যোজনা এই দুখন সংকলন কৰোঁতে এনে সমস্যাৰ সম্মুখীন হ'বলগীয়া হৈছিল। কিছুমান বাক্য আছে, সিহঁত যোজোনা নে খণ্ডবাক্য তাৰ তৎ ধৰা টান। সিহঁতক যোজোনাৰ ফালৰ পৰা চালে যোজোনা আৰু খণ্ডবাক্য বা 'ইডিয়ম'ৰ ফালৰ পৰা চালে খণ্ডবাক্য যেন দেখি। গতিকে সিহঁতক বাছোঁতে, বাছোঁতাৰ খেলি-মেলি লাগি পৰে। ....যোজোনাবোৰ প্ৰায়েই ছন্দবদ্ধ আৰু তাত উপমাৰ ছলেৰে উপদেশ থাকে। খণ্ডবাক্য চুটি হয়, আৰু তাত উপদেশ প্ৰায়েই নাথাকে, কিন্তু কোনোবোৰত উপমা থাকে। সেই দেখি চুটিয়েই হওক বা দীঘলেই হওক, উপমা থকা বাক্যবোৰক, বিশেষকৈ যদি তাত কিবা উপদেশ থাকে, যোজোনা বুলি ধৰি প্ৰায়েই ইয়াত ঠাই দিয়া হ'ল। "(ৰত্নকোষ ঃ দ্বিতীয় খণ্ড।। যোজোনা, পাতনি)।" আহক আমি সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা সংকলিত ৰত্নকোষৰ দ্বিতীয় খণ্ডৰ পৰা 'কথা'ৰে আৰম্ভ হোৱা যোজোনাৰ আলেখ-লেখ লওঁ (দ্ৰষ্টব্যঃ পৃঃ ৩৭-৩৮)

**কথাও হৈছে কথাও নহৈছে কথাত বিন্ধিছে ঘূণে, বিবাহৰ কন্যা পাটীত মৰিছে,** এনে কথা শুনিব কোনে, ভিতৰি কিবা গোপনীয় কুটনাটৰ বাবে কিবা কাৰ্য নষ্ট হোৱা।

**কথা ক'লৈই লাগিল পাক, বাৰজনী গৈছিল পানী আনিবলৈ, তেৰজনীৰ কাটিলে নাক,** পানী আনিবলৈ গৈছিল বাৰজনী, কিন্তু সেইবাবে জগৰ ধৰি নাক কাটিলে তেৰজনীৰ। তাকে অযুগুত বোলাত মোৰ গাত জগৰ লাগিল। অৰ্থাৎ যুগুত কথা কোৱা বাবে অনৰ্থক জগৰীয়া হোৱা।

**কথা কহন্তে তোলয় হাঁসি, জানিবা তাহিক ভাল নভাষি** (নভাষি= নকয়, নোবোলে), কথা কওঁতে ঘনাই হাঁহা তিৰোতাক মানুহে ভাল নোবোলে বুলি জানিবা।

**কথাখিনি কয় ভাল, ৰাতি পিন্ধে ফটা জাল,** কথাই-বাৰ্তাই অৱস্থাপন্নৰ ভাব বা সৎস্বভাব দেখুৱায়, কিন্তু ভিতৰি অৱস্থাহীন বা অসৎ স্বভাৱৰ।

**কথা নহয় লপঠপ্, দোদোণ চপ্ চপ্,** তিন দোণ পূৰাই নিদি অকল দোদোণ এমূৰীয়াৰেই সৰু পাত্ৰ থাপি থুপি চপচপীয়াকৈ ভৰাই থোৱা বস্তুৰ দৰে, সৰহ সাৰুৱা পদাৰ্থ নথকা, কিন্তু সাৰুৱা বুজাবলৈ সজাই-পৰাই কোৱা কথা।

**কথা বা ক'ত ভেকুৰী তলত,** কোনো কথাৰ আচল কাৰণ প্ৰকাশ নহৈ বা নকৰি, অন্য কিবা কাৰণ প্ৰকাশ হোৱা বা প্ৰকাশ কৰা কাৰ্য। যেনে, এটা কথাৰ বাবে কৰাৰ ভাবেৰে, পেটত আন এটা কথাৰ হৈ মাৰ্-কিল্ কৰা।

**কথা বুলিলেই বতাহ,** বতাহৰ দৰে, কথাকো ধৰি ৰাখিব নোৱাৰি; সিও বিয়াপক দি প্ৰচাৰ হৈ পৰে।

**কথাত কথা বাঢ়ে খৰিকাত বাঢ়ে কাণ, মাকৰ ঘৰত জীয়ৰী বাঢ়ে পথাৰত বাঢ়ে ধান;** কথা হওঁতে কথা ওলাই ওলাই বাঢ়ি যায়, কাণৰ বিন্ধা খৰিকা সুমালে বাঢ়ে; জীয়ৰী ছোৱালী মাকৰ ঘৰত বাঢ়ি ডাঙৰ-দীঘল হয়; ধান গছ পথাৰ মাটিত বাঢ়ে।

**কথা নক'বাঁ ৰাতি কথা ন'কৰবাঁ বনৰ দাঁতি, কথা হ'বাঁ দুই, কথা হ'ব' শুই,** বিশ্বাসী কথা ৰাতি নক'বাঁ, তেতিয়া আন্ধাৰত লুকাই থাকি লোকে শুনিব পাৰে; হাবিৰ দাঁতিতো নক'বাঁ, তেতিয়াও হাবিত লুকাই থাকি শুনিব পাৰে; গুপুত কথা অকল দুজনেহে হ'বা আৰু তাকো শুই অৰ্থাৎ শোৱা ঠাইৰ দৰে আবুৰৰ ঠাইত বিশ্বাসেৰেহে ক'বা।

**কথা নাই, বতৰা নাই, আহ বৰ ডেকা ভোজ খাবলৈ যাওঁ,** পূৰ্বে একো ভূ-ভা নিদিয়াকৈ, কোনো মানুহক হঠাৎ কিবা কামত যোগ দিবলৈ মতা।

**কথাৰ দু-আষাৰ বান্ধৰ দুমেৰ,** বান্ধ আঁট খাবলৈ যেনেকৈ এমেৰত আঁট নলয়, কিন্তু দুমেৰতকৈ সৰহো নালাগে, সেইদৰেই কোনো বিষয়ৰ স্থিৰ কৰিবলৈকো, একেষাৰ কথাতে স্থিৰ নহয়, আৰু দুআষাৰৰো সৰহ নালাগে। অৰ্থাৎ প্ৰয়োজনতকৈ সৰহ বা তাকৰ কথা ক'ব নালাগে।

**কথাৰ নাই একো, কৰে হেঁকো হেঁকো,** 'ক'বলৈ নাই— হেঁকো হেঁকো' চোৱা; **কথাৰ নেপাওঁ জুতি, জালুক বলি গাল মাৰে বজৰীয়া কলৰ গুটি,** যি জালুক বুলি কলগুটি চোবায়, অৰ্থাৎ সাৰুৱা বুলি অসাৰ কথা কয়, তেনে মানুহৰে কথা হৈ চল পোৱা নাযায়।

**কথাৰ নেভাঙিবি থোৰ, আধাখিনি তোৰ আধাখিনি মোৰ,** এজন বামুণৰ কাছ খাবৰ মন যোৱাত, তেওঁ যজমান এঘৰৰ শৰাধৰ গোট কাছ এটা দিয়াইছিল। এজন পণ্ডিত বামুণে তাকে দেখি ক'লে বোলে 'কিমাশ্চৰ্য্য ময়া দৃষ্টং শ্ৰাদ্ধে কচ্ছপ বন্ধনং', অৰ্থাৎ শৰাধত কাছ বান্ধি থৈছে, কি আশ্চৰ্য কথা দেখিলোঁ। তেতিয়া সিজনে মাত লগালে বোলে, 'হুৱামুৱা নকৰ্ত্তব্যং তবাৰ্দ্ধকং মমাৰ্দ্ধকং,' অৰ্থাৎ হুৱামুৱা নকৰিবা, আধা তুমি ল'বা, আধা মই ল'ম। সেই সাধুৰ পৰাই এই বচন ওলাইছে। এতেকে অৰ্থ হ'লঃ অন্যায়কৈ লাভ কৰা বস্তুৰ অংশ দি লোকৰ মুখ মাৰি থোৱা।

**কথাৰ মিছা, সূতাৰ চিএগা,** মিছা কথা চিএগা সূতাৰ দৰে ছিগি যায়, অৰ্থাৎ তত্তিব নোৱাৰে।

**কথাৰ ৰস পায় যদি ক'ব জানে, কৃষিৰ ৰস পায় যদি নেমাৰে বানে, ভোজনৰ ৰস পায় যদি পৰশে আই, নাৱৰ ৰস পায় লোকে নিয়ে বাই,** ক'ব জানিলে কথা শুনি সোৱাদ লাগে, বানপানীয়ে ৰোৱা নেমাৰিলে খেতিত সোৱাদ লাগে, মাকৰ হাতে দিলে খোৱা বস্তু সোৱাদ লাগে, লোকে বাই নিলে নাৱত উঠি সোৱাদ লাগে।

**কথিলেহে কথা মথিলেহে ঘিউ, ভাতত দিয়া হাঁহ কণীৰ কেনি যায় জীউ,** হাঁহ কণী উমালেহে পোৱালি জগে, ভাতত দিলে তাৰ জীউ নথকা হয়, গাখীৰো মথিলেহে ঘিউ ওলায়, নহ'লে সি গাখীৰ হৈয়েই থাকে। সেইদৰে কথাও আলোচনা কৰিলেহে তাৰ পৰা জ্ঞানৰ তত্ত্ব পোৱা যায়।

সেইদৰে ৰত্নকোষখনৰ অন্যান্য পৃষ্ঠাতো আৰু কেতবোৰ 'কথা'ৰ প্ৰয়োগ থকা যোজোনাৰ উল্লেখ আছে। উদাহৰণ—

**অৰি কথা বৰি হয়,** (সৰু বুজাবলৈ 'অৰি' আৰু ডাঙৰ বুজাবলৈ 'বৰি' বুলিছে) কেতিয়াবা সৰু কথাই ডাঙৰ হৈ জঞ্জাল ঘটায়। (পৃ. ৪)

**অলপ কথা জ্ঞানীৰ লক্ষণ,** সৰহকৈ কথা নোকোৱা জ্ঞানীৰ চিন, জ্ঞানী লোকে সৰহ কথা নকয়। (পৃ. ৪)

**অসম দেশৰ বিষম কথা, তেল খাৰণিত ভাত পিঠা,** লোকে অসমীয়াৰ কিবা অযথা খুঁত উলিয়ালে, তাৰ উত্তৰত ব্যংগভাৱেৰে এই বাক্য কোৱা হয়। ইয়াৰ অৰ্থ হৈছে— আমাৰ দেশো 'অসম' অৰ্থাৎ অন্যেৰে নিমিলা আৰু আমাৰ ৰীতি-নীতিও বিসদৃশ; সেই গুণে আমি তেল-খাৰণিৰে ভাত পিঠা খাওঁ। (পৃ. ৮)

**আপৰলীৰ বৰ কথা শৰতৰ পানী, শোকোতাৰ বৰ টৌম দাঙিলেহে জানি,** (আপৰালীৰ= পৰাল নপৰা; এতেকে, উভহঁ্‌ অৰ্থাৎ কেঁচা কথা কোৱা বা আওকথীয়া মানুহ কেঁচা মানুহৰ অহংকাৰী, শৰত কাল ৰ বৰষুণ আৰু শোকোতাৰ টৌম, এইকেইটাৰ গধুৰত্ব নাই। অৰ্থাৎ আড়ম্বৰৰ জোখাৰে ফল নহয়। পৃ. ১৪)

**আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি,** মানুহে আলচা মতে কথা সিদ্ধি নহয়; কাৰণ কণা বিধাতাই সিদ্ধিৰ পথত ব্যাঘাত জন্মায়। (দুখীয়াৰ দুখলৈ চকু নিদিয়ে, এই ভাবত বিধাতাক 'কণা' বুলিছে)। বিজ্— 'আইৰ ঘৰলৈ— পাছে পাছে যাম।' (পৃ. ১৮)

**কৰিব নোৱৰাৰ বৰ কথা, খাব নোৱাৰাৰ বৰ হেঁতা,** কামৰ অপাত্ৰজনৰ ওফাইডাং কথা, বা অলপীয়া ভোজন কৰোঁতাৰ ডাঙৰ হেঁতা শোভা নাপায়। (পৃ.৩৯)

**কৈছো কথা নকৰ কাণ, নজনী তিৰোতা বিয়া কৰাই আনিছো, দিছো এদোন ধান,** নজনী বিয়া কৰাই আনি, সিহঁতক খাবলৈ এদোন ধান দিছোঁ, মই এনেহেন মানুহটোৱে কথা কওঁতেও তই কাণ নকৰ। এতেকে ফিতাহি, ফোঁপযহ। (পৃ. ৫০)

**গড়গাঁও, কথা শুনি তল যাওঁ,** ৰাজধানী ৰাবে গড়গাঁৱত আন ঠাইত নঘটা অনেক ঘটনা ঘটিছিল। তাকে শুনি বিস্ময়ত তল যাওঁ বুলিছে। এতেকে অসাধাৰণ কথা শুনি বিস্ময়াপন্ন হোৱা (পৃ. ৫৯)

**ঘৰৰ কথা কয় পৰক, ক'লে লৰক-ফৰক,** নিজৰ ঘৰৰ গুপ্ত কথা লোকক ক'লে, ঘৰৰ বান্ধ নোহোৱা হয়। (পৃ. ৬৯)

**চহা গাঁৱৰ বহা কথা,** (বহা= পঁজা, এতেকে, বহা কথা= বহাবলীয়া কথা, অৰ্থাৎ সৰু কথা) (১) চহৰীয়া মানুহৰ ক্ষুদ্ৰ বিষয়ৰ কথা বাৰ্তা। (২) চহৰীয়া মানুহৰ চহৰীয়া আচৰণ, ৰীতি-নীতি বা চলন ফুৰণ। (পৃ. ৭৪)

**চহা মানুহৰ বহা কথা, পুৱা-গধূলি চাউল কঠা,** (বহা কথা = সৰু কথা) হাল-কোৰ বাই খোৱা সৰু মানুহ সৰু কথা, কাৰণ তেনে মানুহৰ মুঠেই দুবেলা দুমুঠি খাবলৈ পালেই হয়, তাৰ বাহিৰে আন জঞ্জাল নাই। (পৃ. ৭৪)

**তাঁতৰ চাবি বাটি ব, কথা কোৱাদি ক'ব নোৱাৰ, শ্লোকত কোৱাদি ক',** তাঁতৰ সূতা ব-ৰ ভিতৰত থাকে আৰু গৰকতে গচকা মতে ভাগে পতি বিতংকৈ ওপৰলৈ উঠে। কোনো বিবাদৰ পূৰা বিৱৰণ দিবলৈ হ'লেও তাৰ সকলো কথাকে সেইদৰেই বেলেগে বেলেগে ভাগি পাতি বুজাই ক'ব লাগে। ইয়াত কৈছে বোলে, সেইদৰে কব নোৱাৰে যদি শ্লোকত কোৱাদি সংক্ষেপতে ক। এতেকে, বিস্তাৰিকতৰূপে নকৈ কোৱা। (পৃ. ৯৪)

**তালুত চুলি নাই তাকে বোলে তপা, কথাত সাঁচ নাই তাক বোলে লপা,** তালুত চুলি নোহোৱা মানুহক তপা আৰু কথাত লাগ-বান্ধ নথকাক লপা বা চেলেপু বোলে। (পৃ. ৯৫)

**তিনিমুৰীয়াত কথা সুধিবা, 'তিনি মূৰ যাৰ, বুধি ল'বা তাৰ',** বুঢ়া মানুহক বুধি সুধিবা। (বুঢ়া মানুহ বহিলে, মূৰ চাপিবি গৈ আঁঠুৰ ওচৰ পাই দেখি, আঁঠু দুটা সৈতে তিনি মূৰ হয়।) (পৃ. ৯৬)

**তোমাৰ বাৰীৰে বাঁহ-গাঁজ তাকে কৰিছোঁ খৰিচা, তাকে দি তোমাৰে ধন সলাওঁ, কথাটো মন কৰিছা,** এজনৰ পৰা খৰিচাৰে সলাই ধান লোৱা হৈছে; সেই খৰিচা আকৌ তেওঁৰ বাৰীৰে পৰা মনে মনে নিয়া বাঁহ-গাঁজেৰে কৰা। 'কি আছে কি দিম— নধৰিবা আমাৰ' চোৱা। (পৃ. ৯৯)

**দহ ঠাই ফুৰে যি, দহ কথা শিকে সি,** অনেক ঠাইত ফুৰা মানুহে অনেক কথা শিকে। ৰিজ্— 'বাৰ দেশ শিকিবা।' (পৃঃ ১০২)

**দহৰ দহ কথা, কওক বাৰ কথা, কৈ বা কৰিব কি, ছাঁতে গুলাম বানতে সোমাম দুকাণে দুভৰি দি,** বাহিৰলৈ গুলাব নিদি আবুৰত বাখিব খোজা তিৰোতাই কৈছে। মই ছাঁৰ আঁৰতে গুলাই যাম, আৰু বতাহৰ বা-ৰ লগতে সোমাই আহিম, বৰীয়াৰ কান্ধৰ ওপৰতে ভৰি দি অহা-যোৱা কৰি থাকিম; তেহেলে লোকে যি যি কয় কৈ যাওক; কৈনো মোৰ কি কৰিব? এতেকে অৰ্থ হ'ল— গণিতা নকৰা স্বভাৱে, বশ নমনা গতি, শাসন নমনা উদণ্ড আচৰণ। (পৃ. ১০২-১০৩)

দুখীয়াই কথা কয় কথাত নিদিয়ে কাণ, চহকীয়ে কথা কয়, গাখীৰে-গুড়ে সমান, দুখীয়াই কথা ক'লে মানুহে কাণ নকৰে, কিন্তু চহকীয়ে ক'লে গাখীৰ-গুড় সমান দৰে সন্তোষেৰে আৰু মন দি শুনে। (পৃ. ১০০)

দেখা কথাত পতি মণ্ডল চোৰা, চকুৰে দেখি থকা কথাক জানিবলৈ যদি পাতেৰে মণ্ডল চোৰা। অৰ্থাৎ ওলাই থকা কথাকে সেদেশি খপিয়াই খুলা। (পৃঃ ১০৭)

নিলাজৰ নাই লাজ নাই অপমান, সজ্জনৰ এক কথা মৰণ সমান, নিলাজ লোকৰ লাজ নাই, অপমানবোধ জ্ঞান নাই, কিন্তু সজ্জনৰ হ'লে একোষাৰ কথাই মাত্ৰ অপমানজনক কথাই মৃত্যুৰ সদৃশ। (পৃ. ১২১)

নেজানো নোৱাৰোঁ নাই ঘৰে, ই তিনি কথাত দেৱতা হাৰে, কথবাৰ কিবা সুধিলে যদি নেজানো বোলে, বা কিহবালৈ ধৰিলে যদি নোৱাৰোঁ বোলে, নতুবা কিবা খুজিলে যদি ঘৰত নাই বুলি কয়, তেনেহ'লে ইজনৰ আৰু ঘূৰি মাতিবলৈ ঠাই নেথাকে। তেনে কথাত দেৱতায়ো হাৰ মানে। (পৃ. ১২৩)

নৈৰ পাক ধৰিব পাৰি, কথাৰ পাক ধৰিব নোৱাৰি, নৈৰ মোচৰৰ তৎ ধৰিব পাৰি, কিন্তু মানুহৰ কথাৰ মোচৰৰ (অৰ্থাৎ মেৰপকীয়া কথাৰ) তৎ ধৰিব নোৱাৰি। বিজ্— 'পানীৰ চৰখৰীয়া— নোৱাৰি।' (পৃ. ১২৪)

পৰৰ কথা নুশুনিবা, বাটত নাঙল নেচাঁচিবা, বাটত নাঙল চাঁচিবলৈ ল'লে বাটকৰা মানুহে বুধি দিয়েই পেপুৰা কৰিব; সেই দেখি বাটত নাঙল নেচাঁচিবাঁও আৰু লোকৰ কথাও নুশুনিবা। অৰ্থাৎ যিয়ে যি বুধি; তাকে নল'বা। (পৃ. ১২৭)

পাহৰিলে কথা নেথাকে মনত, মৰিলে বুঢ়া নপৰে মনত, কোনো কথা পাহৰিলে যেনেকৈ সি আৰু মনত নাথাকে, অৰ্থাৎ মনৰ পৰা আঁতৰ হয়, সেইদৰে বুঢ়া মানুহ মৰিলেও তালৈ আৰু মনত নপৰে। (পৃ. ১০৩)

বন্দীৰ বৰ কথা, বাতি উবে পানী-চেলেং দিনত উবে কঁথা, (বৰ কথা= অহংকাৰ; উবে= পিন্ধে, পানী-চেলেং= সৰু আৰু পাতল চেলেং কাপোৰ) বন্দীয়ে দিনত ফটা কঁথা আৰু ৰাতি মিহি কাপোৰ পিন্ধো বুলি কৰাই বা অহংকাৰ কৰা। (পৃ. ১৩৮)

বৰ লোকে কথা কয়, সকলোৱে বোলে জয় জয়, ডাঙৰ অৰ্থাৎ সম্ভ্ৰান্ত লোকৰ কথা সকলোৱে মানে। (পৃ. ১৩৯)

বহতীয়া ছহতীয়া কথা, (ছহতীয়া= ছহাত দীঘল) গোলামৰ কিতাহি কৰা কথা বা ফোঁপডাং কথা। (পৃ. ১৪০)

বাৰ দেশ বুলিবা, বাৰ কথা শিকিবা, 'দহ ঠাই— শিকে সি' চোৰা। (পৃ. ১৪৬)

বুঢ়াই বুঢ়াই মেল পাতে কথাই পতি কাহে, ডেকাই ডেকাই মেল পাতে কথাইপতি হাঁহে, ল'ৰাই ল'ৰাই মেল পাতে কথাইপতি কান্দে, তিৰোতাই তিৰোতাই মেল পাতে কথাৰ নাই ছন্দ, (ছন্দ্- ছন্দ) কথা হওঁতে বুঢ়াই মনেপতি কাহে,

ডেকাই হাঁহে, ল'ৰাই কাজিয়া কৰে আৰু তিৰোতাৰ কথাত লাগ-বান্ধ নেথাকে। (পৃ. ১৪৯)

বুঢ়াৰ কথা নুশুন ডেকা, টানত পৰি কিয় কেকা, অভিজ্ঞজনৰ পৰামৰ্শ নুশুনি খাতি খোৱা বা বিপদাপন্ন হোৱা। (পৃ. ১৫০)

ভালৰ ভাল কথা, মন্দ লোকৰ সকলো কথাতে ভাল আচৰণ। (পৃ. ১৫৭)

মই কওঁ ৰাজভগনৰ কথা, সি বোলে কলখোকা বাদুলীয়ে খালে, কওঁতাই ৰাজ্য এখন ভগাৰ বিৱৰণ কওঁতে, শুনোঁতাই তালৈ মন নকৰি, বাদুলীয়ে কল খোৱাৰ কথা কোৱা। এতেকে, গধুৰ কথাৰ মোল নেজানি তালৈ অমনযোগ কৰা (পৃ. ১৬১)

মিছা কথাই সিঁচা পানীয়ে সমান, পানী সিচিলে তাৰ তলৰ বস্তু ওলাই পৰে। সেইদৰেই, মিছা কথাও খাঁতিলে, আচল সত্য প্ৰকাশ হয়। (পৃ. ১৬৯)

মিছা কথাৰ ঠেং চুটি, যাৰ ঠেং চুটি, তাক খেদা মাৰি বেগতে ধৰিব পাৰি। সেইদৰেই মিছা কথাও অলপতে ধৰা পৰে, সৰহপৰ তিষ্ঠিব নোৱাৰে। (পৃ. ১৬৯)

মুকুন্দ মুৰাৰি, কথাৰ মুৰত কথা ওলায়, নকৈ নোৱাৰি, হে প্ৰভু, মুকুন্দ মুৰাৰি কথাৰ উচিত উত্তৰ মুখত ওলাই পৰে, নকৈ নোৱাৰোঁ, এই দোষ ক্ষমিবা। অৰ্থাৎ ধেমেলীয়া ভাবেৰে কৈছে বোলে, কথা শুনি, উচিত উত্তৰ নিদি নোৱাৰি। (পৃ. ১৭০)

যাৰ আছে খাৰ, মিছা কথা তাৰ, বৰুৱা মানুহ কথাত ৰ'ব নোৱাৰে। (পৃ. ১৭৬)

বি পহু মাৰিবা, মাৰিবা বনত; বি কথা ভাবিবা, ভাবিবা মনত, পহু মাৰিবলৈ হ'লে যেনেকৈ হ্যাবিলৈহে যাব লাগে, মুকলিলৈ নেলাগে, সেইদৰেই ভৰা কথাও নিজৰ মনতেহে ভাবিবা, লোকক নকৰা। (পৃ. ১৭৯)

'কথা'ৰ প্ৰয়োগ থকা আৰু এমুঠি যোজনা শ্ৰীহৰকুমাৰ শইকীয়াই ব্যাখ্যাসহ আগবঢ়োৱা অংশৰ পৰা হুবহু তুলি দিয়া হ'ল। (এমুঠি যোজনা ১৯৯৩)।

কথাত কথা বাঢ়ে খৰিকাত বাঢ়ে কাণ, মাকৰ ঘৰত জীয়ৰী বাঢ়ে বাৰীত বাঢ়ে পাণ। অমূলক আলোচনা

ব্যাখ্যা— মাকৰ তত্বাৱধানত জীয়ৰী ডাঙৰ-দীঘল হয়। সুব্যৱস্থাৰে ৰখা বাৰীত পাণৰ লতা বঢ়াৰ। কাণত খৰিকা ব্যৱহাৰ কৰি আৰাম পালে পুনৰ ব্যৱহাৰ কৰিবলৈ ইচ্ছাৰিত হয়। মানুহে কথাতে কয় কথাৰ দুআষাৰ, বান্ধৰ দুমেৰ। গতিকে অমূলক কথা অৱতাৰণা কৰি দীঘলীয়া আলোচনাত লিপ্ত হ'লে বিশেষ কামত নাহে। (নং- ২৯, পৃঃ ২২) তু. বস্তুকোষ (পৃ. ৩৭)

এনে ধৰণৰ একাকি যোজোনা বাংলা ভাষাতো অতিশয় জনপ্ৰিয়। উদাহৰণ—

'কথায় কথা বাড়ে, জলে বাড়ে ধান
বাপেৰ বাড়ি থাকলে মেয়েৰ বাড়ে অপমান।'
যোজো কথাক গুচি কোনখান

**চাচোনে কাটে (অশ্লীল)।**

**অদৰকাৰী আলোচনা**

ব্যাখ্যা— বহু সময়ত আচল গুড় কথাটো আলোচনা নকৰি, চালে-বেৰে কোবাই ফুৰে। অবাবত সময় নষ্ট কৰে। কিন্তু সময়ত যেতিয়া গূঢ় কথাটো ধৰা পৰে, বুঢ়া লোকে এই যোজনা ব্যৱহাৰ কৰি মনৰ তিক্ততা প্ৰকাশ কৰে। (নং ৮৫, পৃ. ১৪)

**কৈছো কথা, নকৰ কাণ,**

**নজনী তিৰোতা বিয়া কৰাই আনিলো**

**মাথোঁ দিছো এদোন ধান।**

চতুৰ ব্যক্তি, ধূৰ্ত

ব্যাখ্যা— অতি চতুৰ ব্যক্তি। অসমীয়া সমাজ ব্যৱস্থাত বিয়া বাৰুবিলাকত যথেষ্ট ধন ভাঙিবলগীয়া হয়। কন্যাক সোণ-ৰূপৰ গহনা দিয়াৰো প্ৰথা আছে। কিন্তু এনেহে চতুৰ লোক যে কথাৰ জাল তৰি ভেলেকি মাৰি ইজনীৰ পিচত সিজনীকৈ তিৰোতা বিনা খৰচতে চপাই আছে। (নং- ২৭৭, পৃ. ১০) তু. বহুকোষ (পৃ. ৫০)

**'চক ফুটি জোল গ'ল।**

**সকলো কথা উদং হ'ল।'**

গোমোৰ ফাক্ (দুৰ্নাম)

ব্যাখ্যা— কোনো মানুহৰ কলংক, দুৰ্নাম সদৰি হ'লে এই যোজনা ব্যৱহাৰ কৰি মনৰ ভাৱ প্ৰকাশ কৰে। মানুহৰ মুখে মুখে বু-বা কৰি দুৰ্নাম সদৰি হ'লে চক ফুটি জোল গ'লেই, এতিয়া লুকুৱালুকি কৰি বিশেষ লাভ নাই। (নং- ৩৬১, পৃ. ১২৮)

**'বুঢ়াৰ কথা নুশুন ডেকা**

**খালত পৰি কিয় কেকা।'**

সৎ উপদেশ।

ব্যাখ্যা— যদিহে অভিজ্ঞতাৰে ভৰপক, বুঢ়া লোকে কিবা উপদেশ দিলেও ডেকা মানুহে তেজৰ বলত তালৈ ভ্ৰূক্ষেপ নকৰে। নিজ ইচ্ছা অনুসৰি কামত ব্ৰতী হয়। শেষত বিপদত পৰি ঘোৰ যায়, উপদেশ লোৱাৰ অভিপ্ৰায়ে তৰা-নৰা চিঙি বুঢ়া লোকৰ ওচৰলৈ ঢাপলি ধৰিবলগীয়াত পৰে। নাইবা অনুতাপ নকৰে। (নং- ৪৭২, পৃ. ১৪৩) তু. বহুকোষ (পৃ. ১৫০)

**নিজৰ কথা নক'বা পৰক**

**ক'লে ঘৰ হ'ব থৰক বৰক।**

**গুপ্ত কথা সদৰী**

ব্যাখ্যা— যদিহে আপোনজন নিজৰ ঘৰৰ কুৎসা কৰি চাৰিওফালে সদৰী কৰি ফুৰে, তেন্তে সেই ঘৰ ধ্বংস হ'বই, শত্ৰুৱে নাই পাই গললৈকে জঁপিয়াব, সকলোৰে হাঁহিয়াতৰ পাত্ৰ হৈ নাক কটা যাব। (নং- ৪৭২, পৃ. ১৬১) তু. বহুকোষ (পৃ. ৬৯)

কথাৰ দু-আষাৰ
বান্ধৰ দুয়েৰ।
জুৰি-মাৰি

ব্যাখ্যা— জ্ঞানী লোকে যেছি চেলবেলাই নাথাকে, ভাবি-গুণি দু-আষাৰ কথা ক'ব সেয়েই যথেষ্ট। অকাই-পকাই বান্ধি থাকিলে যিকোনো মুহূৰ্তত গাঁঠি খুলি খহি পৰাৰ ভয় থাকে। সেইদৰেই যিকোনো কথা আগুলি-পাগুলি থাকিলে লাভ নাই। দুই আষাৰে কথাবে মাজেদিয়েই গোটেই সমস্যাটোৰ মূল্যাংকন কৰা উচিত। (নং- ৩৯৫, পৃ. ১৩৭-১৩৮)

অল্পবিদ্যা ভয়ংকৰী
কথাই কথাই, দিকচনেৰী।
পণ্ডিতালি কৰা (বিদ্রূপ অৰ্থত)

ব্যাখ্যা— মানুহজন সৰ্বজান্তাৰ গৌৰৱেৰে নিজেই গৌৰান্বিত। সকলো বিষয়তে অংশ লৈ মাত মাতি নিজৰ অভিমত প্ৰকাশ কৰিবলৈ অলপো কুণ্ঠাবোধ নকৰে। সমাজৰ অভিমতটোৱেই শুদ্ধ বুলি প্ৰতিপন্ন কৰিবলৈ সদায় প্ৰয়াস কৰে। (নং- ৪১৬, পৃ. ১৪৪)

আটাইতকৈ ডাঙৰ হৰি কথা
ভাতকৈ ডাঙৰ চাউল কঠা।
জীৱন নিৰ্বাহৰ উপায়

ব্যাখ্যা— ভগৱানক নিতৌ এবাৰ একান্তমনে চিন্তা কৰা নাইবা প্ৰাৰ্থনা জনোৱা অতি উৎকৃষ্ট কাম। কিন্তু দেহা থাকিলেহে বেহা। যদিহে শৰীৰটোৱে ভালে থাকে ভগৱানক চিন্তা কৰিম কি স'তে? ভগৱানক প্ৰাৰ্থনা জনাবলৈ শৰীৰ-মন ৰাখিবৰ কাৰণে পেটৰ চাউলমুঠিৰ কাৰণে প্ৰথমে চিন্তা কৰা প্ৰয়োজন। (নং- ৪২২, পৃ. ৪৬)

সোণাৰিয়ে সোণ চিনে,
যৰাই চিনে কচু
কথাৰ চহকীয়ে কথা চিনে
হাঁহে চিনে কেঁচু।
অভিজ্ঞজন

ব্যাখ্যা— যিজন ব্যক্তি যি কাৰ্যত থাকে; তেওঁ সেই কাৰ্যৰ ব্যুৎপত্তি লাভ কৰে। যিহেতু সোণাৰিয়ে সোণৰ অলংকাৰ তৈয়াৰ কৰে, গতিকে তেওঁ সোণ চিনি হোৱাটো স্বাভাৱিক। সেইদৰেই যিজন বহুবক্তা কথকীয়ে কথাৰ মূৰতে দুবেলা দুমুঠি খাই তঁৰি আছে তেওঁ কোন সময়ত কি পৰিস্থিতিত কোনটো বিষয় অৱতাৰণা কৰিব লাগে সেইটো জানিবই। (নং-৩৩৭, পৃ. ১২১)

খালো খানিবা পানী আনিবা
কথালে কৰিবা কাণ

মাৰাৰ ঘৰলৈ যাম বুলিলে
নেগেৰা বোৱাদি ৰাম।
উগ্ৰ শাস্তি, শাসন

ব্যাখ্যা— বেলি উঠাৰ পৰা বেলি পৰালৈকে ঘৰখনৰ সকলো গেবাৰি বন কৰিব লাগিব। ঘাটৰ পৰা পানীও আনিব লাগিব। ঢেঁকীত ধানো বানিব লাগিব। যদিহে তাকে নকৰি মাকৰ ঘৰলৈ ঘনাই বাট লয়, পিঠিত ঔকিল পৰিবই। হালোৱা এচাৰিৰ কোব খাবই লাগিব। এয়েই গিৰিয়েকে ঘৈণীয়েকক কৰা 'কঠোৰ শাসন। (নং- ৬২৮, পৃ. ২০৪-২০৫)।

ফকৰা-যোজনাৰ প্ৰয়োগ অসমীয়াৰ উজনি-নামনি, কথিত-লিখিত বা মান্যভাষা-উপভাষা সকলো স্তৰতে আৰু সকলো ৰূপতে বিদ্যমান। ইয়াৰ ভিতৰত 'কথা'ক কেন্দ্ৰ কৰি গঢ়ি উঠা ফকৰা-যোজনাৰ সংখ্যাও নিচেই সামান্য নহয়। ইতিমধ্যে এই দিশত বহুকেইগৰাকী সাহিত্যিক-গৱেষকে কাম কৰিছে আৰু নানা ঠাইত প্ৰচলিত ফকৰা-যোজনা উল্লেখ কৰা হৈছে। তলত আৰু অধিক ফকৰা-যোজনাৰ তালিকা এখন দিয়া হ'ল।

কথাত কটা যায়, কথাত বঁটা পায়।
কথায় কাল, অতি কথা নোকোৱাই ভাল।
কথা চহকীৰ কথাই সাৰ।
কথা দি কথা লোৱা।
কথা পানী পিয়া দিয়া।
কথাৰ হাল বোৱা।
কথাত অমৃত, পেটত বিষ।
কথাত ধন্য, কামত শূন্য।
কথা ফাটি-ফুটি যোৱা।
কথাত আখৈ ফুটা।
কথাত মোৰ নাই আউল,
দুবেলা দুমুঠি তুঁহে পৰলীয়া,
বিচাৰোঁ আৰৈয়া চাউল।
কথাৰ কঠীয়া মুগাৰ বটিয়া।
কথাৰ মূৰত কঠীয়া, সৰিয়হৰ মূৰত তেল,
যাৰ ঘৰত জীয়াৰী আছে,
তাৰ ঘৰত মেল।
কথাৰ ওপৰত কথা বাঢ়ে, চালে-বেৰে মাৰে ঘা,
চকু ফুটি মণ্ডহ গ'ল, জোলেৰে গাল দিয়েক খা।
কথাত কথা বাঢ়ে, ভোজনত পেট বাঢ়ে।
কথাৰ চিকুণ যোগী, কুঁহিয়াৰৰ চিকুণ মুগী।

কথাই কোবাই উকলাই নিয়া।
কথাৰ মূৰত কথা ওলোৱা।
কথা শুনোতে লাগে ভয়,
ভকতক মাৰি ভকতে খায়। (ভকতীয়া ফকৰা)
কথা নহয় ফকৰা,
এটা মুগাৰ তিনিশ তিনিকুৰি,
তেৰটা চকৰা।
বৰ কথাক কথাত মৰে,
বৰ সাথোক পানীত মৰে, (=সাঁতুৰিব জনা)
বৰ গাছক গাছত মৰে। (=গছুৱৈ)
কথকীয়ে বায় কথাৰ হাল, কিবা বাম কিবা খাল।
সৰু কথাই বৰ হোৱা।
গৰু মৰে ৰচাত লাগি, মানুহ মৰে কথাত লাগি।
এনে কথাই গা নুজুৰাই, দুখৰ ৰাতি নুপুৱায়।
নাল লগোৱা কথা।
নল যোৰা দিয়া কথা।
কথাৰ মূৰত বঁটা পায় কথাৰ মূৰত কটা যায়।
তু. কথাতে হাতী পায়। (বাংলা)
সৰুৰ মুখত বৰ কথা।
তু. ছোটে মুঁহ বড়ী বাত। (হিন্দী)
গড়গাঁও, কথা শুনি চল যাওঁ।
পৰৰ কথাত লাথি চৰ, নিজৰ কথাত হৰিহৰ।
থল চাই কথা কবা, পাবা মান দান,
জট্ পটাই কথা কবা, কাটা যাব কাণ।
তল ধুনা যে তল ধুনা, ভিতৰোৰ কথা নাই শুনা।
কলে কথা ওলাই যায়, মাক জীয়েকে লগে খায়।
যি পছ মাৰিলা বনত, সেই কথা ৰাখিবা মনত।
মুখৰ কথা টোণৰ কাড়, এবাৰ ওলালে নাহে ঘূৰি বাৰ।
এৰি দিয়া কথা, এৰি দিয়া কাড়।
ঘৰৰ কথা ওলাল বাজ, পৰে পায় আশ।
মিছা কথাৰ, ঠেং চুটি, সঁচা কথা শিলৰ খুটি।
বুকুত কুঠাৰ মাৰিলেও কথা এষাৰ নোলোৱা।
চিৰা চেপেটা কৰা কথা।

কোৱা কথাকে কয়, কোন বেটাই সয়?
সমুখে বিমুখে কথা কয়, কথাত নাই সুখ,
মৰাৰ গলত ধৰি জীয়াই কান্দে, মৰাই কি জানে দুখ? (ভকতীয়া)
অনেক ৰাজ্যৰ কথা মনত আছিল
সৰ্পৰ মূৰত হাঁহিনীয়ে কণী পাৰিল। (ভকতীয়া)
বাপেকে পুতেকে কথা কয়,
সকলো কথাই ভাল,
এজোপা কলৰ বাৰ ঠোক,
গুৰি একোডাল। (ভকতীয়া)
কম বোলোতে ক'লে কথা, শৃগালে খাবনে সিংহৰ মাথা। (ভকতীয়া)
মৰাই জীয়াই নহবা কথা,
আপুনি মৰিবা লোকৰো খাবা মাথা। (ভকতীয়া)
মৰাই মৰাই হবা কথা বতৰা,
তেহে চিনিবা আপোন ভতৰা। (ভকতীয়া)
মাধৱে বোলন্ত কথা যেন জগৰ জল,
একে হাতে ধৰিব কি মতে দুই শ'ল। (ভকতীয়া)
এনে কথা পাবলৈ নাই,
গুৰু ভকতক মাৰি চিনি পাই।
অতি কথকীক কথাই খায়, বৈদ্যক খায় সাপে,
যি ভাগৱত পঢ়ে, তাকো চুৱে কিঞ্চিত পাপে।
অতি কথকীক কথাই খাই। গোধীয়াক খায়ে গোধে।
কোৰবা নৰাৰ বৰ কথা, খাবা নৰাৰ বৰ হাঠা (হেতা)
(উৎস ঃ ফুলকুমাৰী কলিতা ঃ লোক সাহিত্যৰ বহু-ঘৰা
ফকৰা-যোজনা, ২০০৩, পৃঃ ৭৩-৭৬)
অসত্য কথা বেছি দিন ঢাকি ৰাখিব নোৱাৰি।
কথাতেই চিনি লোক কত দূৰ জ্ঞানী;
বজালেই কাঁহ পাত্ৰ ভাল-বেয়া চিনি।
লোকৰ কথাত নিদিবা কাণ,
দেখি শুনি ল'বা তিনি প্ৰমাণ।
(উৎস ঃ জীৱকান্ত গগৈ ঃ অসমীয়া লোক-সাহিত্যৰ সাতসৰী, ১৯৯৬)
আকাশত চাং পতা কথা।
কথাৰ আগ গুৰি নাই,
মুখে থাকে চেল-বেলাই।

কথাত কাণ দিবা, কাণত কথা নিদিবা।
কথাত ৰস পায় যদি ক'ব জানে
কৃষিত ৰস পায় যদি নেমাৰে বানে।
ভোজনত ৰস পায় যদি পৰশে মাই,
নাৱত ৰস পায় যদি পাৰ পায়।
ঘৰত বহি সোধয় কথা।
তাৰ কৃষি জানিবা বৃথা (ডাকৰ বচন)।
তামোল হোৱা হ'লে ফালি দেখুৱালোহেঁতেন
অন্তৰৰ কথা।
পহু মাৰিবা বনত
কথা ৰাখিবা মনত।
পেটৰ নাড়ি-ভুৰু ছিগা কথা।
বাটে পোৱালি মেলে, কথাত কথা বাঢ়ে।
ৰাং দি টাং মলা, কথাৰ মালিহাত গমেই নাপায়।
ৰাতি বেৰ-ছালৰো থাকে কাণ;
কথা পাতোতে সাৱধান হ'বা নুশুনে যাতে সিখন কাণে।
সৰু কথাই বৰ, ফটা কেথাই জ্বৰ।
সঁচা কথাত বঁটা পায়, মিছা কথাত গতা খায়।
হক কথাত স্বামীয়ে দোষিলে উত্তৰ নেকাটে
তেনে তিৰীৰ জীৱন যায় সুখৰ বাটে।
(উৎস ঃ শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা ঃ অসমীয়া লোক-সাহিত্যৰ হীৰাৰ টুকুৰা, ২০০১)
কথা জানিলে ল'ৰাও ভাল
কথা নাজানিলে বুঢাও কাল।
কথা নহয় বাদী,
ঢেঁকী মৰে ধান কোবাই কতবা মৰে কান্দি।
কথাত পাৰ্গত বিহাবাৰীৰ মণি
গীতত পাৰ্গত লাহোবালৰ ধনী।
জহৰা তিৰীৰ বহৰা কথা।
চিপচিপীয়া পানী সূতা যেন জোক
কথা দি কথা সোধে ফাকিবাজ লোক।
কি মানুহৰ কি কথা বুজা নেযায়।
শিল ওপঙায় লাও তল নিয়ায়।
খাবলৈ নাইকিয়াৰ বৰহেতা

কৰিব নোৱাৰাৰ বৰ কথা।
চাল নষ্ট হ'ল কাতিৰ শতাঁত
ঘৰ নষ্ট হ'ল ভুৰভুৰীয়া কথাত।
ছেলাই চামৰু লতা
ভাত খাওঁতে পানী খালে সিও বৰ কথা।
জেওৰা ভেটা দি ভেটো
এই কথাষাৰি নোকোৰা মানে ৰাতি পুৱালৈকে নেৰো।
(উৎস ঃ হৰেন্দ্ৰ নাথ ভট্টাচাৰ্যঃ **ফকৰা-যোজনা**, ২০০১)
কয় মানে কাথা,
টানে মানে সূতা।
মিছা কথা চেঁচা পানী
আমজোঙাতে টানা টানি।
বিয়াৰ তিৰীৰ তিতা কাথা,
ধেমনী তিৰীৰ পাদাই মিথা।
চেঙেৰা-চেঙেৰী পাতে কাথা
কাথায় কাথায় ওলায় হাসা;
বুৰা-বুৰী পাতে কাথা
ঘূগু হেনা লৰে মাথা।
পৰৰ কাথা নধৰিবি/নুশুনিবি;
বাটত নাঙল নাকাটিবি/নাচাচিবি।
(উৎস ঃ উপেন ৰাভা হাকাচামঃ **ৰাভামিজ ভাষা আৰু নিদৰ্শন**, ২০০৪)
কথাখিনি কয় ভাল
ৰাতি উৰে চিৰা জাল।
কৰিবা নোৱাৰ বৰ কথা,
খাবা নোৱাৰ বৰ হুতা।
(দক্ষিণ কামৰূপ অঞ্চলত প্ৰচলিত)
গাঠিয়া কথাত পাঠিয়া (দৰং অঞ্চলিত প্ৰচলিত)
আগে চাউল কঠা;
তাৰ পিচতহে হৰি কথা।
ডাঙৰ মানুহৰ সৰু সৰু কথা
তাকে বোলে টাকুৰী;
সৰু মানুহৰ ডাঙৰ কথা
তাকে বোলে পাকৰী।

তামোলৰ বেটু পচে
কথাৰ বেটু নপচে।
দহ দেশ ফুৰে যি
দহ কথা শিকে সি।

সাঁথৰতো কথাৰ প্ৰসংগৰে একোটা কাব্যধৰ্মী বাক্য বা প্ৰশ্নৰ অৱতাৰণা কৰা হয়। দুটামান উদাহৰণ থাউকতে দিয়া হ'ল।

অসম দেশৰ বিষম/বিশাল কথা
কি গছৰ পাত গোটা? (উত্তৰ ঃ পিঁয়াজ)
তুলনীয় ঃ একটা কাথাৰ কাথা
কুন গাছেৰ পাত গোটা? (গোৱালপৰীয়া)
এই হেন আচৰিত কথা
কোনে ক'ব পাৰে?
সন্তান ওপজে তাৰ
মাক নাথাকে ঘৰে। (উত্তৰ ঃ কাছ)

লোক-সাহিত্যৰ বিভিন্ন দিশত বিচাৰিলে কথাৰ উল্লেখ থকা আৰু বহুতো মন্ত্ৰ-স্তোত্ৰ, গীত-মাত, সাঁথৰধৰ্মী সাধুকথা পোৱা যাব। সেইবোৰলৈ অনুসন্ধিৎসু পাঠকবৰ্গ বা সংশ্লিষ্ট গৱেষক, বিশেষজ্ঞৰ দৃষ্টি আকৰ্ষণ কৰি আমি ইয়াত 'কি কথা বেং কথা'ৰ সমতুল্য অতি কমকৈ প্ৰচলিত আন এটি ওমলা গীতেৰে এই খণ্ডটি সামৰিম।

ঐ বৌ ভাত দে
কি ভাত?
বৰা ভাত
কি বৰা?
মৌ বৰা
কি মৌ?
মতা মৌ
কি মতা?
পকৰ ফটা
হাঃ হাঃ কি মজাৰ কথা।
(সকলোৰে একেলগে হাঁহে)
(উৎস ঃ জীৱকান্ত গগৈ ঃ অসমীয়া লোক-সাহিত্যৰ সাতসৰী, ১৯৯৬, পৃঃ ১৭)

* * *

# এক

## অসমীয়াক কি নালাগে, সব লাগে

অসমে 'লাহে লাহে'ৰ দেশ বুলি যেনেকৈ এটা নাম (সুনাম/দুৰ্নাম?) আৰ্জিছে তেনেকৈ অসমীয়াই **'লাগে লাগে'** কৰি থাকে বুলিও অসমৰ বাহিৰত নাম ওলাইছে। নাম ওলাবৰে কথা। আমি অসমীয়াভাষীয়ে প্ৰতি কথাতে কমখন **'লাগে লাগে'** কৰি নাথাকোনে বাৰু! অসমীয়া মানুহক **কি নালাগে**— সোণৰ অসম, স্বাধীন অসম, বিকশিত **অসমতো লাগেই**; বিদেশীমুক্ত, বানপানীমুক্ত, আই এম ডি টিমুক্ত **অসমো লাগে**। অৱশ্যে খেনো খেনোৱে হামৰাও কাঢ়িলেও টাডামুক্ত, আলফামুক্ত, ছালফামুক্ত, দুৰ্নীতিমুক্ত, স্বায়ত্তশাসনমুক্ত আৰু সবাৰোপৰি বন্ধমুক্ত অসমৰ হকে মাৰ বান্ধি **'লাগে লাগে'** বুলি ওলাই হ'লে কেৱে নাহে। গাইগুটীয়াভাৱে আমাক আটাইকে **গাড়ী-বাৰী-নাৰী লাগে**, ফিফ্‌টি ফিফ্‌টি নহয় পাৰিলে ***ছেভেন্টি-থাৰ্টি লাগে, গাদী লাগে, ভাল টেবুল লাগে***, **স্বজন-তোষণ লাগে, খাতিৰ-খোচামতি লাগে**, ***ইজ্জি-মানি, চিপ্‌ছ পপুলাৰিটী লাগে***, **বঁটা-বাহন লাগে**— কিন্তু কষ্ট কৰিব? উহুঁ **সেইটো** হ'লে **নালাগে**। বিদেশী বস্তু অৰ্থাৎ ফৰেন গুড্‌ছ, ফৰেন কষ্টিউম, ফৰেন কাৰ ইত্যাদিৰ লগতে বিদেশী ঢং অৰ্থাৎ বেষ্টাৰ্ন কালচাৰ, বেষ্টাৰ্ন ছ'চাইটী, আল্ট্ৰা মডাৰ্ন ফেছন আমাক **লাগেহে লাগে** কিন্তু নিজৰ পৰম্পৰা, ৰীতি-নীতি সেইবোৰ **আৰু নালাগে**/নেচেল। কিয় ভূপেন হাজৰিকাই আমাক সৌৰৰাই দিয়া নাই জানো— **'কিছু দিব লাগে, কিছু ল'ব লাগে/ৰবীন্দ্ৰনাথেও ক'লে; মিলিব লাগে, মিলাব লাগে**, জীণ/যাবলে' হ'লে।' কামত **লগাখিনি লওক** আঁচল ভৰাই, আঁজলি পাতি **লওক** কিন্তু নলগাখিনি আনে জোৰকৈ

দিলেও কিয় ল'বলৈ যাবহে? অৱশ্যে নিজৰবিলি হ'লে— 'যাক নালাগে কাজত/তাকো ৰাখিবা বাবীৰ মাজত।' ইয়াত কাৰো আপত্তি থাকিব নালাগে।' কিয়নো বৰ্তমান পেলনীয়া বস্তুবেও দৈনন্দিন জীৱনৰ বাবে লাগতীয়াল বহু প্ৰয়োজনীয় সামগ্ৰী উদ্ভাৱন কৰি ল'ব পৰা হৈছে— বিজ্ঞান আৰু কাৰিকৰী জ্ঞানৰ প্ৰভূত উন্নয়ন সাধনৰ ফলত।

যাক, যাওক সেইবোৰ কথা— এইবিলাকৰ কথাবিলি সেইমানে থওঁ। অসমীয়াত 'লাগ্' ধাতুৰ ব্যৱহাৰৰ বিষয়ে কিছু কথা কওঁ। 'লাগ্' ধাতু বাংলা আদি ভাষাৰ দৰে অসমীয়াতো সংস্কৃত লগ্ন (সুনীতি কুমাৰ চেটাৰ্জীৰ মতে, চাওক : ODBL ছেদ ২৯৫, পৃঃ ৫৪৩) শব্দ নতুবা ✓লগ (সুনীতি কুমাৰ চেটাৰ্জীৰ মতে, চাওক : ODBL, ছেদ ৬১৭, পৃঃ ৮৭৪) ধাতুৰ পৰা আহিছে যদিও বাংলাতকৈ অসমীয়াত ইয়াৰ প্ৰয়োগ সৰ্বাধিক আৰু অৰ্থবো বিস্তৰ পাৰ্থক্য ঘটিছে।

অসমীয়া হেমকোষ, চন্দ্ৰকান্তৰ পৰা একেবাৰে শেহতীয়া চলন্ত অভিধানলৈকে 'লাগ্ ধাতুৰ উৎস আৰু প্ৰয়োগ বিচাৰি মোৰ একপ্ৰকাৰৰে নহয়* নানা প্ৰকাৰৰ *কনফিউজড লাগিছে* মানে মই বৰ বিব্ৰত বোধ কৰিছোঁ। চলন্ত অভিধানৰ মতে অকৰ্মক ধাতু হিচাপে প্ৰয়োগ হোৱা ইয়াৰ মুখ্য অৰ্থই কুৰিটা আৰু গৌন অৰ্থহে তিনিটা মাত্ৰ (পৃঃ ৯৫৯-৯৬০)। চন্দ্ৰকান্ত অভিধানৰ মতেও ই অকৰ্মক ধাতু হিচাপেই সৰ্বমুঠ এঘাৰটা অৰ্থত প্ৰয়োগ হয় (পৃঃ ৮১৭-৮১৮)। আনহাতে হেমকোষৰ মতে অকৰ্মক ধাতু হিচাপে ইয়াৰ দহটা আৰু সকৰ্মক ধাতু হিচাপে ইয়াৰ আন এটা মুঠ এঘাৰটা অৰ্থ। আটাইকেইটাতে ইয়াৰ ১নং অৰ্থ অৰ্থাৎ সৰ্বপ্ৰথম অৰ্থ— ছো, স্পৰ্শ কৰ (to touch); আনহাতে মাজতীয়া বা শেহতীয়াভাৱে পোৱা অৰ্থহে— আৱশ্যকীয় হ (to be necessary) (চলন্ত অভিধান মতে ১৬ নং অৰ্থ); উচিত বা আৱশ্যকীয় হ, প্ৰয়োজন হ (to be needful of obligatory) (চন্দ্ৰকান্ত অভিধান মতে ৭নং অৰ্থ)। অৱশ্যে হেমকোষত ইয়াক পৃথকভাৱে সকৰ্মক ধাতুৰ একমাত্ৰ অৰ্থ আৱশ্যকীয় হ, প্ৰয়োজন হ (to be needful to) হিচাপে দেখুৱাইছে। প্ৰয়োগৰ দিনৰ পৰা ইংৰাজী need, want-ৰ সমপৰ্যায়ৰ অসমীয়া ✓লাগ ধাতুৰ স্বকীয়তা আৰু বহুব্যাপিতা মন কৰিবলগীয়া।

এই যে আমি আৰম্ভণিতে অসমীয়া মানুহক যিবিলাক লগাৰ কথা কৈছো, অৰ্থাৎ সম অধিকাৰ লাগে, চাকৰি লাগে, নিকলুৱা ভাট্টা লাগে, বিনামূলীয়া ঔষধ লাগে, দুপৰীয়াৰ আহাৰ লাগে, বনকৰা ছোৱালী লাগে, ভাল ল'ৰা (দৰা) লাগে এইবোৰ 'কৰ্ম কাৰকত প্ৰয়োগ হোৱা বাক্য। কিন্তু সম্বন্ধ কাৰকত প্ৰয়োগ কৰি চাওকচোন— অৰ্থটো কি হয়গৈ। আপোনাক পুলিচৰ চাকৰি লাগে বা আপোনাক আৰ্মীৰ চাকৰি লাগে পাব পাৰে; কিন্তু 'মোক চাকৰি লাগে' বুলি নুবুলি 'আপোনাৰ চাকৰি লাগে' বুলি বিচাৰিলে মইনো আপোনাক কেনেকৈ দিম! আৰু কিহইবা দিম?

সেইদৰে আপোনাক গাঁৱৰ বা পাৰ্ট টাইমৰ বনকৰা ছোৱালী লাগে বিচাৰি যাওক, কিন্তু মোৰ (পুৰণি) বনকৰা ছোৱালীজনীক লাগে বুলিলে দিব নোৱাৰিম।

অসমীয়া মানুহৰ মান-সন্মান, ধৈৰ্য-সহিষ্ণুতা লাহে লাহে কমি যাব ধৰিছে বুলি বাহিৰত বদনাম ওলাইছে। এই যে বিহুৰে-সংক্ৰান্তিয়ে, পূজাই-পাৰ্বণে, জন্ম তিথি-মৃত্যু তিথি, বাৰ্ষিক অধিবেশন-অভিবৰ্তন সকলোতে পইচা লাগে; কিন্তু পইচাৰ বাবে বাস্তাই-ঘাটে হাত পাতে, *গুণ্ডা-টেম্ন-হাকুতা লগাই* হ'লেও পইচা *কালেক্ট* কৰে। কিন্তু সকলো ক্ষেত্ৰতে কিবা এটা লাগিলে নুখুজিব। সাৱধান ব্যাকৰণৰ হুংকাৰ। 'মোৰ বাক্য লৰ-চৰ; কামাখ্যাৰ তলত ধৰ।' অৰ্থাৎ আমি অসমীয়াৰ ভাল লাগে-বেয়া লাগে, দুখ লাগে-আনন্দ লাগে, টোপনি বা বেজাৰো লাগে আৰু লাগে লাজ-ভয়, আমনি-ভাগৰ, ভোকপিয়াহ, জাৰ-গৰম ইত্যাদি (সম্বন্ধ কাৰকত প্ৰয়োগ হ'লে অনুভৱ হ, to be felt অৰ্থ সূচায়)। সেইবোৰ লাগিলে অৰ্থাৎ অনুভৱ হ'লে আপুনি দুনাই নুখুজিব। খুজিলেও আপোনাক দিওঁ বুলি কিন্তু আপোনাক লগা প্ৰকৃত বস্তু বা অনুভৱ-অভিজ্ঞতা আন কোনেও দিব নোৱাৰিব। আপুনি নিজে নিজেহে ল'ব লাগিব। নহ'লে আপোনাক গৰম লাগিলে মই বা আন কোনোবাই কোঠাৰ ফেন অফ কৰি দি বা দুৱাৰ-খিৰিকি জপাই দি কোঠাৰ 'গৰমৰ পৰা পৰিত্ৰাণ পোৱাৰ' সলনি আৰু গৰম লগাবহে সুবিধা কৰি দিব পাৰে। সেইদৰে 'মোৰ ভোক লাগিছে' বুলিলে বান্ধনীয়ে আপোনাক সোনকালে ভাত নিদি বহুপৰলৈ বখাই থৈ দুনাই ভোক লগোৱাৰ ব্যৱস্থাহে কৰি দিব পাৰে। সেইবোৰ বাৰু যেনে-তেনে আপুনি কিন্তু শৌচ বা প্ৰস্ৰাৱ লাগিলে কোনোকালে নুখুজিব দেই কথা সাংঘাতিক হ'ব।

এইখিনিতে এটা কথা মনত পৰিছে। নাম্নি অসমৰ কোনোবা এজন বিটলীয়া প্ৰকৃতিৰ ভিনিহিয়েকে শহুৰেকৰ ঘৰত এদিন ৰাতি খপক। ভাত-পানী খোৱাৰ পিছত বিছনা পাৰি দিয়া খুলশালীয়েকজনীক কাষলৈ মাতি ক'লে— 'ৰাতি মোক (মোৰ পৰিবৰ্তে) পিয়াহ লাগে যতনাই দিবলৈ নাপাহৰিবা।' খুলশালীয়েকজনীও একাঠি চৰা। তেওঁ টপৰাই উত্তৰ দিলে— "তোমাৰ পিয়াহ লাগিলে মই দিব পাৰোঁ (পানী এগিলাচ), কাৰো আপত্তি নাথাকিব, কিন্তু সঁচাই সঁচাই যদি তোমাক <u>পিয়াহ</u> (স্তন) <u>লাগে</u> মই দিব নোৱাৰিম; কিবাকৈ বাইদেউৰ কাণত পৰিলে লংকাকাণ্ড হ'ব।" এইবোৰ কিবা *জোটোৰ-পোটোৰ লগা* কথা নহয়নে বাৰু!

এইদৰে কথাৰ বলত বা ফেৰত আমি কেতিয়াবা পুৰস্কৃত হওঁ আৰু কেতিয়াবা তিৰস্কৃত হওঁ। *এইবোৰ লৈয়ে ঘৰখনত* জুই লাগে, কাজিয়া লাগে, তৰ্ক-বিতৰ্ক লাগে; দেশখনত ভয়া-মৰা বণ লাগে, যুদ্ধ-বিগ্ৰহ লাগে, কটাকটি-মৰামৰি লাগে...। এয়া লাগিলেই নহয় জেঠাটো? ঘৰখনত ...লাগে, দেশখনত... লাগে অৰ্থাৎ অধিকৰণ কাৰকত প্ৰয়োগ হ'লে সাংঘাতিক হোৱা বা কাৰ্যকৰী হোৱা অৰ্থ সূচায়। উদাহৰণ—

মৰমত লাগে, কামত লাগে, পূজাত লাগে লগতে তুলনা কৰক— "গুৰুজো নালাগে, ভকতজো নালাগে/থাকে ভল ভবি ভবি" ইত্যাদি। আকৌ গাত লাগ্, অন্তৰত লাগ্, মনত লাগি যা, চিত্তিত লাগ্, জালত লাগ্, কাণত লাগ্, বাটত লাগ্ ইত্যাদিৰ বিপৰীতে চকুত লগা (লাগ্), দাঁতে-ওঁঠে নলগা (নালাগ্) ইত্যাদি জতুৱা ঠাচ-খণ্ডবাক্যৰ সুকীয়া প্ৰয়োগো মন কৰিবলগীয়া।

কিছুমান লগা বস্তু কিন্তু নিজৰ বাবে নহয় আনৰ বাবেহে। উদাহৰণ স্বৰূপে— মৰম। 'ভণ্টি মৰম লাগি যায়' বুলি কৈ আমি জানো মৰম লগা ভণ্টিজনীক মৰম নকৰো? অৰ্থাৎ মৰম লাগিলে মৰম দিয়ে (love begets love)। কথাটো কিবা '*খাপচাবা*' হোৱা নাইনে বাৰু। নিজক লাগে অথচ আনক দিয়ে। ঠিক যেনিবা ডাকৰ বচনৰ 'লাগিলে নালাগে, নালাগিলে লাগে'ৰ লেখীয়া। (তু. সাতত পাতল পাঁচত ঘন/ছয়ত তামোল নদন-বদন।)

মই আগতেই কৈছোঁ অসমীয়া মানুহৰ লগা বস্তুৰ (লাগতিয়াল বা লাগতীয়া) লেখ-জোখ নাই। অসমীয়াত মিঠা লাগে, টেঙা লাগে, তিতা লাগে, জলা লাগে আৰু লাগে আম, কঁঠাল, জাম, লেচু আদি ফল। অশৌচ, চুৱা, আমতি, গ্ৰহদোষ, কুৰকা, দেও, শনি, কালিকা এইবোৰো লাগে। কেণা লগা, কণামুৰি লগা, টেঙামুৰি লগা, তিতামুৰি লগা, শাও-শপনি লগাৰতো কথাই নাই। আনকি গুৰী লাগে, আঠা লাগে, ধূই লাগে, সাজ লাগে, ঘা লাগে, মুখ-পানীও লাগে। কিন্তু সাৱধান মুখ লাগিলে যেন-তেন (বাঢ়নী কাঠি, জলকীয়া আৰু সৰিয়হ পেলনীয়া মাটিৰ চৰুত বিনামূল্যে পুৰিবলৈ পায় যিহেতু অৰ্থাৎ মুখ ভাঙিবলৈ বিধান আছে যিহেতু); পানী লাগিলে এসপ্তাহ-এপখেক *এখেন-এবেন (এখানি-এবানি)।

কেৱল এয়েহে নে? কিয়। আমাৰ জানো আনন্দতে থৌকিবাথৌ নালাগে, উৰৌ উৰৌ নালাগে। বিয়াৰ সময়ত শহুৰৰ পদূলি উদুলি-মুদুলি লগাৰ দৰে কেতিয়াবা হুৰাদুৰাও লাগে (কইনা উধাও হ'লে)। তেনে পৰিস্থিতিত তৰ্কাতৰ্কি, চিঞৰ-বাখৰৰ পৰা হতাহতি, দৰবা-দৰবি, জোঁটা-পোটা লগাৰ পূৰ্ণ মাত্ৰাই সম্ভাৱনা থাকে। সিদিনাখন যদি কিবা প্ৰকাৰে বিয়াখন চিজিল লাগিও যায়, পিছত কিন্তু নৱদম্পতীৰ মাজত উখনা-উখনি, খুট-খাট লাগিবই লাগিব।

যি হওক আমি অসমীয়াসকল বৰ আবেগিক। আমাৰ কেতিয়াবা কান্দো কান্দো লাগে, কেতিয়াবা হাঁহো হাঁহো লাগে, যাওঁ-নাযাওঁ লাগে, কওঁ-নকওঁ লাগে। মন কেতিয়াবা পাতল পাতল লাগে। বতৰৰ দৰে মনটোও কেতিয়াবা গোহৰ গোহৰ লাগে আৰু কেতিয়াবা এন্ধাৰ এন্ধাৰ লাগে। জাৰৰ জাগৰ লগা, জ্বৰ জ্বৰ লগা, বমি বমি লগাতো আছেই। সকলো সময়তে আমাৰ গা হয় বজিত বজিত লাগে নহয় সাতখন-আঠখন লাগে। সেইবাবে আমাৰ খেলিমেলি লাগে।

অসমীয়াত সকলোবে যে 'লাগে' লাগিবই এনেও নহয়। কিছুমান সমাৰ্থক শব্দৰ লগত বা বিপৰীতাৰ্থক শব্দৰ লগত 'লাগে' সমূলি প্ৰয়োগ নহয়। উদাহৰণ— ঠোৰণি বা যুক্তি লাগে, কিন্তু মিত্ৰ জানো 'নালাগে? মিত্ৰিম বা দুশমন লাগে কিন্তু মিত্ৰ/কুটুম্ব 'নালাগে; সেইদৰে সাজ লাগে কিন্তু পূজা বা পুথুলি জানো 'নালাগে; জোৰা বা লগ লাগে কিন্তু বেলেগ/পৃথক 'নালাগে ('বেলেগ লাগে' মানে অইন ধৰণৰ লাগে।) অশান্তি লাগে কিন্তু শান্তি পায়হে ('শান্তি লাগে' মানে শান্তিৰ প্ৰয়োজন)। অসুবিধা লাগে কিন্তু সুবিধা হয়হে ('সুবিধা লাগে' মানে সুবিধা বিচাৰে কিন্তু 'অসুবিধা লাগিলে' মানে দিগদাৰি লাগিলে আমি জানো আৰু অসুবিধা নিচাবিম। কথাটো মন কৰিছেনে?)।

কেতিয়াবা √লাগ ধাতুযুক্ত বাক্যাংশই অৰ্থ বিভ্ৰাটো নঘটোৱাকৈ নাথাকে। উদাহৰণ— মাটি বা বোকা লাগিলে বিশেষ ক্ষতি নকৰে। কিন্তু পানী লাগিলে একা। হাতকৰি লাগিলে যি অপকাৰ নহয়, মুখ লাগিলে সেইটোহে হয়; শৌচ লাগিলে নিজেহে গম পায়, কিন্তু অশৌচ লাগকতোন গোটেই সমাজখনে জানে। সেইদৰে প্ৰস্ৰাব লাগিলে একো নহয়, কিন্তু মল-মূত্ৰ লাগিলে কি দুৰ্গতি (অৱশ্যে শৌচ লগাৰহেতেন কথা নাছিল)। দাগ লাগিলে ধুলে যায় কিন্তু চেকা বা কলংক লাগিলে— বিশেষকৈ নাৰীৰ ক্ষেত্ৰত কি নিঃসহায়-নিদাৰুণ।

√লাগ্ ধাতুৰ আন কেইটামান জনপ্ৰিয় অৰ্থ হ'ল— খাটনি ধৰ (to make repeated request : চলন্ত অভিধানৰ ১১নং অৰ্থ), কাম কৰি থাক্ (to be engaged in work : চলন্ত অভিধানৰ ১৩নং অৰ্থ), একেটা কথাতে লেবা-লেপেৰাকৈ ধৰি থাক (to stick to : চলন্ত অভিধানৰ ২০নং অৰ্থ)। 'তেওঁক লাগি লাগি কোনোমতে কামটো কৰালোঁ।' 'আজি তিনি বছৰেই লাগিলোঁ, এতিয়া এৰি দিছোঁ।' 'লাগি থাকিলে মাগি নাখায়।' এই জাতীয় বাক্যত আৰু লাগি-তাগি দিয়া, লাগী, এলাগী আদি শব্দৰ ব্যুৎপত্তিত এই তিনিটা অৰ্থই লাগ দিছে (=সংগ লৈছে) যেন লাগে (=বোধ হয়)। 'লাগী' আৰু 'এলাগী' শব্দ দুটাই অসমীয়া লোকসাধুত বিশেষ স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল; বৰ্তমান শব্দ দুটা নিজেই 'এলাগী' (=অলাগতিয়াল, অনাদৃত) হৈ গৈছে। কৈকেয়ীয়ে হওক বা প্ৰৱৰ মাহীমাকেই হওক নুমলীয়া মাদে (ধেমনী) মাত্ৰই 'লাগি লাগি' (খাওঁতে-শোওঁতে-উঠোঁতে-বহোঁতে মন্ত্ৰণা কৰি, সংগদানেৰে) দশৰথৰ দৰে বজা, উত্থানপাদৰ দৰে VIP সকলৰ পৰা 'বৃদ্ধস্য তৰুণী ভাৰ্যা' বা 'ধেমনী তিৰীৰ পাদাই মিঠা' পটন্তৰযোগ্য আচৰণেৰে নিজে 'লাগী' (essential, favourite, beloved)-ৰ মৰ্যাদা কাঢ়ি লয়। ফলত স্বাভাৱিকতে আনকেইগৰাকী 'লাগি নথকা' মাহেশৰ বা সহচৰীবৃন্দ 'এলাগী' (=অগ্ৰজী, স্বামী মৰম-বেথা নোপোৱা) লৈ পৰ্যবসিত হয়। গাতে গা লগাই, লগ-সংগ দি নিজে লাগ

**দি লাগিলে** হাতত ঢুকি পোৱাতে **অৱস্থান গ্ৰহণ কৰি দৰাচলতে 'লাগী'ৰ মৰ্যাদা লাভ কৰিব পাৰি।** সেয়েহে **সাৱধান!** হে **আজিৰ যুগৰ ধৰ্মপত্নী আৰু সহধৰ্মিণীসকল! অতীতৰ পৰা** আপোনালোকে **শিক্ষা লওক।** আপোনালোক ***বাতাবাতি, লগালগ*** যিকোনো মুহূৰ্ততে নিজে নিজৰ **পতিদেৱতা** বা **স্বামীগুৰুৰ 'লাগী'** বা **'এলাগী'** হৈ যাব পাৰে। সেয়েহে **'লগা-লাগি'কৈ ফুৰক-ঘুৰক** আৰু **'লাগ বুলিলেই'** নিজকে **'কামত লগাবলৈ'** সদাপ্ৰস্তুত হৈ থাকক আৰু নিজে **'অতি লাগতিয়াল সামগ্ৰী'** লৈ **ৰূপান্তৰ** হৈ **পৰক।** তেতিয়াহে আপোনালোকক দুৰ্ভাগ্যই **'লাগ নাপাব'** আৰু সৌভাগ্যই **'লাগ দিব'।** তেহে আপোনালোকৰ মধুৰ **জোঁট-বান্ধোন** অৰ্থাৎ যুগলবন্দী চিৰদিন **'লাগি ধৰিব'— *কভী নহী টুটেগা লাইক*** (সাইলাখ) ***ফেভিকলৰ আঠা*।** অৱশ্যে অতিমাত্ৰা সবতে বেয়া; মোৰ দৰে তল-খোঁচৰা আৰু **'লগনীয়া'** লোক বহু আছে; যিয়ে আপোনালোকক **'লাগ-বান্ধ'** নোহোৱা-নথকা কথাৰে **'কথা লগাব'** আৰু আপোনালোকে এনে **'ডাল-পাত জোৰা লগোৱা'** কথাতে **'লাগি থাকি'** সুখৰ সংসাৰ মাটি কৰি দিব— এইটো হ'বলৈ নিদিব দেই। দেখা নাই প্ৰফুল্ল-সংঘমিত্ৰা কাণ্ডলৈ।

নহ'বৰ হ'ল। ভাবিছিলোঁ ইমানতে বিষয়টো পেলাওঁ তল। কিন্তু ***লাগিল নহয় লেঠাটো***— **'কথা লগোৱা'ৰ** কথা কৈ। 'ক'লে কথা **লাগে লেঠা।'** এই দোষটো মোৰ **জন্মতেই 'লাগি অহা'।** ✓**লাগ** ধাতুৰ পাচনি ৰূপ **'লগা'।** ইয়াৰো প্ৰায় ওঠৰ-ঊনৈশটা অৰ্থ (চলন্ত অভিধান পৃঃ ৯৪৯)। তাৰ ভিতৰত **'লগনীয়া কথা লগোৱা'** বা **'লগনীয়াৰে কথা লগোৱা'** আৰু 'কোদো বাহত **জুই লগোৱা'** একে কথা নহয় জানো! আনহাতে নামঘৰীয়াই নামঘৰত 'নাম **লগোৱা'** আৰু পঢ়ুৱৈয়ে পঢ়াশালিত 'নাম **লগোৱা'** কিন্তু একে কথা নহয় দেই। তেনেদৰে পথাৰত **কৰি লগোৱা,** টকৌ গছত **ঔ লগোৱা,** কামত মানুহ **লগোৱা,** বিয়াত কলহে কলহে **দৈ লগোৱা,** কলথোকা **ভকতক লগোৱা,** ঘৰত শালৰ ***খুঁটা লগোৱা,*** তাঁতত ***গামোচা লগোৱা,*** এল আই চিত ***টকা লগোৱা,*** বিয়াৰ বাবে ***ঘটক লগোৱা,*** চাকৰিৰ বাবে *দালাল লগোৱা,* একাচেকা সাংবাদিক বা বৰমূৰীয়াক হাত কৰিবলৈ *আছু, ছালফা, লোকেল দাদাক লগোৱা* ইত্যাদিবিলাকতো আছেই। আজিকালি আকৌ **ধুন-পেচ মাৰি 'গৰাকী লগোৱা'** (আসক্তি জন্মাই **স্বামী বৰণ কৰা)ৰ** তাহানিৰ দিন-কাল নাই। আজিকালি ম'বাইলত ডেটিং কৰি ফিল্ম **শুটিং কৰাৰ** দৰে হিৰো হোণ্ডা, **ভিক্টৰ-পালছাৰত লটকি (গাত গা লগাকৈ বহি)** লিভ টুগেদাৰ কৰি, ***পাক্‌ৰাও কৰাৰ*** **অৰ্থাৎ পতোৱাৰহে** দিন। **লাগে যদি** সি যিমানেই **'লগা-ভগা'** হওক বা 'অজাতি-**অকুল'** হওক। আজিকালি **যিমান লগায় সিমান লাগে**— বিদ্যাৰ বাহিৰে। **ধনবল-বাহুবল খটুৱাই,** *মিনিষ্টাৰ-এমেলে-এম পি লগাই* মেডিকেল **ইঞ্জিনিয়াৰিং,** এ পি এছ চিত চবতে **নিজৰ মানুহ ফিটিং মানে** *'লগাই দিয়া'*। **এই কথাটো কিন্তু সাত-**

**শতকৰেও মানিব লাগিব।** আগতে কাবোবাৰ অহিত চিন্তিলে **কুকুৰ লগাইছিল, ভূত-প্ৰেত-বীৰা-যাদুমন্ত্ৰ লগাইছিল;** কিন্তু আজিকালি দিন-কাল সলনি হ'ল। সেয়ে *পুলিচ লগায়, গুণ্ডা লগায়, টাডা লগায়* আৰু *লগায় গুপ্তহত্যা।* অসমীয়াত আজিকালি ✓লগা ধাতুৰ শেহতীয়া আৰু গৌণ অৰ্থ (উচটাই দে to incite : চলন্ত অভিধান ২নং গৌণ অৰ্থ, পৃঃ ৯৪৯)-ৰ সাম্ৰাজ্য।

বাৰু যাওক সেইবোৰ কথা। আপোনালোকে কিন্তু একে বুলি ভাবি **মায়ালগা, মৰমলগা, জুতিলগা, যাদুলগা** (যাদুকৰী), **ভয়লগা** (ভয়ানক), **জুই লগা** (চকু), **দুখলগা, পুতৌলগা, আমনিলগা** (আমনিদায়ক), **গা কিৰা-কিৰি লগা,** অথবা **নিয়াৰি লগাকৈ, খোকোজা নলগাকৈ** ইত্যাদিক ✓**লগা** ধাতুৰ সৈতে একাকাৰ কৰি নেপেলাব দেই। এইবোৰ **'লগা'** যদিও পৰসৰ্গৰ (<✓**লাগ্** + আ) অৰ্থাৎ মূল শব্দৰ পিছত লগাই দিয়া কিন্তু অৰ্থটো হ'ল একেবাৰে *বেলেগ* (=**বে-লগ/বি-লগ্ন**)। পৰসৰ্গৰ কথা ওলাল যিহেতু এটা কথা কাণে কাণে এইখিনিতে কৈ থওঁ। অসমীয়াত তুমুনন্ত বা সম্প্ৰদান কাৰকত প্ৰয়োগ হোৱা **'লৈ'** পৰসৰ্গৰো মূল কিন্তু ✓**লাগ** ধাতুহে (✓**লাগ্-ই,** তুলনীয় : কামৰূপীত লেগিন/লেগি, প্ৰাচীন অসমীয়াত লাগি।) কেতিয়াবা কেতিয়াবা 'লৈ' আকৌ 'লে' হয়— যাবলৈ > যাবলে, ঘৰলৈ > ঘৰলে, কাইলৈ > কাইলে ইত্যাদি। তেনেদৰে নাগামিজত, ৰাভামিজত অৰ্থাৎ নগাসকলৰ, ৰাভাসকলৰ কথিত অসমীয়াত ✓**লাগ** ধাতুজাত **'লাগা'** পৰসৰ্গৰ সম্বন্ধ কাৰকত অতিমাত্ৰাত প্ৰয়োগ হয়। যেনে— *আমা লাগা* মানু (আমাৰ মানুহ), *বাজাৰলাগা* বস্তু (বজাৰৰ বস্তু) ইত্যাদি। হাজংসকলৰ কথিত অসমীয়াত এইটোৰে আকৌ ছৰ্টকাট হৈ 'লাগা' গুচি 'লা' হ'ল। যেনে— *মোলা* মাগী (মোৰ মাইকী), *বাজাৰলা* বস্তু (বজাৰৰ বস্তু) ইত্যাদি। তেওঁলোকে কিবা বস্তু বা কাম হোৱাৰ আশা থাকিলে কোৱা (ক্ৰিয়াৰ ভৱিষ্যতকালীন কৃদন্ত **লগীয়া**) ৰূপটোৰ সৈতে ই একে। যেনে— *পাবালাগা* (পাবলগীয়া), *কবালাগা* (ক'বলগীয়া) ইত্যাদি।

সেইদৰে অসমীয়াৰ **চাব লাগে, হ'ব লাগে, কৰিব লাগে** আদি অসমাপিকা ক্ৰিয়াৰ লগত প্ৰয়োগ হোৱা **'লাগে'ৰ কথালৈও** মন কৰক। আপোনালোকৰ বাৰু ইমান পৰে **বিৰক্তি লগা** নাইনে! মোকচোন **'লাগনী গছত গুটি লগা** (লাগন)' বা **'লাগনী খৰিত জুই লগাৰ'** দৰে **'লাগ'ৰ** মহিমাই **লগ নেৰাই** হৈছে। মোৰ বাৰু যেন-তেন, সমস্ত অসমীয়া ভাষীৰনো **এনে হ'ব লাগেনে?** আমি বাৰু আমাৰ শাকখোৱা-ভাতখোৱা কথাত, নিজৰ সাতামপুৰুষীয়া সাঁচতীয়া তত্ত্বৰ বা জতুৱা শব্দত **'লাগে'ৰ** প্ৰয়োগ কৰিলোঁৱেই যেনিবা বাংলাদেশী-বিদেশীয়ে সুৰক্ষা বাহিনীৰ জ্ঞাতে বা অজ্ঞাতে মুক্ত সীমান্তৰে অহৰহ অনুপ্ৰৱেশ কৰাৰ দৰে অসমীয়া অভিধান-ব্যাকৰণৰ নিয়ম ভাঙি অহৰহ প্ৰয়োগ হৈ থকা স্বদেশী বাংলা, হিন্দী আদি শব্দৰ

দৰে বিদেশী আৰবী, ফাৰ্চী, ইংৰাজী শব্দতো বৈধ নাগৰিকত্ব দিয়া দি নিজৰ আপোন 'লাগে' (যেনিবা 'অসমীয়া কোন' প্ৰশ্নৰ সমিধান স্বৰূপে ডিগ্ৰিত বিদ্বান আঁৰি লোৱাৰ দৰে) লগাই লৈছোঁহঁক। অসমীয়াৰ কালিকা লগাই দোপতদোপে *বাইক্ত কৰিবলৈ,* মালদাৰ হ'বলৈ আমি বাৰু নকওঁনে— আমাক *চেনেল লাগে, বেকিং লাগে, পলিটিক্স লাগে, মাথা লাগে, হিম্মত লাগে* আৰু *লাগে মাল* (*মাল চালিব লাগে*)। সেইদৰে ল'ৰা-ছোৱালীক মানুহ কৰিবলৈ (বনাবলৈ) আমাক কি কি নালাগে— *স্পেচিয়েল কেয়াৰ লাগে, প্ৰাইভেট টিউছন লাগে, ডনেছন লাগে, মেনেজমেন্ট লাগে, স্কোপ লাগে* আৰু *লাগে চাল* (*চাল খেলিব লাগে*)। আমি নিজৰ দৰে আনবো (বিদেশী ভাষাবো) — *ব'ৰ লাগে, টায়াৰ্ড লাগে, কনফিউজ্‌ড লাগে, ইন্টাৰেষ্টিং লাগে, ফাইন লাগে* (ফাইন ভৰিব লাগে), *জামিন লাগে, বেইল লাগে, জামানত লাগে, গেৰাণ্টি লাগে, উইটনেছ লাগে, দৰদ লাগে, হমদৰ্দ লাগে, ডাউৰি লাগে* ইত্যাদি বুলিতো ভাবোঁৱেই; পাৰিলে সকলো *মাগানাতে বা ফ্ৰীতে (পাব) লাগে*। আজিকালিৰ ছোৱালীৰ (আধুনিকাৰ) কিনো চাবা সাজপাৰ— *ছেক্সী ছেক্সী লাগে,* আৰু আন কাৰোবাক *কৰিশ্মা কৰিশ্মা লাগে। মিছ্‌ট্ৰেছ মিছ্‌ট্ৰেছ লগা* সাজপাৰ *মেডাম মেডাম লগা* ব্যৱহাৰ আজিকালিনো ক'ত বিচাৰি পাম। ল'ৰাবোৰবো একেটাই— আজিকালি আৰু *আমজাদ খান আমজাদ খান লগা, অমিতাভ বচ্চন অমিতাভ বচ্চন লগা* লম্বু-মোটা-তাজা চোকৰা-চেংৰা নায়েই। সকলোৰে মুখত *আছু আছু লগা* দাড়ি আগে-পিচে *জি এছ জি এছ লগা* ছাত্ৰ-ছাত্ৰীৰ শাৰী অৰ্থাৎ লাইন, ডিগ্ৰিত *নেতা নেতা লগা* বিদ্বান আৰু কণ্ঠত 'দেশৰ বাবে মৰি যাওঁ মৰি যাওঁ' লগা ভাষণ। কোনোবাজন কাৰোবাৰ বাবে *জিগৰি দোষ্ট লাগে,* কাৰোবাৰ বাবে *জান কা দুশ্মন লাগে*। নহ'লেবা *'বাপকা বেটা লাগে'* নতুবা *'চিপাহী কা ভাই লাগে'*।

কৈছোঁৱেই নহয়, অসমীয়া মানুহৰ লগাৰ পৰিমাণেই বেছি। সেয়েহে বাহিৰৰ অনা-অসমীয়া শেনচকুৰা হ'কাৰে ঘৰে ঘৰে, বাটে বাটে দৃষ্টি আকৰ্ষণ মাতেৰে পুৰা -গধুলি *'চেচা-মিচি'* নকৰেনে কিবা— *'লাগে বেডশ্বিট-বেডক'ভাৰ, লাগে কাৰ্পেট, ড'ৰমেট... লাগে আণ্ডা, সব্‌জি, হৰেক মাল, পাৰ্ট টাইম, দিনহাজিৰা*।' কিন্তু আমাৰ পোহাৰী বায়ে মাছ বেচোঁতে জানো তেনেকৈ চিঞৰে?

সি যি নহওক মই হ'লে 'লাগে'ৰ বিষয়ে *দিল লগাই* লিখিছোঁ, *মেহনত লগাই* ডাটা কালেক্ট কৰিছোঁ। সেইবাবে *গাটো* কিবা *উইক উইক লাগিছে।* হ'লেও এইবোৰ ক'বলৈ পাই, আপোনালোকৰ দৰে নীৰৱ শ্ৰোতা পাই, *গাটো* কিবা *ফ্ৰী ফ্ৰী লাগিছে* দেখোন। নহ'লে বহু অপ্ৰিয় সত্য কথা ক'ব নোৱাৰাৰ মৰ্মবেদনাত আমাৰ দৰে লেখকসকলে কচুগছত *ফাঁচ লগাই মৰিব লাগিলহেঁতেন।* কিয়নো আজিকালিতো

দেশত আৰু ৰেডিমেড চিপজৰী বা ফাঁচিকাঠ নায়েই। যি ব্ৰিটিছৰাজ গ'ল আৰু গান্ধীৰাজ আহিল জানকী দুগ্মন, যত সব কুটৰ ঘাই খুদীৰাম, ভগৎসিং, মণিৰাম, পিয়লি ফুকনৰ অকালমৃত্যু মাতি অনা 'ফাঁচী কা ফান্দা'ক কালাইপানী দিলোঁ। নাই যে নাই ভেজাল কাৰীক লেকাম লগাবলৈ 'লাইটৰ প'ষ্টত লট্‌কাই মাৰিম' বুলি ক'বলৈ নেহৰুজীও নাই। ঘোৰখোৰক ৰচী লগাই টানি নিনিয়াকে *হেণ্ডকাফ লগাই* কাৰাগাৰত ভৰাম বুলি ক'বলৈ দেশত এতিয়া কিৰণ বেদীও নাই। অসমত নাজানো, পশ্চিমবংগত অৰ্থাৎ বেংগলত হোৱাহেঁতেন পূজা স্পেচালত এইবোৰ লেখা প্ৰকাশ কৰিবলৈ প্ৰকাশক কিম্বা সম্পাদকসকলৰ '*লাইন লাগি*' গ'লেহেঁতেন। শেষ নম্বৰৰ লটাৰি খেল নতুবা তাহানিৰ কণ্ডৰ ৰাজ্য ছিলঙৰ তীৰ খেলৰ নম্বৰ লগা দি ৰাতা ৰাতি কোড়ৰ পতি হৈ চাৰিওফালে নাম ফাটি-ফুটি গ'লহেঁতেন.... অ' নহয় নহয় *ফাটা ফাটি কাৰবাৰ* হ'লহেঁতেন। সেয়েহে মোৰো কোনোবা অনামী গীতিকাৰে লিখা আৰু নামী সুৰকাৰে সুৰ দিয়া জনপ্ৰিয় গীত এফাকিকে গাবৰ মন গৈছে এইবুলি— 'এনেনো ভাল লাগে আইতা এনেনো ভাল লাগে, মুখলৈনো কিনো চাবা যেন পূৰ্ণিমাৰ জোন।'

'বুকটা ফাইট্যা যায়' 'কহা তু না যায়'; হায়ৰে হায় অসমীয়াৰ 'লাগে'ৰ কথা। আমি নিজে নবজালো নাই.... '*টকা লগাই*' কিনি অনা দামী দামী ৰেডিঅ', টিভি, ফেন, ফোন আনকি কেবল (লাইন) এই সকলোতে আমাৰ আজিকালি চুইছ অন-অফ কৰিবলৈ গৰজ পৰিছে কিয়? আমি এইবোৰ *লগাওঁহে, লগাই দিওঁহে*। আজিকালি দেখোন ডাইনিং টেবুলত আমি আটায়ে '*খানা লাগাও*', ড্ৰয়িং ৰুমত '*গানা লাগাও*' আৰু চেলুনত '*দাড়ি লাগাও*' (বেলেগকহে কৈছোঁ দেই মই হ'লে নিজে *খানা লগাওঁ, গানা লাগাওঁ, দাড়ি লাগাওঁ* বুলি কৈ পোৱা নাই)। য'তে-ত'তে, যাকে-তাকে হাফলঙীয়া বা খিলঙীয়া হিন্দীৰে আমি জানো হিন্দী নফৰফৰাওঁ এইবুলি— *ক্যা *লাগতা হ্যায়* (মাংতাৰ পৰিবৰ্তে), **তুমকো ইছকো *লাগেগা* (চাহিয়েৰ পৰিবৰ্তে), *আচ্ছা লাগতা হ্যায়, আচ্ছা নহী *লাগতা* (হ্যায় বাদ দি) ইত্যাদি। আৰু তাতোকৈ এখোপ চৰি বাগানীয়া ভাষাত কৃষ্ণমণি চুতীয়াৰ ষ্টাইলত '*কাটা লাগা*' দেহাৰ ছোৱালী বিচাৰোঁ— 'লে যাব তোকে মোৰ গাঁও' কৰিবলৈ। তাতোকৈ ডাঙৰ কথা লাহে লাহে আমি সন্দেহযুক্ত-সন্দেহমুক্ত বিদেশী নাগৰিক অৰ্থাৎ পূৰ্ববংগীয় মৈমনসিঙীয়াৰ কৃপাধন্য হৈ আপোন সম্বন্ধতো *দাদা / ভাই লাগে, দিদি / বাইদেউ লাগে, বহিন / ভন্টি লাগে* বুলিব ধৰিছোঁইকেই।

সৰ্বশেষত মন্ত্ৰৰ ষ্টাইলত মোৰ এই *নাতি হ্ৰস্বদীৰ্ঘ (নাতিশীতোষ্ণ যদি হ'ব পাৰে) আনলাকী ৰচনাৰ মোখনি মাৰিছোঁ এইবুলি— '*লাগ্ ভেল্‌কি লাগ্* অসমীয়াৰ 'লাগে' লাগ্ *সকলোতে লাগ্।*' বড়ো, ৰাভা, গাৰো আদি প্ৰতিবেশী জনজাতীয়

ভাষাবোৰতো 'লাগ্'ৰ মহিমা ইতিমধ্যে লক্ষিছেই। 'লাগ্-নালাগ্'কৈ লাগিবলৈ ধৰা অসমীয়া '*লাগে-নালাগে*'ৰ সমপৰ্যায়ৰ দৰঙীয়া/কামৰূপীয়া উপভাষাৰ 'লাগে-/নাল্‌গে/নাংগে' ৰূপৰ বড়ো প্ৰতিশব্দ 'নাংগৌ-নাঙা', গাৰো প্ৰতিশব্দ 'নাংগেন-নাংজা', ৰাভা প্ৰতিশব্দ 'নাঙা-নাংচা' বা 'লাগিয়া-লাগিচা' আৰু কোচ প্ৰতিশব্দ 'নু'গিয়া-নু'গিচা'। জানোচা এইবোৰৰ উদ্ভাৱক এইসকল বুৰঞ্জীৰ এলাগী তিব্বত-বৰ্মীয় ভাষা-ভাষীয়েইবা। বুৰঞ্জীৰ লাগী সংস্কৃতত জানো 'লাগে-নালাগে'ৰ ইমানবিলাক প্ৰকাৰ বা শ্ৰেণীভেদ আছিল?

*(বিঃ এঃ ডাঠ আখৰে অসমীয়া জতুৱা ঠাঁচ খণ্ডবাক্য, ইটালিক আখৰে ই-বিলাকৰ চল্‌তি প্ৰয়োগ আৰু তৰা চিহ্নিত শব্দই ভুল প্ৰয়োগ সূচাইছে।)*



# দুই

## অসমীয়াই কি নামাৰে, সবকে মাৰে

অতি সম্প্ৰতি অসমীয়াৰ এটা নতুন বদনাম (নাম অথবা সদনাম নহয় কিন্তু!) ওলাইছে। অসমীয়াই আজিকালি সকলোকে মানে *সবকে মাৰে।* আগতে মাৰিলেও '*কমছে কম*' **গুৰু** বা ব্ৰাহ্মণক (ব্ৰহ্মবধ), নাৰী বা তিৰীক (স্ত্ৰীবধ) আৰু গাই বা বলদক (গোবধ) **মৰা হোৱা নাছিল**। অৱশ্যে পৰশুৰামে মাতৃহত্যা, সুগ্ৰীৱে ভ্ৰাতৃহত্যা, দস্যু ৰত্নাকৰে নৰহত্যা, সতী সাধনীয়ে আত্মহত্যা কৰাৰ নিচিনা আখ্যান কেন্দ্ৰিক কাণ্ড-কাৰখানা অনুসৰণ কৰি দুই-একে কাচিৎ ৰাজনৈতিক হত্যা (মুক্ত, গুপ্ত হত্যা), নাৰী কেলেংকাৰীজনিত হত্যা (লুপ্ত হত্যা?), ভ্ৰূণ হত্যা (বৈধ/অবৈধ হত্যা), আদৰ্শৰ হত্যা, বিবেকৰ হত্যা (আত্মহত্যা নহয় কিন্তু) আদি কাৰ্যতো লিপ্ত নোহোৱাকৈ থকা নাছিল; কিন্তু অভিধানৰ ১ নং অৰ্থত পোৱা এইবিলাক বধ কৰা, হত্যা কৰাৰ সমাৰ্থক মৰা (✓মাৰ্)-**কটাৰ** প্ৰতি *হাই-ফাই* অসমীয়াৰ (পপ্ অসমীয়া) যিমান অনুকম্পা তাতোকৈ অন্যান্য অৰ্থত প্ৰয়োগ হোৱা মৰা (ড° মহেশ্বৰ নেওগৰ 'চলন্ত অভিমান' মতে অন্য ২০টা অৰ্থ)-**চৰাৰ** প্ৰতিহে বেছি ***ইণ্টাৰেষ্ট থকা*** যেন পাওঁ। চাওকচোন, আজিকালিৰ *পপ্* অসমীয়াই কম কথাত *সবকে, সব সময়, সব জাগাতে* অৰ্থাৎ *সব কথাতে* **মাৰোঁ মাৰোঁকৈ** নাথাকেনে বাৰু? কৌলৈ একে সমনীয়া ল'ৰা-ছোৱালীয়ে একেলগ হ'বলৈ পালে-পঢ়াৰ টেবুলতে হওক, চাহৰ কেণ্টিনতে হওক বা চলন্ত চিটিবাছতে হওক *এক নম্বৰতে* আড্ডা নামাৰেনে বাৰু! ভাগ্য ভাল যে এতিয়াও জুৱাৰী বা চোৰ-ডকাইতৰ দৰে তেওঁলোকৰ 'আড্ডা বহা' নাই। সেইদৰে গাঁৱৰ বুঢ়া-মেথাই মেল

মাৰে (অৱশ্যে সভা-সমিতি, মিটিং বা ঘূৰণীয়া মেজৰমেল, ৰাউণ্ড টেবুল কন্‌ফাৰেন্স হ'লে 'পাতে' বা 'বহে'হে), গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে নৈৰ ঘাটত চুপতি মাৰে (কিন্তু প্রেমিক-প্রেমিকাই হ'লে 'চুপতা-চুপতি' কৰেহে)। আমি প্ৰত্যেকে কাম-বন নকৰাকৈ কেতিয়াবা কেতিয়াবা কথাৰ মহলা/মলিহা নামাৰোঁনে বাৰু (খুব কম মানুহেহে এটা উদ্দেশ্য লৈ 'মহলা পাতে' অৰ্থাৎ গোপন আলোচনা কৰে)। এইবোৰ মাৰিলে মৰাতো বাদেই, কাৰো একো ক্ষয়-ক্ষতিও নহয় (নোম এডালো নলৰে); মাত্ৰ মাৰোঁতাৰ সময়ৰ অপব্যয় (indirectly মৃত্যুৰেই দিয়কচোন; কাৰণ আজিকালি আমি time kill নক'ৰোঁ জানো!) হয়।

সেয়েহে অনৰ্থকভাৱে মৰা এনে কাৰ্যৰ পৰা আঁতৰি থাকিব পাৰিলে সকলোৰে ভাল। এই সকলোবোৰ কিন্তু মাৰ্‌ৰ সকৰ্মক ধাতুৰ (সংস্কৃতঃ✓মৃ) অকৰ্মকত প্ৰয়োগ হোৱা ('যোগ দি' নিন্দাৰ্থত ঃ চলন্ত অভিধানৰ ৯নং অৰ্থ) ধাতু ৰূপহে।

আন এবিধ 'মৰা' বা 'মাৰ্' আছে যি কাৰ্য কৰিলে একো নহ'লেও অন্ততঃ 'শব্দ একোটা ওলায়' (চলন্ত অভিধানৰ ১০নং অৰ্থ অনুসাৰে)। আপুনি হাজাৰবাৰ চেষ্টা কৰক পাৰিবনে মনে মনে (নিঃশব্দে-নীৰৱে) চিঞৰ মাৰিবলৈ (অৰ্থাৎ আটাহ পাৰিবলৈ), ৰিং বা উকি মাৰিবলৈ, সুহুৰি মাৰিবলৈ, গল খেকাৰি মাৰিবলৈ, উগাৰ মাৰিবলৈ, কাহ বা হাঁচি মাৰিবলৈ 'হুংকাৰ মাৰিবলৈ গোঁজৰ' মাৰিবলৈহে দেই, 'হুমকি দিবলৈ' নহয়)। নীৰৱে মিচিকিয়াই হাঁহি মাৰিব পাৰিলেও আপুনি কিন্তু নিঃশব্দে সামান্য ফু এটাকে মাৰিব নোৱাৰিব। সেয়েহে চাগৈ কোনোবা শতিকাতে অসমীয়াভাষীয়ে লেঠাটো মাৰি প্ৰত্যয় যোগে সেই সেই অৰ্থত 'ৰিঙিয়া', 'উকিয়া' 'সুহুৰিয়া' 'হাঁচিয়া', 'ফুৱা' আদি নামধাতুকে সৃষ্টি কৰি পেলালে। ইয়াৰ বিপৰীতে খেনোৱে আকৌ ফোঁফা, ডেডা, ঢেৰেক, গাঁজ, গোঁজৰ, হোঁকৰ আদি ধ্বন্যাত্মক ধাতুৰে নামশব্দলৈ ৰূপান্তৰিত কৰি 'মাৰেৰে' জোৰা মাৰি দিয়ে। (ফোঁফাউৰি মাৰ্, ডেডাউৰি মাৰ্, ঢেৰেকনি মাৰ্, গাজনি মাৰ্, গোঁজৰণি মাৰ্, হোঁকৰনি মাৰ্ আদিৰ বিকল্পে।)

সাধাৰণতে আমাৰ মানুহে তাহানিতে ('চলন্ত অভিধান'ৰ ৬নং অৰ্থত' নিক্ষেপ কৰা বা দলিয়া অৰ্থতহে বৰকৈ 'মাৰ্' ধাতুৰ প্ৰয়োগ কৰিছিল। এনেদৰে মাৰি পঠিওৱা কাৰ্যত কাচিৎ-কদাচিৎ লক্ষ্যভ্ৰষ্ট নহ'লে লাগে (মৰা-নমাৰতো ডাঙৰ কথা নহয়) আৰু বেছিভাগতে নালাগে। লগাৰ সম্ভাৱনা থকা কাৰ্যৰ ভিতৰত গুলী মৰা (গুলিয়া), কাঁৰ মৰা (কঁৰিয়া), ফৰ্মুটি মৰা ( ফৰ্মুটিয়া), দলি মৰা (দলিয়া), ছাটি মৰা (ছটিয়া), বতাহ মৰা (যিহেতু বতাহ মাৰিলে গাত বতাহ লাগে), ফু মৰা (মন কৰিব দেই ফু মাৰিলে ফু নাপায় বা নালাগে; হয় বতাহ লাগি জুই আদি জ্বলি উঠিব বা ধূলি আদি উৰিব, নহয় গাত থু লাগিব) ইত্যাদি কাৰ্য বিশেষভাৱে উল্লেখযোগ্য। সেইদৰে কাহ বা হাঁচি মাৰিলে, দেখাত একো নিক্ষেপ নকৰে বা গাত একো নালাগে; কিন্তু ডাক্টৰে অণুবীক্ষণ

যন্ত্ৰৰ দ্বাৰা ধৰা পেলোৱা যক্ষ্মা, ডিপ্‌থেৰিয়া, হুপিং কাহ, চৰ্দি (পানী লগা) আদি ৰোগৰ বীজাণু মৰোঁতাই 'মাৰি পঠিয়ায়' আৰু লাগোতাৰ 'লাগি যায়' বুলি ন দি কয়। পূৰ্বতে বেজ বা ওজাইহে বীৰা পোহ মনাই নানা ধৰণৰ ৰোগৰ বীজাণু বা অপঘাত মেলি দি (বীৰা মেলি, বান মাৰি শত্ৰুৰ বং চাইছিল বুলি শুনিছিলোঁ)। আজিকালি কম্পিউটাৰত *ভাইৰাছ মেলি দি* চিভিল ৰাৰত *কেমিকেল ৱেপনছ মেলি দি*অ'নিডা টি. ভি.ৰ এডভাৰটাইজত 'ৱনাৰ্ছ প্ৰাইড নেইবাৰ্‌ছ এনভি' বোলা দি প্ৰতিদ্বন্দী ৰাষ্ট্ৰ মাৰে (ধ্বংস কৰে) বা বিশ্বৰ বজাৰ মাৰে (বজাৰ মন্দা কৰে)। এইবোৰ দেখি শুনি তাহানিৰ 'মাৰ-ঘাত মৰা' নীতিৰ নতুন সংস্কৰণ ওলোৱা যেন লাগিছে।

আগতে অসমীয়া খেতিয়কসকলক ফিচকাৰিৰে ঔষধ মিহলোৱা পানী মাৰি গান্ধী পোক, মোৱা পোক নিধন কৰাৰ দিহা দিবলৈ অল ইণ্ডিয়া ৰেডিঅ'ৰ 'কৃষি দৰ্শন' বা দূৰদৰ্শনৰ 'ডিডি বান'ত প্ৰচাৰিত 'গ্ৰামীণ ভাৰত/কৃষি দৰ্শন' অনুষ্ঠান নথকা অবস্থাত কোনে দিহা দিছিল নাজানো, কিন্তু ফিচকাৰিৰে ৰং মিহলোৱা 'পানী মাৰিবলৈ' (হোলি খেলাত) ৰাধাপ্ৰাণ-কৃষ্ণপ্ৰাণা ডেকা-গাভৰুৱে স্বতঃপ্ৰণদিতভাৱে যে শিকিছিল এয়া ধুৰূপ। অৱশ্যে *খৈনী মৰা, ঝাড়ু মৰাত* পাকৈত ৰামুৱা কিম্বা বধুৱাইঁতৰ পৰাও দেখাক দেখি শিকি ল'ব পাৰে; যেনেকৈ শিকি পেলালে— নতুনভাৱে আমাৰ বাবে লাগতীয়াল লেট্ৰিন কিম্বা ইউৰিনেল (পায়খানা-পেচাৰখানা শব্দটোলৈ নাচায় কিয়) ব্যৱহাৰ কৰাৰ পিছত তাত পানী মাৰিবলৈ। এইখিনিতে এটা কথা দেই 'পানী মৰা' আৰু 'পানীয়ে মৰা' একে কথা নহয় কিন্তু! 'এইবেলি আহুখেতি পানীয়ে মাৰিলে' বুলিলে 'নিক্ষেপ কৰিলে' অৰ্থ নুবুজাই 'ধ্বংস কৰিলে' অৰ্থহে বুজায়।

কিছুমান 'নিক্ষেপ কৰা' কাৰ্য আছে যি দূৰলৈ ছিটিকি নাযায়, নিজৰ মাজতে পাকঘূৰণি খাই, মানে বুমেৰাং হৈ সম্পাদিত হয় অৰ্থাৎ 'লাগে'। ঠিক যেনিবা দয়াশীলা আইমাতৃয়ে কাণাইসম পুত্ৰক মাৰিবলৈ জোৰেৰে হাত দাঙি লাহেকৈ পিঠিত পেলোৱাৰ নিচিনা কথা। উদাহৰণস্বৰূপে ঘাপ মাৰ্ (ঘপিয়া/ঘৈয়া), থাপ মাৰ্ (থপিয়া), আছাৰ মাৰ, গৰা মাৰ্, সাৰট মাৰ্ (সাৰট্), থেকেচা মাৰ্ (থেকেচ্), কামোৰ মাৰ্ (কামোৰ), বাগৰ মাৰ্ (বাগৰ), খৰ মাৰ্ (সাৱধান! ঘোঁৰা বাগৰ মাৰিবলৈ বা লুটি বাগৰ মাৰিবলৈ উজু, কিন্তু টৌতে খৰ মাৰিবলৈ নাযাব; থাউনি নোপোৱা প্ৰলয় জলধিত কক্‌বকাই মৰিব লাগিব।), জাঁপ-মাৰ্ (জঁপিয়া), খামোচ মাৰ, মুঠি মাৰ্ (মুঠিয়া), টিপা মাৰ্, হেঁচা মাৰ্, টিলিকি মাৰ্ (টিলিকিয়া), চাব মাৰ্ (চবিয়া, মোহৰ মাৰ, ব'ঠা মাৰ্ এই তিনিটা অৰ্থত) ইত্যাদি। এইবিলাক কাৰ্য অতি ওচৰৰ পৰা সম্পাদন কৰে বাবে নলগাকৈ নাথাকে (লক্ষ্যভ্ৰষ্ট হোৱাৰ সম্ভাৱনা ক্ষীণ)। সেইকাৰণে নিজে 'কাৰ্য কাৰণ' হৈ যায়, 'নিমিত্ত মাত্ৰ' হৈ নাথাকে। এক কথাত ক'বলৈ গ'লে ইহঁতে গুলি মৰা, দলি মৰা, কাঁৰ মৰা হঁতৰ দৰে 'লোকৰ কান্ধত বন্দুক থৈ গুলি নামাৰে', নিজে

**'হাত দাঙি মাৰিবলৈ যায়'** (সাবধান! এইবিলাক কাৰ্যক চিনি থওক আৰু সম্পাদন কৰাৰ পৰা বিৰত থাকক।) কথাই আছে নহয় 'পাত পাৰিলে খোৱাৰ নাম; **হাত দাঙিলে মৰাৰ নাম**'। অৱশ্যে কেতিয়াবা এফালে এঠাইত **টিপা মাৰি দিলে** আনফালে বহু নিলগত তাৰ প্ৰতিক্ৰিয়া হয়। তাকে এসময়ত অকল ভূইকঁপক বুজাবলৈ 'ইয়াতে **মাৰিলে টিপা** গড়গাঁও পালেগৈ শিপা' বুলি সাঁথৰত প্ৰয়োগ কৰা হৈছিল। বৰ্তমানৰ ইণ্টাৰনেট-মবাইল ফোনৰ যুগত ৰাজনৈতিক হস্তক্ষেপ বা নিয়ন্ত্ৰণ বুজাবলৈহে লাহে লাহে ইয়াৰ প্ৰয়োগ হৈ আহিব ধৰিছে। অৰ্জুনৰ গাণ্ডীৱ ধনু, শ্ৰীকৃষ্ণৰ সুদৰ্শন চক্ৰ, মহাদেৱৰ পাশুপাত, ইন্দ্ৰৰ বজ্ৰ আদি অমোঘ অস্ত্ৰৰ দৰে অব্যৰ্থ কাৰ্য সম্পাদন কৰা অসমীয়া ধাতুহ'ল— **চৰ / ভুকু / মাধমাৰ / (সাত)কিল / ঘোচা / ঠেলা /গতা/ থাপৰ / গোৰ / কোব / লাঠি / ঢকা (ধাক্কা) / (গল) চেপা / খুন্দা / খোঁচ/ চাপৰ / ঠলামূৰি / খকৰা-মুকুটি মাৰ**; যাৰ অৰ্থ 'প্ৰহাৰ কৰ্, মৰিয়া, কোবা, আঘাত কৰ্' (চলন্ত অভিধানৰ ৩নং অৰ্থ)। তাৰ লগতে আৰু নতুনকৈ যোগ কৰি দিয়ক ***জোতাৰে*** বা ***চেণ্ডেলেৰে মৰাৰ*** দৰে ***কুংফু / কেৰাটে / বক্সিং / ফাইটিং/ ডেগাৰ/ ছুৰী / চাকু / খুকুৰি / বেয়নেট / চেইন*** ইত্যাদি ইত্যাদি হাজাৰ ৰকমৰ ***'মাইৰ'***(মাৰ্)। ৰ'ব ৰ'ব আপুনি তাহানিৰ কলেজীয়া বা ৰূপালী পৰ্দাৰ নায়িকাই ভাবী নায়কক ***জোতাৰে*** বা ***চেণ্ডেলেৰে মাৰি হাত*** বিষোৱাৰ দৰে কাৰ্য কৰিবলৈ নাযাব; পাৰিলে হাত-ভৰি থমথম মদন গোপাল কৰি ৰাখিও জনতা ভৱন বা সংসদৰ ***ৰিভল্‌ভিং চেয়াৰৰ পৰাই 'মুখত জোতা মাৰিম'*** বুলি হুংকাৰ দিব; বচ আপোনাৰ কাম হাচিল। অৱশ্যে বাতৰি কাকত, টি ভি চেনেলত কেইদিনমান হৈ চৈ হ'বই দিয়কচোন; এইটো তেওঁলোকৰে কাম মানে বিজনেচ। আপুনিও আমাৰ ডেকা মুখ্যমন্ত্ৰী (ডেকা সত্ৰাধিকাৰৰ পেটাৰ্ণত)য়ে কৰাৰ দৰে প্ৰেছমীট পাতি দিয়ক সকলো ঠাণ্ডা হৈ যাব। মাত্ৰ কিছু ***মাল ঢালিব*** লাগিব আৰু। খেলৰ ক্ষেত্ৰতো মাৰেই মাৰ্। চাওকচোন ***মাৰ্বল মাৰ, ডাবল্ গুটি মাৰ্, ফাউল মাৰ, গ'ল মাৰ্, পাশাৰ যোৰডাল মাৰ, কিক মাৰ্, টচ মাৰ্, হুইচেল মাৰ্, ঘাই গুটি মাৰ্, লেং মাৰ*** ইত্যাদি।

**গজাল মাৰ্, পিন মাৰ্, খুঁটি মাৰ, শলখা/খিলি মাৰ্, ছিটকানি/*হুক মাৰ্, চেইন*/বুটাম মাৰ্, লেংটি/পোজ্ঞ/ফোৰ মাৰ্,** *বেণ্ড/ ক্লিপ/*ফিটা মাৰ্, *বেজ/ বেল্ট মাৰ, নেকটাই/ টাই মাৰ,* **ছাটি মাৰ্, পাগুৰি/পাগ মাৰ্,** *হামাৰ/ খ্রিন্ড/*মাৰ্কা, আঠা/ *লেবেল* মাৰ্ এইবোৰ একা! জনজাতীয় বিচিত্ৰ ফুলাম গলাবান্ধ বা মাফলাৰেৰে **ডিঙি মাৰি মাৰি** আমনি লগাৰ পিছত 'গোৱা ***মাৰ্কা*** ৰুমালেৰে ***মুখ বা কপাল মৰা*** এইবোৰ ফেছনটো আহিছে— আহিবই। এইবোৰ **মাৰিলে** অৰ্থ অনুসাৰে হয় **'লাগি ধৰিব,'** নহয় **'সোমাই যাব'** আৰু তাৰ পিছত **'ফাঁক বা সুৰুঙা বন্ধ হ'ব।'** অসম আৰ্হিৰ **জুপুৰি ঘৰ চোঁচনি-দুৱাৰৰ ডাং মাৰিলে** নতুবা আৰ-

চি-চি বিল্ডিঙৰ গ্লাছ খুউৱা **'টিপ কটা'** (পেনেল দিয়া) দৰ্জাত ডাবল ডাং স্বৰূপ **শলখা মাৰিলে দুৱাৰখন** ভিতৰৰ পৰা বন্ধ হৈ যোৱা বা জাপ খাই যোৱাৰ দৰে বেলট পেপাৰৰ বক্স ৰখা ষ্টংৰুম **তলা মাৰি** '*শ্বিল্ড কৰা*' আৰু পৰীক্ষা বহীবিলাক '*শ্বিল্ড মাৰি*' যেয়ে-সেয়ে (আনঅথ'ৰাইছড্‌লি) খুলিব নোৱৰা কৰাৰ দৰে **'মৰা'** কাৰ্যৰে অৰ্থান্তৰ ঘটি 'জপা, বন্ধ কৰা' (চলন্ত অভিধানৰ ৪নং অৰ্থ) হোৱা নাইনে বাৰু! আজিকালি অৱেশ্য এই সকলোবোৰ হেনো বাহিৰত দেখুৱাইহে '*ছিকিউৰিটি টাইট*'ভিতৰি ভিতৰি '*খুল যা ছিছেম ফাক*'। কম কথাতনো পৰীক্ষাৰ্থীসকলৰ হৈ ছাত্ৰসন্থাই তলা বন্ধ, অসম বন্ধ আদি ঘোষণা কৰিবলগীয়া নহৈছেনে! বিনা তলা/দৰ্জা আৰু বিনা এনভেলপ/শ্বিল্ড; কেৱল মাইকেৰে 'মুখে মাৰিতং জগত' বচ! অসমৰ চিটিবাছ, হাইৱে, অফিচ-কাছাৰী, চৰকাৰী কাৰ্যালয় সকলো বন্ধ; জনসাধাৰণৰ স্বাভাৱিক জীৱনযাত্ৰাত ব্যাঘাত। অৱশ্যে ছাত্ৰসন্থাৰ '*বেনাৰ মৰা*' বাইক, মটৰ চাইকেল, হিৰো-হোণ্ডাৰ লগে লগে মাৰুতি-টাটা ছুমো-বলেৰো আদিও বিজুলী, চিকিৎসা আদি অত্যাৱশ্যক সেৱাসমূহৰ দৰে বন্ধৰ আওতাৰ পৰা ৰেহাই পায়। বন্ধৰ সময়ছোৱাত অন্যান্য **'মৰা-মৰি (?)'** কাৰ্য চলিয়েই থাকে অৱশ্যে। বহুবছৰ বহুকাল গ'ল খুব সম্ভৱ ব্ৰিটিচ প্ৰশাসনতেই যে বন্ধ দিলে **'মৰিয়া-মৰি'** আৰু '*মাৰা-মাৰি/কাটা-কাটি*' চলিছিল। তেন্তে আজিকালিৰ অসম বন্ধত '*মৰা-মৰি*' (মৰিয়া-মৰি বা *মাৰা-মাৰি* নহয় মানেনো কি, এই নতুন অৰ্থতো ক'ৰ পৰা ওলাল?) অসম বন্ধত 'মৰা-মৰি' মানে নতুন নতুন অৰ্থত প্ৰয়োগ হোৱা যেনে— দিল্লীলৈ **'উৰা মৰা'**, দিছপুৰলৈ **'লৰ মৰা'**, চি. আৰ পি. লৈ **'খেদা মৰা'**, বিৰোধী দলে ৰুলিং পাৰ্টিলৈ **'চোঁচা মৰা'**, তাকে দেখি টিকট বিচৰা ছাত্ৰনেতাই ভাবি মুখ্যমন্ত্ৰীৰ সৈতে **'চোঁ মৰা'** (অৰ্থাৎ ছল চাই কাম কৰা, 'চলন্ত অভিধান', পৃঃ ৩৯৩), ভাবী মুখ্যমন্ত্ৰীয়ে ভাবী এমেলে-মিনিষ্টাৰেৰে **'গবা মৰা,' 'সাৱট মৰা'** আৰু '*সুযোগ বুজি*' **'কামোৰ মৰা'** এইবোৰ জানো নানা কিচিমৰ **'মৰা-মৰি'** নহয়; যিবোৰ বন্ধৰ সময়ছোৱাত ঘটি থকা নিত্য-নৈমিত্তিক ঘটনাৰে নামান্তৰ। কুৰি শতিকাৰ শেষৰ একৈশ শতিকাৰ (কলি যুগৰ) এইবোৰেই হৈছে '*মাৰ্কা মৰা*' ধুৰন্ধৰ ৰাজনীতিজ্ঞৰ **'বৃন্দা মাৰ'** অৰ্থাৎ গণহত্যাৰ (তু. সংস্কৃত ঃ বৃন্দ + মাৰ, ইংৰাজী masskilling) কুচ-কাৱাজ। কলিযুগ স্বৰূপ কুৰি শতিকাৰ শেষৰ ফালে অকল **'বৃন্দামাৰে' 'কাটি-মাৰি খান্তাং নকৰিব'**— নানা ৰকমৰ ফাং-ফাকতিৰে (ফাং-চালি বা **ফাং-বাজি মাৰি,' 'ফাক-তাল মাৰি', 'ফাঁক মাৰি,' 'ফাঁকি মাৰি,' 'চকুত ধূলি (বালি) মাৰি,'** '*গাঁজা মাৰি,*' '*ব্লাফ মাৰি,*' '*লেক্‌চাৰ মাৰি,*' **'কথাৰ ফুলজাৰি মাৰি,' 'পাল মাৰি'**, '*পকেট মাৰি*, **'জাল চহী মাৰি'**, *নকল মাৰি*, '*লাইন মাৰি*, '*চকু মাৰি*, তু. হিন্দীঃ আখেঁ মাৰ্‌না ইত্যাদিৰে) পৰস্পৰে পৰস্পৰক ঠগ-বাজি কৰি

'চুৰ-মাৰ' হৈ যাব। ইয়াৰ জইন ইমানতে মাৰিব নোৱাৰিলে ই আমাৰ জীয়াই থকাৰ সকলো মুদা মাৰিব, মোৱাৰ মাৰিব, মূৰ মাৰিব আৰু কাললৈ মাৰঘাত মাৰিব। এইমানৰ কথাখিনি সেইমানে থওঁ ভাষাতত্ত্বৰ 'মৰা-মৰি'ৰ কথাখিনি পুনৰ আযাৰচেৰেক কওঁ।

এই যে আমি আগতে উল্লেখ কৰি আহিছিলোঁ 'মাৰ্' ধাতুৰ অৰ্থ 'নিক্ষেপ কৰ্, প্ৰয়োগ কৰ্, শব্দ কৰ্, প্ৰহাৰ কৰ, যোগ দি ...' ইত্যাদি বুলি। দৰাচলতে ইয়াৰ আৰু বহুতো অৰ্থত প্ৰয়োগ আছে। কেতিয়াবা ই একো মাৰি নপঠিয়ায় বা শব্দও নকৰে; কিন্তু প্ৰতিক্ৰিয়া প্ৰকাশ কৰা দেখি। 'চলন্ত অভিধান'ৰ ১৩নং 'প্ৰকাশ কৰা' অৰ্থত ইয়াৰ সুন্দৰ প্ৰয়োগ আছে। নিজকে জহাই ফুৰিবলৈ 'ফুটনি মৰা,' 'ফিতাহি মৰা', 'ভেকাহি মৰা', 'গপ মৰা', 'ডাংকোপ মৰা,' 'ওফাইদাং মৰা' *'ওস্তাদি মাৰা'* আদি জানো আমি কেতিয়াবা 'খলিহা ছাটি নামাৰোঁ,' 'উছাট মাৰি' বা 'ফাইদাং মাৰি' গুচি নাযাওঁ।

এইবোৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিব নাপালে বা নোৱাৰিলেহে আমি নিশ্চুপ হৈ 'তাপ মাৰোঁ,' 'নিতাল মাৰোঁ,' 'তভক মাৰোঁ,' 'টলকা মাৰোঁ,' 'মন মাৰি' থাকোঁ, 'জুপুকা মাৰি' (বহি) থাকোঁ নতুবা 'ফষ্টি মাৰি'/'চকু টিপ মাৰি' 'টোপনি বা ঘুমটি মাৰোঁ'। শুনিছোঁ বহুতে হেনো আকৌ তাহানিৰ ৰজা-মহাৰজাই 'আৰি মৰা'ৰ দৰে 'বাজি মাৰি' বা '*বেট মাৰি*, 'ফেৰ মাৰিব' নোৱাৰিলে পিছফালৰ পৰা '*চুৰী বা ডেগাৰ মাৰে*'। বহুতে এইবোৰ স্বচক্ষে দেখিও প্ৰয়োজনীয় সময়ত 'কুলা মাৰে'। ('কুলা মৰা'ৰ অৰ্থটো আপোনালোকে নিজে অভিধানত চাই ল'ব দেই যদিহে প্ৰয়োগ কৰি পোৱা নাই; বৰ্তমানৰ সন্ধিক্ষণত কুলা মাৰিব জানিলে কোৱোণাৰে ধন চপাব পাৰি— বিশেষকৈ সংবাদসেৱী-বুদ্ধিজীৱীসকলৰ বেলিকা এনে সুবিধা বেছি।)

মূলতঃ বন্ধ কৰা বা নিবাৰণ কৰা অৰ্থতো ('চলন্ত অভিধান'ৰ ৪নং অৰ্থানুসাৰে) ইয়াৰ প্ৰয়োগ আছিল; কিন্তু জতুৱা ঠাচত এইবোৰৰ ভালেমানৰ অৰ্থ বিকৃতি ঘটিছে। উদাহৰণস্বৰূপে— বাল্টি আদিৰ তলি ফুটিলে 'ফুটা মৰা', ঘৰৰ মুখচৰ বন্ধ হৈ গ'লে 'মুখা মৰা' আদি কাৰ্যত পোনপটীয়া অৰ্থ নিহিত হৈ আছে; কিন্তু জীৱিকাৰ উপায় (ভাত) নোহোৱা কৰা অৰ্থত 'ভাত মৰা', সবংশে নিপাত কৰা অৰ্থত 'কণ-কঠীয়া মৰা', উপায় নোহোৱা কৰা অৰ্থত 'মুদা মৰা', কোনো কথা প্ৰকাশ কৰিবলৈ বাৰণ কৰা অৰ্থত 'মুখ মৰা' আদিৰ ব্যৱহাৰত পৰোক্ষ অৰ্থ (জতুৱা ঠাচমূলক) পোৱা গৈছে। ৰ'ব ৰ'ব সবতে একাকাৰ কৰি পেলালে নহ'ব নহয়? ফাট মেলা, মুখ মেলা, বেঁত মেলা আৰু ফাট মৰা, মুখ মৰা, বেঁত মৰা একে নহয়। তাহানিতে সীতা সতীয়ে অগ্নি পৰীক্ষাৰেও নিজৰ সতীত্ব প্ৰমাণ কৰি নোৱাৰি যে— 'ফাট মেলা বসুমতী পাতালে লুকাওঁ' বুলি প্ৰাৰ্থনা কৰিছিল। আৰু আজিকালিৰ চৰকাৰী বাসভৱন বা

নৱনিৰ্মিত দলং বা উৰণীয়া সেতু আদিৰ যে বাল ক্লেম্প আদি শুভ উদ্বোধনৰ আগতে ফাট মেলে। 'মাহুৰ মাৰ দেখি তিলে যে বেঁত মেলে।' এইবোৰ অৰ্থ নজনাকৈ আপুনি ভুলতেও মহাভাৰত লিখোঁতে ব্যাসদেৱে গণেশক চৰ্ত আৰোপ কৰা কথা মনত ৰাখি (ব্যাসকূট) প্ৰয়োগ নকৰিব। নহ'লে হাহাকাৰ লাগি যাব। সেই যে ব্যাসে শ্লোক মাতিছিল 'যুধিষ্ঠিৰস্য যা মাতা নকুলেন বিবাহিতা' বুলি। আপাতঃ দৃষ্টিত এই শ্লোকফাকিৰ অৰ্থ যুধিষ্ঠিৰৰ মাতৃ যিগৰাকী তেওঁ নকুলৰ দ্বাৰা বিবাহিতা— এইটো মাতৃগামী কাৰবাৰ; কিন্তু তাৰ ব্যাসকূট ভাঙিলে অৰ্থ ওলাব— অৰ্জুনৰ মাতৃ যি সূৰ্য্যদেৱতাৰ পৰিবাৰ অৰ্থাৎ কুন্তীদেৱী।

আন অভিধানৰ দৰে 'চলন্ত অভিধান'তো নথকা 'লগাই দিয়া' অৰ্থতো ইয়াৰ বিস্তৰ প্ৰয়োগ আছে। যেনে— **'আঠা মাৰ'**, **'ৰং-*বাৰ্নিছ মাৰ*'**, ***'ব্ৰাছ মাৰ্'***, **'চূণ-তেল মাৰ্'**, **'জোবা মাৰ্'**, **'টালি/টাপলি মাৰ্'** (একেলগে **'জোৰা-টাপলি মাৰ্'** বুলিলে আকৌ **'অভাৱ পূৰ কৰা'** বুজায়), **'ফোৰ মাৰ্'** (সেৰেঙাকৈ পোনে পোনে **'সিয়নি মাৰ্'**), **'ততৰ/তাৱৰ মাৰ্'**, **'খোঁচা মাৰ্'** **'সোপা মাৰ্'** ইত্যাদি। আনহাতে, 'চলন্ত অভিধান'ত থকা 'অস্ত্ৰ বা সঁজুলি ব্যৱহাৰ কৰ্ বা প্ৰয়োগ কৰ্' (১৪নং অৰ্থ) অৰ্থত ইয়াৰ ব্যৱহাৰো মন কৰিবলগীয়া। যেনে— **'বন্দুক মাৰ্** (বন্দুকেৰে বাৰু গুলী মাৰে কিন্তু কামান, বৰতোপ, পিষ্টল কিম্বা একে ফৰ্টি নাইন আদি আধুনিক মাৰণাস্ত্ৰ কেনেকৈ চালনা কৰে তাকেহে অসমীয়া অভিধানত বিচাৰিও নাপালোঁ), **'চাইকেল মাৰ'** (চাইকেল মাৰেনে **'পেডেল মাৰে'**?) **ব'ঠা মাৰ্** (কিন্তু নাও বায়), ***'দমকল/ টিউবেল মাৰ'***, চাইকেলৰ ***'বে'ল মাৰ্'***, গাড়ীৰ ***'হৰ্ন মাৰ্,'*** ***'ঝাডু মাৰ্'*** (কিন্তু বাঢ়নীৰে সাৰে), **'ভৰ মাৰ্'** (কাঁহৰ পাত্ৰত চকৰি আঁকিবলৈ ভৰেৰে পকা), **'মাকো মাৰ্,'** **'কোৰ মাৰ্'**, **'হাতুৰি মাৰ্,'** ***'বেলচা মাৰ্,'*** **'জাল মাৰ্'** (জালক মাৰে নে জালেৰে **'মাছ মাৰে'**?), ***'কেন্দা মাৰ্'***, ***'বেটি মাৰ্'***, ***'ইস্ত্ৰি মাৰ্'***, ***'টৰ্চ মাৰ্'*** ইত্যাদি। নামনিত অসমত ***'বৰশি মাৰা,'*** ***'হাল মাৰা'***(তু. সমাৰ মাৰ্)-ৰ দৰে ***জাখাও (জাকৈ) মাৰে।*** হাজং জনগোষ্ঠীৰ মাজতচোন এইদৰে 'জাখামাৰা' নামৰ এবিধ নৃত্য-গীতৰ সৃষ্টিয়েই হ'বলৈ পালে। সেইদৰে ***'বস্তু মিহলাই মোহাৰ্'*** (১১ নং অৰ্থ), **'তপতাই মিহলা'** (১৩ নং অৰ্থ) ইত্যাদি অৰ্থত **'আটা/ময়দা মাৰ্'** ***'চেদা/ছাদা মাৰ্'***, ***'তেল মাৰ্'*** (ফোৰণ দি)। **'জাত মৰা'** কাৰ্যও প্ৰায় তেনেকুৱাই যেন লাগিছে; ইটো জাতিৰ সৈতে সিটো জাতিৰ মিশ্ৰণ, হাত-বাট কৰা, হোঁকা-পানী চলা সকলো ক্ষেত্ৰতে।

নিন্দাৰ্থত আৰু ব্যংগাৰ্থত (কেতিয়াবা অভিধা অৰ্থতো) খা অৰ্থত মাৰ্ ধাতুৰ প্ৰয়োগো অসমীয়াত নথকা নহয়। অৰ্থাৎ অসমীয়া মানুহে ভাত, পানী, চাহ, তামোল খোৱাৰ উপৰিও আৰু কিছুমান বস্তু পৰোক্ষভাৱে খাব লাগিলে নাখাই মাৰেহে (ঘোচ খোৱা যেনিবা কিছু বেলেগ)। যেনে— বেছিভাগে বিনা পইছাত পালে

'দৰুচি মাৰে', দুই-একৰ বাহিৰে সৰহসংখ্যক আলধৰাই গৰাকীৰ (মহাজন) অলক্ষিতে হোঁকা-চিলিমত 'ছাট মৰাটো' এটা স্বভাৱেই, বহু কুহকিনী প্ৰেমিকাই সাপৰ দৰে প্ৰেমিকক 'খোঁট মৰা' বা 'বুকুত কামোৰ মৰাটো' বিয়োগাত্মক নাটকৰ এক চিৰাচৰিত ঘটনাই। তদ্ৰূপ বিহু বা পূজা কমিটি (সাহিত্য সভাৰো হেনো) সৰহসংখ্যক বিষয়ববীয়াই ৰাইজৰ 'টকা মৰাটো' হেনো 'লংকালৈ যিয়ে যায় সিয়ে ৰাৱণ হোৱাৰ' লেখীয়া কথাহে।

'কোনো এটা কাম বাৰেপতি কৰা আৰু কৰিলেও ইতি নপৰা' অৰ্থতো অসমীয়াত 'মাৰ্' ধাতুৰ প্ৰয়োগ হয় যেন লাগে। অৱশ্যে এইটো মোৰ ব্যক্তিগত অভিমতহে। কিয়, অসমীয়াসকলে জানো তাহানিতে 'মৰণা মৰা' (= মৰণাৰ ওপৰত গৰু ঘূৰাই থোকৰ গুটি সৰা, 'চলন্ত অভিধান', পৃঃ ৮৬১), 'পাক মৰা' (ঘূৰা-পকা কৰ্, বেগেতে ঘূৰি অহাকৈ অলপ ফুৰ্, 'চলন্ত অভিধান,' পৃ. ৬৫২) আদি কাৰ্যৰ দৰে 'বিহু থাকে মানে বিহুকে বিনাবা, বিহু গ'লে বিনাবা কাক' বুলি গাই 'বিহু মৰা' নাছিল জানো ('চলন্ত অভিধান' মতে 'বিহু মৰা'-ৰ মানে 'আনন্দ কৰা')। প্ৰমাণ স্বৰূপে আপোনাৰ ওচৰত পেছ্ কৰিব পাৰোঁ সেই জনপ্ৰিয় বিহুগীত ফাঁকি 'ব্ৰহ্মপুত্ৰৰ পাৰৰে বৰহমথুৰি এজুপি আমি বিহু মৰা ঠাই'। তাহানিতে অসমীয়া জীয়ৰী-বোৱাৰীয়ে পহিলা চ'তৰ পৰা ব'হাগ বিহুলৈকে ৰাতি ৰাতি আওহতীয়া ঠাইত মিলিত হৈ জেং পুতি 'জেং বিহু' বা 'ৰাতি বিহু' পতা নাছিল জানো? আৰু গাঁৱৰ বুঢ়া-মেথাই হুঁচৰি গাই বা ডেকা-গাভৰুৱে 'বিহু মাৰি' সাতবিহুৰ দিনাখন (গোসাঁই বিহুৰ দিনাখন) বৰগছজুপিক সাক্ষী কৰি বিহুবান উৰুৱাই ঢোলৰ মাৰি বা পেঁপা ভাঙি বিহু উৰুৱা নাছিল জানোঁ? সেই অৰ্থতে চাগে 'বিহু মৰা' কথাটো অধিক খাপ খাইছিল। আজিকালিৰ সৰ্বাধুনিক অৰ্থাৎ latest pop অসমীয়াত 'বিহু মৰা'ৰ নতুন ইণ্টাৰপ্ৰিটেশ্বন ওলাইছে নহয়। এই যে এতিয়াৰ ডেকা-গাভৰুৱে 'চিডি' বা ভিডিঅ' এলবামৰ কেছেট বজাই, ভৰিৰ ষ্টে'প দি দি 'ডিস্ক' বিহু' (আয়া বিহু ঝুম্‌কে) নাচি জেঠ মাহলৈকে ব'হাগী উৎসৱ পালন কৰাৰ নামত অইনে 'দেহা মাৰি' উপাৰ্জন কৰা 'টকা মাৰিবলৈ', বিশেষকৈ ট্ৰাক ড্ৰাইভাৰক নেশ্বনেল হাইৱে'ত ৰখাই কমখননো '*মাৰা-মাৰি* কৰিবলগীয়া নহয়; সেইবাবে ই 'বিহু মৰা' হৈ আছে; নহ'লে ই হৈ গ'লহেঁতেন বিহু বিহু নলগা 'বিহু ডান্স' বা 'বিহু ছং' (বিহু বিহু লগা নাই গাত)। আজিকালিৰ হিন্দী ফিল্মত গুণ্ডাবাহিনীয়ে (তাহানিতে চম্বলৰ ডকাইতে) গুণ্ডাগিৰি কৰি যে নিমিষতে গুম হৈ যায়; ঠিক তেনেকৈ কোনো কাম বিশ্বাশৰদে আহি কৰি আকৌ বিশ্বাশৰদে গুছি যোৱাৰ দৰে কৰা বুজাবলৈ তাহানিৰ পৰা এতিয়ালৈকে আমি অসমীয়া মখাই কৰিবলৈ এৰা নাই। এই ধৰক— লৰ/দৌৰ/জাঁপ/চো/চোঁচা ইত্যাদি মাৰি পলাই যোৱাৰ দৰে উৰা বা খেদা মাৰি গুচি যাওঁ। সেইদৰে দুই-একে আনৰ অগোচৰে সুৰুঙা মৰা বা মূৰ

পোলোকা/পুলুকা মৰাৰ দৰে দুই-একে আকৌ সকলোৰে সগোচৰে পলাই কাট মাৰে। আকৌ বুৰ মাৰি এজোবোৰা দিবলৈ (জোবোৰা মাৰিবলৈ) হে ভাল থিতাদাহে কামটো সিজে; কিন্তু লুইতৰ শিহুৰ দৰে মানুহে টুপাই বুৰ মাৰিবলৈ গ'লে আকৌ কাল। 'ঠিক যেনিবা দেৱতাই কৰিলে লীলা কিন্তু মানুহে কৰিলে ধৰি কিলা'-ৰ লেখীয়া কথা। কাৰণ লুইতৰ শিহুৱে বাৰেপতি টুপাই বুৰ মাৰে আৰু ভুটুঙাই ওলায়ো আহে। এয়া সিহঁতৰ স্বভাৱ। কিং মানুহৰ একা? কেতিয়াৰ পৰা মানুহ জলচৰ কিম্বা উভচৰ প্ৰাণী হ'ল? সেয়েহে ইয়াৰ তিনিটা অৰ্থ আৰোপ কৰিব লগা হ'ল— আধুনিক অভিধান প্ৰণেতাসকলে। 'টুপাই বুৰ মাৰ্' বাক্যাংশৰ তিনিটা গৌণ অৰ্থৰ ভিতৰত— ১। সমূলি মিছামাত; to utter a down-right falsehood, ২। কোনো দায়িত্ব লৈ তাৰ পৰা ফালৰি কাট্; to shirk responsibility once undertaken. আৰু ৩। কোনো বেয়া কাম কৰি উঠি পাছত নাই-নুই কৰ্; to deny responsibility of a bad deed done by oneself. (চলন্ত অভিধান মতে, পৃ. ৪৬৩-৪৬৪)

দৰাচলতে সংস্কৃত মৃ ধাতুজাত ✓মাৰ (সক. ধা. বধ কৰ্, হত্যাকৰ্; গৌণ অৰ্থ : নষ্ট কৰ্, নাইকিয়া কৰ্, ধ্বংস কৰ্, অন্ত কৰ্; 'চলন্ত অভিধান', পৃ. ৮৭৮) আৰু ✓মৰ্ (অক. ধা. প্ৰাণ এৰ্, নাশ হ, অন্ত হ; গৌণ অৰ্থ : লোপ পা, নোহোৱা হ, উচ্ছন্ন হ; 'চলন্ত অভিধান,' পৃ. ৮৫৯) এই দুটাৰ অংগাংগী সম্পৰ্ক। মুখ্য অৰ্থ হত্যা কৰা অৰ্থাৎ এনে কাৰ্য কৰিলে মৃত্যু হয় বা মৰে; কিন্তু এনে অৰ্থত আমি ইয়াক কিমানেইনো ব্যৱহাৰ কৰোঁ আৰু কিহত কিহতনো কৰোঁ। 'মই তোমাক মাৰিম' মানে হত্যা কৰিম হ'ব জানো। হ'বলৈ মই তোমাক পিটিম বা বেত্ৰাঘাত কৰিমহে। সেইদৰে 'আমি মাছ মাৰোঁ' বুলিলে জানো পোনপটীয়াকৈ মাছক বধ কৰা বুজাইছে; বুজাইছে জাল, জুলুকি, জাকে আদিৰে মাছ ধৰাহে। চলিত অসমীয়াৰ *'মাথা-মাৰা'*, *'মাখি মাৰা'* আদিৰ কথা নক'লোঁৱেই যেনিবা। অকল কিছুমান জতুৱা ঠাচ বা প্ৰবচনতহে 'হত্যা কৰা' অৰ্থটি সংৰক্ষিত হৈছে। যেনে— 'বাখে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে', 'হাতে নামাৰি ভাতে মাৰা,' 'চিকা মাৰি হাত গোন্ধোৱা,' 'হাতী মাৰি ভুৰুকাত ভৰোৱা', 'কাটিলেও কাটক বা মাৰিলেও মাৰক/কাটকে বা মাৰকেই,' 'ধাৰুৱাই ধাৰ পায় *তিৰী মাৰাই* তিৰী পায়' (গোৱালপৰীয়া), 'একপাট কাঁড়েৰে সাতটি পছু মাৰিলোঁ লোকক নক'লোঁ লাজে/সাতদিন সাত ৰাতি খপি নিগনি এটা মাৰিলোঁ তাতে ধনঞ্জয় ঢোল বাজে' ইত্যাদি। অৱশ্যে অসমীয়া গালি গালাজত এই অৰ্থ কিছু মাত্ৰাত সুৰক্ষিত আছে। যেনে— খিয়ে খিয়ে মাৰিম, টেঁটু চেপি মাৰিম, বিহ দি মাৰিম, লঘোণে মাৰিম ইত্যাদি। আনহাতে, মাৰিলে মৰে, কিন্তু মৃত্যু নহয় এনে অৰ্থতো প্ৰকাৰন্তৰে ইয়াৰ বহুল প্ৰয়োগ আছে। যেনে— 'ধাৰ মাৰ' (ধাৰ মাৰিলে ধাৰ মৰে, কিন্তু মৃত্যু হয় জানো?) 'লেঠা মাৰে', 'জঞ্জাল মাৰে', 'তিতিৰ খজুৰতি

মাৰে' (নানাধৰণৰ অবাইচ মাত মাতিব পাৰিলে ডিঙিৰ খজুৱতি মৰে), 'টোপনি বা ঘুমটি মাৰে' (টোপনি ধৰিলে টোপনি মাৰকচোন, আপুনি নিমিষতে কিছুপৰ মৰিব পাৰিব), 'চকু ছাট মাৰে' (চকু ছাট মাৰিলে অৰ্থাৎ জলক-তবক লাগিলে চকু মুদি দিয়ক, নিমিষতে আৰাম পাব), খুকুৰি বা খুদুৰনি মাৰে (খুকুৰি নুগুচিলে আৰু খুদুৰনি বৈ গ'লে আপোনাৰ শিক্ষাগুৰু, দীক্ষাগুৰু বা ওস্তাদৰূপী 'গুৰু'ৰ শৰণ লওক, নিমিষতে খুদুৰনি মাৰ যাব) ইত্যাদি। সেইবাবে চাগৈ 'মাৰ যা' মানে মৰি নেদেখা হ বা অদৃশ্য হ। যেনে— 'ভোক মাৰ যা,' 'খং মাৰ যা', 'চকুলো মাৰ যা', 'বেলি মাৰ যা', 'ভাগ্যৰবি মাৰ যা' ইত্যাদি। বজাৰত ঘাটি খোৱা বুজোৱা *'মাৰ খা'* বা 'মাৰ *খাই যা'ও* চাগৈ এই ধৰণৰ কাৰ্যই।

প্ৰিয় পাঠক! আপোনালোকে চাগৈ ইমান পৰে মই দিয়া এইবোৰ উদাহৰণ দেখি ব্যাকৰণৰ পাঠ পঢ়ুৱা বুলি ভাবিছে। আচলতে ভাষা ব্যৱহাৰকাৰী আমিবোৰক বাৰু অইনে আৰু বেলেগে ব্যাকৰণৰ শিক্ষা কিয় দিব লাগিছে। আমি প্ৰত্যেকেই একো-একোগৰাকী বৈয়াকৰণিক বা ভাষাবিদ (ভাষিক সূত্ৰে)। যি হ'ক আৰম্ভণিতে মই ৰম্য ৰচনা বুলি ঘোষণা কৰি ৰম্য ৰসৰ নামত যদি কাৰোবাক ব্যাকৰণ ৰস খুৱাইছোঁ— সেয়া একপ্ৰকাৰ ভালেই হ'ল। মিঠা প্ৰলেপ দিয়া কুইনাইনৰ বড়ি খোৱাৰ দৰে মই দিয়া ব্যাকৰণৰ দৰৱপালি গিলি যদি ভাষাপ্ৰেমী, ভাষানুৰাগী কোনো সদাশয় ব্যক্তিৰ কিছু পৰিমাণে হ'লেও ভাষা-বিভ্ৰাট দূৰ হয়, তেন্তে আটায়েৰে মংগল। গুৰুমুখী ভাষাতত্ত্বৰ বিদ্যা আয়ত্ত কৰি যদি এনেকৈয়ে কোনো মাননি নোলোৱাকৈ ভাষাতত্ত্ব, ব্যাকৰণতত্ত্ব শিকোৱা হৈ যায়, তেন্তে মোৰো ধাৰ মৰিব, অৰ্থাৎ গুৰুঋণ সুজোৱা হ'ব। কিমধিকমিতি।

অসমীয়াসকল বিশেষকৈ আজিৰ উঠি অহা যুৱচাম এতিয়া বহুত চালাক-চতুৰ হ'ল। তেওঁলোকে বহুতো ভাষাৰ আমদানি-ৰপ্তানি কৰি ব্যক্তিগতভাৱে *'মালামাল'* হৈছে। অসমীয়া ভাষাক *'কামাল কৰিছে'*। এইবোৰ কৰিবলৈ তেওঁলোকে কোনো অস্ত্ৰ-শস্ত্ৰ সৰবৰাহ কৰিবলগীয়া হোৱা নাই, কোনো সশস্ত্ৰ বিদ্ৰোহ কিম্বা অহিংস আন্দোলনৰ কাৰ্যসূচী ল'বলগীয়া হোৱা নাই বা বিধানসভা-লোকসভাত কোনো আইন বা বিল পাছ কৰিবলগীয়া হোৱা নাই। কাকো কোনো চৰ-ভুকু-কিল নমৰাকৈ, কাৰো কোনো পকেট-নোটবুক-কিতাপ নমৰাকৈ, কেতিয়াও চকু-মুখ-মন নমৰাকৈ লাখ লাখ শব্দ, ধ্বনি-ৰূপ-বাক্য আৰু লগতে অৰ্থবো ওৱাদানি ঘটাইছে— একমাত্ৰ ধুনপেচ মাৰি ধুনতীসকলে, আড্ডা মাৰি আড্ডাবাজসকলে, ফুটনি মাৰি ফুটংগিৰি/ফুটানি মাৰিসকলে, জাত-পাত মাৰি বীজতৰীয়া বা ব-ছেৰাসকলে।

অসমীয়াই সেয়েহে আজিকালি *'কাট মাৰি'* কথা কয় (খোঁচ মৰাৰ ঠাইত), আনক *'জেক মাৰি'* কাম আদায় কৰে (বান্ধনী উঠটাই জোল খোৱাৰ পৰিবৰ্তে),

*'ষ্টাইল/পাঁয়তাৰা মাৰি'* ঘূৰি ফুৰে (গা ঘেলোৱাৰ ঠাইত), ***কষ্টি মাৰি*** শুই থাকে (নাভিত তেল দিয়াৰ পৰিবৰ্তে), **লেং মাৰি** নিজে প্ৰিফাৰেন্স লয় আৰু *লেকচাৰ মাৰি* টাইম পাছ কৰে (**কথাৰ মহলা মৰাৰ পৰিবৰ্তে**); কিন্তু *'মাখি মাৰি'* বহি নাথাকে (যোঁৱা ঘাঁহ কটাৰ ঠাইত), *'গেৰা/ফেইল মাৰি'* 'ঘাববি নাযায়' (অনুত্তীৰ্ণ হোৱাৰ পৰিবৰ্তে) আৰু **নকল মাৰি** (অসৎ উপায় অবলম্বন কৰাৰ পৰিবৰ্তে) বহি নাথাকি পাৰিলে ইনভিজিলেটৰবো *'জান মাৰে'*। সকলোৱে *'পইছা মাৰিব'* পৰা কামতহে *মাথা মাৰে* (মন দিয়া, পণ্ডাৰ পৰিবৰ্তে), টকাৰ গৰম দেখুৱাব পৰাজনৰ লগত নতুবা যৌৱনৰ গৰম দেখুৱাব পৰাজনীৰ লগত *'লাইন মাৰিবলৈ'* হেতা-ওপৰা লগায়। আৰু শুনিছোঁ হোষ্টেলত ৰেগিঙৰ নামত অসমীয়া অভিধানত নোপোৱা, অসমীয়া সমাজত নচলা *'হাত মৰা' 'চেনী মৰা'* জতুৱা ঠাঁচ খণ্ডবাক্যৰ অৰ্থ সুধি সুধি নিমাখিত পহু (PAHU) নামধাৰী নৱাগত-নৱাগতসকলক ব্যতিব্যস্ত কৰে।

প্ৰথমে দাইল-ভ্যাণ্ডাত *তেল মাৰিবলৈ* (=ফোৰণ দিবলৈ) অসমীয়া ৰান্ধনীয়ে কেতিয়া কাৰপৰা শিকিছিল জনাৰ উপায় নাই; কিন্তু বৰ্তমান আণ্ডাত নহয় মানুহকহে ***তেল মাৰিব লাগে*** (=তৈল মৰ্দন কৰা, *তেলোৱা), নহ'লে আপোনাৰ সব কাম তেল হৈ যাব (=পণ্ডশ্ৰম হোৱা)। বিভিন্ন উৎসৰ পৰা গম পোৱা যায় যে আগতে পানী, ধূলি, সৰিয়হ, ফঁই-মাদুলি আদি জপি **'যাদুমন্ত্ৰ মাৰিছিল'**, মন্ত্ৰপূত বাঢ়নী কাঠি গৃহস্থ থকা ঘৰৰ ওপৰেদি **'মাৰি পঠিয়াই'** দিন-দুপৰতে **'নিদ্ৰাবাণ মাৰি'** গৃহস্থৰ ঘৰত হেনো চোৰ সোমাইছিল। এতিয়া সেইবোৰ নেচেল। 'চাৰি আঙুল বদমাছ' আৰু 'যতকূটৰ ঘাই মুখৰ মাত' এই দুইৰ সহযোগত ভদ্ৰবেশী সহযাত্ৰীৰূপে লোকৰ হাতৰ টিপতে আপোনাৰ পকেট, পাৰ্ছ, বেগ সকলো উধাও হয়, মানে আপোনাৰ **পকেট মাৰে**। সেইদৰে ৰাইজৰ পদূলিত ৰাইজৰ চৰকাৰ অৰ্থাৎ ৰাপৰাচ পাতিবলৈ পঠিয়াই দিয়া আপোনাৰ প্ৰতিনিধিজনে ***লেকচাৰ মাৰি***, সকলোৱে চকুত ধূলি মাৰি ৰাইজৰ *টকা মাৰে*। ইয়াকে কয়— 'কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল।' বহুতো উচ্চপদস্থ চৰকাৰী বিষয়াই আকৌ চাকৰি দিম বুলি ***টকা মাৰি*** হাইকোৰ্টৰ ইনজাংচনত কেণ্ডিডেটক চাকৰি দিব নোৱাৰি নিজে নমৰিলেও *চৰকাৰকে মাৰে* (=ডুবায়)। অৱশ্যে তাৰবাবে হাতীৰূপী (হাতী মাৰ্কা নহ'বও পাৰে) চৰকাৰ গা অকণো নলৰে। কথাতে কয় নহয়— 'হাতীৰ গালৈ **তৰাৰ ফৰ্মুটি মাৰিলে**' কিনো হ'ব। হাতী মাৰ্কা পাৰ্টি হ'লে যেন-তেন আছিল। তাকো দুবাৰলৈকে কনছিডাৰ নকৰা নহয়; অৱশেষত যেনিবা হাতীৰ ছবিত **চাপ মাৰি মাৰি** ভাগৰি পৰি বুটাম টিপা ইলেক্ট্ৰনিক মেচিনৰ আবিৰ্ভাৱ হোৱাত আৰু সিইঁতেও নিজ দলৰ ভিতৰতে পৰস্পৰে পৰস্পৰক **চিচ্‌কাৰি মাৰিবলৈ** লোৱাত বা দুই-এজন মদগজ লীডাৰে দলত্যাগ কৰি টুপাই বুৰ মৰাত সোণৰ অসম গঢ়িবলৈ যোৱা জনসাধাৰণে **টলকা মাৰিলে**।

অসমীয়া মানুহে যাকে-তাকে মাৰে আৰু যিহকে-তিহকেদি মাৰে। যি বস্তুৰেদি মৰা হয়, সেয়ে 'মাৰি' < ✓মাৰ্-ই। হাঁহি (✓হাঁহ-ই), উঠি ৰজা (✓উঠ্-ই), বহি ৰজা (✓বহ্-ই), মৰিসুঁতি (✓মৰ্- ই) ইত্যাদিৰ দৰে ই এটা ব্যাকৰণসিদ্ধ ভাষাতাত্ত্বিক পৰিঘটনা। সি হ'ব পাৰে নিত্য ব্যৱহাৰ্য কল মাৰি, পাগ মাৰি (ৰান্ধোতে ভাত-আঞ্জা লৰোৱা মাৰি) নতুবা বিশেষ বিশেষ কামত প্ৰযোজ্য ঢোলৰ মাৰি, উৰাল মাৰি, বেলনা-মাৰি, ডাণ্ডি মাৰি/বুৰুক মাৰি (তাঁতৰ বাঁহৰ ডাং), ডাং মাৰি/খিলা মাৰি (তাঁতৰ টোলোঠা মাৰি), নাকটি মাৰি (তাঁত শালৰ দোপতিযোৰ একেলগে ধৰি ৰখা বাঁহৰ শলা), টনি মাৰি (টনিজালৰ মাৰি), কোৰোহা মাৰি (পৰঙী জালৰ বাঁহৰ ডাং), কান মাৰি (বাঁহৰ ভাৰ নিয়া ডাং), ওকটা মাৰি (খুঁচৰিবৰ কাৰণে ব্যৱহাৰ কৰা মাৰি) ইত্যাদি। আৰু জীয়াই থাকোঁতে কাঠি-কামি কৰাৰ উপৰিও মৰিলেও লগতে থোৱা বাঁহৰ মাৰিৰে নিৰ্মিত খোঁচনি মাৰি একা।

সেইদৰে সজাতীয় (= একে উৎসৰ পৰা হোৱা) বুলি ভাবি 'মহামাৰি', 'মাৰি-মৰক' আদি জীৱনধ্বংসী ৰোগৰ সৈতে নতুবা কাৰৈমাৰী, গৰৈমাৰী, পুঠিমাৰী, শিয়ালমাৰী, মিছামাৰী, শলমাৰী (ব্যতিক্ৰম ভাতাৰমাৰী) আদি স্থান-নামৰ সৈতে একাকাৰ কৰি আপুনি ব্যাকৰণৰ সাদৃশ্য জাহিৰ কৰিবলৈ নাযাব। কিয়নো 'মাৰী' প্ৰত্যয়যুক্ত স্থান নামৰ সৈতে দ্ৰাবিড় ভাষাৰ মৰা/মাৰা প্ৰত্যয়ৰহে সাদৃশ্য বিৰাজমান। যেনে— নাগিনীমৰা, পহুমৰা, মাহমৰা (সমষ্টি), চিনামৰা (বাগিছা), শালমৰা, বাঘমাৰা, কুকুৰমাৰা ইত্যাদি। অৱশ্যে বুৰঞ্জীখ্যাত 'মৰি যাওঁ মাৰি যাওঁ, গুৰু ঋণ সুজি যাওঁ' শ্লোগানেৰে উদ্বুদ্ধ মায়ামৰা বা মোৱামৰীয়া সম্প্ৰদায়ৰ কথা কিছু বেলেগ। মোৱামৰীয়া বিদ্ৰোহত কমখন ৰায়ত মৰা নাছিলনে কিবা! মৰিয়াই মৰিয়াই কাঁহ-পিতলৰ বাচন-বৰ্তন তৈয়াৰ কৰিছিল বাবে এক শ্ৰেণীৰ অসমীয়া মুছলমানক 'মৰিয়া' (তু. গৰীয়া) বোলা নহৈছিলনে? মুঠতে অসমত, অসমীয়াত মৰা/মাৰা, মাৰি/মাৰী, মৰি/মৰীয়াৰ মহিমা অপাৰ। ৰত্নাকৰ হেন মহাদস্যুৱে 'মৰা মৰা' বুলি একান্তচিত্তে নাম জপ কৰি থাকোঁতে থাকোঁতে ৰামায়ণৰ 'ৰাম' নামৰ মহাৰত্ন লাভ কৰাৰ দৰে কেতিয়াবা মৰাতো অমৃত মিলে। কিয় গঁড় মৰা চোৰাংচিকাৰী, ছাগলী মৰা কচাই, মাখি মৰা সঁজুলি নতুবা নিগনি মৰা দৰবৰ দৰে ক্ষয়ংকৰী বুলি ভাবি আপুনি জানো অসমীয়াৰ অতি প্ৰিয় টেঙাশাক-টেঙামৰা, তিতা শাক-তিতামৰা বা মৰাপাট; মৰিচাজাতীয় শাক-মিঠামৰা, বনমৰা, লহকৰীমৰা, চেংমৰা নোখোৱাকৈ থাকিব! সেইবুলি আপুনি আকৌ ঘোপমৰা, কাণ তালমৰা, ধুন-পেচ মৰা, বুৰ মৰা, ডুব মৰাকো ৰান্ধি বা কেঁচাই খাবলৈ নাযাব। সেইবিলাক খাবলৈ বিচাৰিলে আপোনালোকে (বিশেষকৈ অসমীয়াভাষীয়ে) আদবলিয়া বুলি ভাবি চুইহে নিকিলাব, মানে আধামৰাকৈ এৰিব। আগতে অসমীয়াত বিশেষকৈ

পছিমৰ অসমীয়া উপভাষাত **'আধামৰা'** মানে আধাজীয়া অৰ্থাৎ অৰ্ধমৃত বুজাইছিল। বৰ্তমান ইয়াৰ লোক-ব্যুৎপত্তি ঘটি বিশেষকৈ চি-আৰ-পি আৰু চি-আই-ডিৰ জেৰাত 'মাৰি মাৰি আধাতে এৰে' এনে অৰ্থতে **'আধামৰা'**ৰ প্ৰয়োগ হ'বলৈ লৈছে। হিন্দীত যে *ডায়লগ মাৰে*— 'এইছা *মাৰুংগা*, এইছা *মাৰুংগা, মাৰ মাৰ কে* খোপৰি উৰা দুংগা' তাৰে প্ৰভাৱত নেকি। এনে পাল্লাত পৰিলে আপোনাৰ মুখেদিও সিহঁতৰ দৰে মাৰাযুক্ত (*মাংমাৰানি, চুদমাৰানি* আদি) অবাইচ মাত 'আখৈ ফুটাদি ফুটিব।'

আপুনি বাৰু কেতিয়াবা কাৰোবাক তেনে ধৰণৰ **বাক্যবাণ মাৰি** পাইছেনে? নিশ্চয় **মাৰি পোৱা নাই**। কিন্তু চহা জীৱনত এইবোৰ তেনেই সাধাৰণ কথা। এইধৰণৰ **বাক্যবাণ** তেওঁলোকে সকলোতে **মাৰিব পাৰে**। মাকৰ আগত পুতেকে, জীয়েকৰ আগত বাপেকে মদ খাই বা নাখাই, খং উঠি বা নুঠি এনেয়ে **মাৰিয়েই থাকে**। কিন্তু ভুলতেও অকল বাণেৰে কথাত **বাণ নামাৰে**। কাৰণ **'বাণ মৰাৰ'** পৰিণাম নিৰ্ঘাত মৃত্যু। **ডাইনী মৰাত** সিদ্ধিহস্ত লোকে পালেতো কথা বিষমেই; একেবাৰে জীয়াই জীয়াই **প্ৰাণে মৰাৰ** কাৰবাৰ। আগতে যে কৈছিল **'বৃন্দামাৰ'** (বৃন্দ মাৰ= গণহত্যা= mass killing); বৰ্তমানে যে কয় কিবা *'পাবলিক মাৰ'* নে *'পাবলিক ধুলাই'* সেইলেখীয়া। কিন্তু আপুনি কিছুমান সাংঘাতিক *'মাৰ মাৰিলেও'* সৰকি যাব পাৰে। কিয় কথাই প্ৰতি আমি যে কওঁ **'গুলি মাৰ'** (মাৰোগুলী) বা 'আপুনি কি মানুহহে! আপুনি মানুহ **মাৰি দিব হে'**— কাৰ গাত লাগেনো!

এই ধৰণে অসমীয়াই আৰু যে কিমান প্ৰকাৰে ক'ত, কিহত, কাক নামাৰে। **ৰেপ মাৰ্, লব মাৰ, হাঁহি মাৰ্, টিপ্পনী মাৰ্, কাণ মাৰ্** (কাণ সলা), **গড়/কোঁঠ মাৰ** (দুৰ্গ নিৰ্মাণ কৰ), **গোটা বা হাৰি মাৰ** (জন্তুৰ দুই ঠেং জুঁটি দি গুটিয়া মাৰ), **মোটাৰি মাৰ্** (ডাঙৰ টোপোলা বান্ধ), **মোচোৰা মাৰ্** (হাতেৰে ধৰি পকা), **ফোৰ মাৰ্** (সেৰেঙাকৈ পোনে পোনে সিয়নি মাৰ্), **গোছ মাৰ্** (ভুঁই ৰো), **শোহা মাৰ্, ঘুম মাৰ** (মূৰে-গায়ে কাপোৰেৰে ঢাক্), **ঘেটা মাৰ্** (কোনো কামলৈ বুলি যাওঁতে বাটত ইটো-সিটো চাই, অ'ত-ত'ত সোমাই সময় নষ্ট কৰ্), **ঘেতা মাৰ্** (খৰ-বাজনা বজা, অন্ত কৰ্), **ঘেঁতা মাৰ্** (বহুত লাভ কৰ), **মোটোকা মাৰ্** (উদ্গতি কৰিব নোৱাৰাকৈ হেঁচি ধৰ্), **কাঁড় মৰাদি মাৰ্, কাণ ভাল মাৰি থোৱাকৈ মাৰ্** অথবা **জাকি মাৰি উৰ্, খোঁচ মাৰি ধৰ্, কাণ সৰালি মাৰি শুন্** (গোপনে **টলকা মাৰি শুন্**), **ঘোপ মাৰি ধৰ্, খৰচি মাৰি, কানে কান মাৰি, মাৰি-মুৰি** (সকলোকে ধৰি), **মৰা-পিটা কৰ্** (ধনৰ সলনি বয়-বস্তুৰে পৰস্পৰে ধাৰ সুজ্) ইত্যাদি **মাৰণ, মাৰি, মৰাৰ** অত্যাচাৰত অসমীয়া ভাষাৰ মূৰত **মাধমাৰ পৰিছে**। এনেকৈ **মাৰিব লাগিলে** অসমীয়া ভাষা এসময়ত নিজে মৰণ ফান্দত পৰিব লাগিব। অসমীয়া ভাষাৰ **বোঁৱতী সুঁতি গোট মাৰি** গতিৰুদ্ধ হ'বলৈ কেতপৰ?

ভাগ্যে যেনিবা কিছুমান ক্ষেত্ৰত আৰু আন কেতবোৰ কৰ্মত অসমীয়াই লাহে লাহেকৈ হ'লেও মাৰিবলৈ এৰিছে। এই ধৰক আগতে ধাৰ ল'লে ধাৰ মাৰিছিল; আজিকালি অসমীয়াই ধাৰ ল'লে 'ধাৰ নামাৰে' বৰঞ্চ '*টকাহে মাৰে*'। (মাৰোৱাৰীৰ কিন্তু *টকা মাৰিব* নোৱাৰে, বাৰোৱাৰী ব্যৱস্থাৰে মাৰ বান্ধি থকাৰ বাবেই হ'বলা!))। আজিকালি অসমীয়াৰ লাজ-চৰম বহুত কমিছে বাবেই নেকি! আগতে তিৰোতাসকলে আবুৰকৈ মেখেলা-চাদৰ পিন্ধাৰ পিছতো ৰিহাৰে সৰ্বাংগ ছাটি মাৰি লৈছিল। গাঁওৰ তিৰোতাবিলাকে মেথনি মাৰি লৈছিল। পুৰুষেও গোমচেঙৰ চোলা-ভুনিৰে গা ঢাক খোৱাকৈ পিন্ধাৰ উপৰিও খনীয়াৰে গা ছাটি মাৰি লৈছিল। বৰ্তমান বুটামৰ সলনি সহজে খোলা-মেলা কৰিব পৰা চেইন বা হুক লগোৱা টি-চাৰ্ট, শ্লিপলেছ টপ, জীনছৰ চাৰ্ট থকা সত্বেও সেইবোৰ মাৰিবলৈ আজিৰ ৰোমিঅ'-জুলিয়েটহঁতে বৰ বেছি মন-কাণ নকৰে। কটা-ছিঙা কৰা ডাক্তৰসকলেও আগতে শৰীৰৰ লগত মিলি যোৱা প্লাষ্টিকৰ সূতাৰে ৰোগীক '*চিলাই মাৰিছিল*' বুলি শুনিছিলোঁ। আজিকালি সকলো পেচেণ্ট আৰু গাৰ্জেনৰ মুখত কেৱল '*চিলাই পৰা*'ৰ কথাহে শুনো। কিবা-কিবি অখাদ্য খাদ্য খুৱাই, অকৃতকৰ্ম কৰাই, অগম্য গমন, অকথ্য কথন, অশ্ৰাব্য শ্ৰৱণ, অদৃশ্য (অশ্লীল দৃশ্য?) দৰ্শনত লিপ্ত কৰাই জাত মৰাৰ কথাতো আপুনি ভাবিবই নোৱাৰে— সকলোৱে 'তই হাৰীত খাইতী মই গৰু চোৰ'।

এই যে অসমীয়াই পাশ্চাত্যৰ মোহত পৰি তাহানি কালৰ কিছুমান 'মৰা' কাৰ্যৰ পৰিবৰ্তে নানা ধৰণৰ কাৰ্য কৰিবলৈ মন মেলিছে সেয়া ভাললৈ হোৱা নাই দেই বা— কৈ থৈছোঁ এথোন। কেলৈ তাহানিতে ৰজা-মহাৰজাই আনকি ব্ৰিটিছ সম্ৰাজ্ঞীয়েও ৰূপ মাৰি, মোহৰ মাৰিয়ে দেশৰ বিত্ত নীতিৰ নিয়ন্ত্ৰণ কৰা নাছিল নে? আজিকালি মিণ্টত ৰিজাৰ্ভ বেঙ্ক যোগে টকাৰ নোট প্ৰিণ্ট কৰে অৰ্থাৎ ছপায়। ফলত অলিয়ে-গলিয়ে লাখ হিচাপত ফেক নোট (fake note) বা জালনোটৰ চলতি হয়। আনকি ষ্টেট বেংকৰ ATM তো তেনে নোটৰ ওৱাদানি হয়। সেইদৰে প্ৰাচীন কালৰ ৰজা-মহাৰজাই শিল মাটিৰ কোঁঠ মাৰিয়ে শতৰুক স্থায়ীভাৱে বাধা দিব পাৰিছিল। ধৰ্ম গুৰুসকলে বালিচৰতে চাবি খুঁটি মাৰি চৰুত চাউল বহুৱাই ভূ-ভাৰতত পৰাকাষ্ঠাভাৱে ধৰ্মৰ বেহানি মেলিব পাৰিছিল। আজিকালি অতন্দ্ৰ প্ৰহৰীৰে পৰিবেষ্টিত একোটা সুৰক্ষিত ৰাজধানী /ৰাষ্ট্ৰপতি ভৱন/সাংসদ ভৱন/বিধান সভা স্থাপন কৰে বা পাতে, দুৰ্বেধ্য বুথ/চাউনি/শিবিৰ/কেম্প পাতে; কিন্তু সকলো ফুটুকাৰ ফেন— এক বা এডজন জেহাদী বা আত্মঘাতী বোমাৰুৰ হাতত মিনিটতে ধূলিসাৎ হৈ যায়। লাখ টকা বাজেটেৰে ধৰ্মসভা, সত্ৰানুষ্ঠান, সংঘৰ সভা পাতে কিন্তু ধৰ্মীয় বিসংবাদ (এই ধৰক শংকৰ বিভ্ৰাট) কমক চাবি বাঢ়েহে। খুবসম্ভৱ আজিকালিৰ দিনত কাৰো ভাগৰ নমৰি আৰু কোনেও ভাগৰ নামাৰি *মাথা মাৰি'* দিনৰাত বেষ্টলেছ হৈ যে থাকে

ইও কেতবোৰ কাৰকৰ এটা। সেয়েহে এই নিগমে মৰা, গচকত মৰা, নাখাই মৰা নিবন্ধকাৰে কাবো পৰি মৰা ভকত নহ'লেবা কৈ মৰা জটায়ু হ'বলৈ নগৈ নিলগৰ টৌ নিলগতে মাৰ নিওৱা প্ৰতিবিধান মনত ৰাখি বহু ভাংকোপ মৰা আৰু বুকু হান মৰা কথা কৈয়ো কানে কান মাৰি হয়ভৰ দিয়াকে ভৰসা কৰি আপোনালোকে *পাবলিক মাৰ দিবলৈ* নৌপাওঁতেই খুজি মাৰ খোৱাৰ পৰা (খুজি কিল খোৱাৰ পৰা) যে বাচি আহিলোঁ, তাৰ বাবে বহু বহু ধন্যবাদ। তথাপিও যদি জ্ঞাতে বা অজ্ঞাতে অপ্ৰিয় সত্য কথা কৈ, কাৰোবাৰ ওচৰত জেঙা লগাই, জগৰ লগাই থৈছোঁ তেন্তে তাৰ বাবে আপোনাসবৰ চৰণত পৰি জগৰ মাৰিবলৈ অথবা জেঙা মাৰিবলৈ ৰাজী আছোঁ— ঠিক সোণোৱাল কছাৰী জনগোষ্ঠীৰ দৰাঘৰে কইনা ঘৰৰ ওচৰত জেঙা মৰা বিয়াত কৰাৰ দৰে।

এতেবেলি যি হ'বৰ হৈছে চাগৈ '*মাৰ মাৰেই*' হৈছে। আপোনালোকে এতিয়া কাটিলে কাটক বা 'মাঁৰিলে মাৰক'; মই হ'লে 'মৰিলেও মৰ কামোৰ নেৰিছোঁ' দেই!

(বিঃ দ্ৰঃ ডাঠ আখৰে অসমীয়া জতুৱা ঠাঁচ খণ্ডবাক্য, ইটালিক আখৰে ইবিলাকৰ চলতি প্ৰয়োগ আৰু তৰা চিহ্নিত শব্দই ভুল প্ৰয়োগ সূচাইছে।)



## তিনি

# অসমীয়াৰ দিয়া-থোৱা নহয় ক'ত?

আক্ষৰিক অৰ্থত অসমীয়াত দিলে (যদি কোনোবাই হস্তান্তৰ বা সমৰ্পন কৰে) তেন্তে পাব লাগে (অৰ্থাৎ আন কোনোবাই পোৱাটো খাটাং)। সেয়েহে সকলোৱে বিনা পইছাত পালে (তাৰ মানে কোনোবাই দিলে) বিনা বাক্যব্যয়ে লৈ থয়; ঠিক যেনিবা বাঙালীত কোৱাৰ দৰে— 'মাগানায় পালে আলাক্‌টাৰও খাওয়া যায়।' আনহাতে অংকৰ ফৰ্মুলা মতে (জমা-খৰচৰ অংক মতে) জমা ধনৰাশিৰ পৰা খৰচ কৰিলে (কষ্টোপাৰ্জিত ধন বিনা কাৰণততো কোনেও নিদিয়ে; ইহকালত নাপালেও পৰকালত পাবৰ বাবেহে দিলে দিয়ে) তহবিলত ঘাটি পৰে। কিন্তু অসমীয়া ভাষাৰ অফুৰন্ত খণ্ডবাক্য-কোষৰ প্ৰভাৱত আমি অসমীয়াই হাত ধৰি নচলাকৈ দুই হাতে বিলাই দিলেও, চকু মুদি দি থাকিলেও দিওঁতাৰ একো হানি-বিঘিনি অৰ্থাৎ হৰণ-ভগন নহয়। আমি অসমীয়াই কথাই প্ৰতি য'তে-ত'তে যাকে-তাকে আমাৰ ইষ্টগুৰু বোম বোম ভোলানাথে 'তথাস্তু' 'তথাস্তু' বুলি বৰ দি ফুৰাৰ দৰে জাতি-অজাতি বাচ-বিচাৰ নকৰাকৈ কথা দিয়ে থাকো; কিন্তু তাৰ ফলত জানো আমাৰ কিবা ক্ষতি হৈছে। নাই হোৱা, বৰঞ্চ পাইছোঁহে।

ভূমিপুত্ৰ জনজাতিসকলক বা চাহ শ্ৰমিক আদিবাসীক স্বায়ত্ত শাসন কিম্বা জনজাতিৰ মৰ্যাদা দিয়াত অসম চৰকাৰে (ক্ষমতাত যি দলেই নাযাওক কিয়) কৃপণালি নকৰাৰ দৰে আমিও ভাষাৰ লেন-দেনত (অৰ্থাৎ দিয়া-থোৱাত) লওক ছাবি দিয়াত একো এটাই ভাবিব নালাগে। এই জনমত দিলে অৰ্থাৎ দিয়া-থোৱা কৰিলে পৰজনমত

পায় বুলিও সান্ত্বনা লভিব নালাগে। বিশেষকৈ যি মুহূৰ্তত দিয়া হয় প্ৰায় সেই মুহূৰ্ত্তত, ইলেকচনৰ আগে আগে হ'লে দিয়াৰ পিছতে যি বিচাৰিছিল সেয়ে পায়— প্ৰথমে ক্ষমতা, তাৰ পিছত গাদী, ধন-জন, গাড়ী-বাৰী-নাৰী, জেড্প্লাছ চিকিউৰিটি এফালে দিবা আনফালে ল'বা। ঠিক যেনিবা হিন্দী ছবিৰ ডাইলগত কোবাৰ দৰে 'পায়ছা ফেঁকো দুনীয়া লুটো।' আজিকালি সেয়েহে চৰকাৰে নেতা-পালিনেতাক চাকৰি বেচাৰ ঠিকা দিয়ে। মন্ত্ৰী বিধায়কেও সেয়ে চাকৰি দিয়াৰ নামত আগতীয়াকৈ কমিচনৰ নামত ঘোচ খায়। অৱশ্যে বিৰোধী দলে গম পাব লাগিলে কৰ্টযোগে *injuction দি বাৰ বজাই দিয়াৰ* নজিৰ আছে। এতেকে এয়াৰচেলৰ জনপ্ৰিয় হিন্দী প্ৰবচন 'ৰদা ৰহা'ৰ সমাৰ্থক জবান বা কথা দিয়াততো কাৰো আপত্তি থাকিব নালাগে। ধৰ্ণা দিয়া, *আলটিমেটাম দিয়া,* ক্ষণে মুৰ্দাবাদ ক্ষণে জিন্দাবাদ বুলি শ্লোগান দিয়াতো যেন-তেন *অসম* তথা *ভাৰত বন্ধ (bandh) দিয়াটো* তেনেই সহজ কাম। প্ৰেছমীট পাতি প্ৰেছ বিজ্ঞপ্তি দিয়ক বা নিদিয়ক পেপাৰত সাধাৰণ এটা বিবৃতি দি দিয়ক, ই মেইল এড্ৰেছ থাওক বা নাথাওক, ইণ্টাৰনেটত *কল দি দিয়ক* লগে লগে বন্ধৰ সফল সমাপ্তি; হয় যদি হওকে দুয়ো পক্ষৰ অজ্ঞাতে সাধাৰণ নাগৰিকৰ লটি-ঘটি। বহু বহু অঞ্চল (নগৰাঞ্চল-চহৰাঞ্চল/চৰাঞ্চল-গ্ৰাম্যাঞ্চল-*বাৰ্ডাঞ্চল), বহু বহু পন্থী (উগ্ৰ-*ব্যগ্ৰ, ভিতৰ-বাহিৰ, নৰম-চৰম/*গৰম),বহু বহু দল-উপদলৰ মাজত দুৰ্বাদল কাজিয়া (অৰ্থাৎ দৃষ্টিৰ সগোচৰে তীব্ৰ দাংগা হাংগামা) কিন্তু ভিতৰি ভিতৰি সকলো হিয়া-দিয়া-নিয়া।

এই টিপ্ছ (tips) বা কিটিপটো (policy) কিন্তু আনক অন্ধভাৱে অনুকৰণ কৰিবলৈ ভাল পোৱা অসমীয়াৰ নিজা নহয়; তাহানিতে সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা আহি সোৰোপা অসমীয়াক শাসন কৰা বগা বঙাল অৰ্থাৎ ইংৰাজ চাহাব সকলৰহে। তেওঁলোকে give and take policy অৰ্থাৎ 'দিয়া-লোৱা নীতি' প্ৰৱৰ্তন কৰি প্ৰায় ডেৰশ-দুশ বছৰ নিষ্কণ্টভাৱে ভাৰতৰ লগতে অসমকো শাসন কৰি গ'ল। এই সময়ছোৱাত তেওঁলোকে আমাক কি নিদিলে-কানি বৰবিহৰ পৰা ভাই-ভাই ঠাই-ঠাই কৰা দলীয় ৰাজনীতি লৈকে, ওপজা দেশৰ মাটিৰ লগত নুশুজা পাশ্চাত্য ধ্যান ধাৰণা, ধৰ্ম-কৰ্মৰ পৰা ভাষা-কলা-সংস্কৃতিলৈকে বিহগুটি দিয়া দি বিষবাষ্প মেলি থৈ গ'ল। সেইদৰে দিলে যিমান নিলেও তাতকৈ বেছি— হীৰা ওকলা ভাৰতৰ মাটিৰ পৰা সোণা-চান্দি, লোহা-মাৰ্বল, চূণ-চিমেণ্ট আৰু লুণীয়া সাগৰৰ মণি-মুকুতা, লোণ আদি সাত মাণিকৰ ধন সকলো লুটি লৈ গ'ল। কালা আজাৰ আৰু মেলেৰীয়া আক্ৰান্ত অসম মুলুকৰ পৰাও লাইন প্ৰথাৰ দোহাই দি ভিতৰি ভিতৰি পাইপ লাইন বহুৱাই খাৰুৱা তেল (পনীয়া সোণ), কয়লা (ক'লা সোণ), চাহপাত (ক'লা চাহ/black tea) আদি চুঁচি-মাজি লুটি লৈ গ'ল। ঠিক আমি অসমীয়াই বিচৰা 'সোণৰ অসম'ৰ পৰিবৰ্তে কেন্দ্ৰীয় চৰকাৰে 'মাটিৰ অসম'খনকে লৈ 'দিয়া-লোৱা'ৰ ৰাজনীতি

কৰাৰ দৰে। তাহানিতে ব্ৰিটিছৰ বিশ্বকবি ৰবি ঠাকুৰ প্ৰভৃতিৰ জৰিয়তে 'মৈত্ৰী দেশকী ধৰতী উগ্‌লে হীৰে মিট্টি' বুলি ভাৰতী আইৰ জয়গান গোৱাই ভিতৰে পিতল খুন্দা দিয়া' ৰীতিৰ দৰে। অৱশ্যে এইবোৰ দেখি-শুনি ক'লা ছালৰ দেশৰ পৰা অহা নঙঠা ফকিৰ স্বৰূপ গান্ধীয়ে দাণ্ডিযাত্ৰা, লোণ আইন অমান্য আন্দোলন, বিদেশী বস্ত্ৰ ত্যাগ আদি কাৰ্যসূচীৰে হৰতাল, আজিকালিৰ ভাষাৰে ধৰ্ণা দিয়া ৰাজনীতিৰ সূত্ৰপাত কৰিছিল। থাওক সেইবোৰ সাধাৰণ মানুহৰ (common people) অসাধাৰণ কথা, পল চায়েঞ্চ (political science) বা ইণ্ডো-হিষ্টৰ (Indian History) কথা— 'তেহে অনা গালৈ দেলে।'

দি বা নিদি অৰ্থাৎ দি পেলাই আৰু নিদিয়াকৈও যে খেনোৱে *ৰাতাৰাতি ক্ৰোড়ৰপতি বনি যায়,* খেনোৱে পৰ্বত প্ৰমাণ ধন ঘটিব পাৰে তাৰ প্ৰমাণ বেলেগে আৰু কেনৈ লাগিছে। এনে ঘটনা অসম মুলুকতে এই ধৰক আমাৰ দৰে কলম পিহা লেখকমখাৰ সৈতেতো বুক ফেয়াৰৰ আগে আগে প্ৰতিবছৰে হৈয়ে থাকে। প্ৰকাশকে ৰয়েল্টিৰ নামত সামান্য আগধন দিয়ে কি নিদিয়ে (agreement অনুযায়ী) কিন্তু লেখকৰ পৰা আগধৰি মবাইল কোম্পানীসমূহে lifetime *কানেকচন দিয়াৰ* দৰে 'জীৱন ভৰ' স্বত্বাধিকাৰ (কপি ৰাইট) হ'লে কাঢ়ি লয়। তাৰপিছত আপোনাৰ খেলা খতম বা খেল চলাই থাকিলে খেলা খুব জমিব। আপোনাৰ দৰে নিমাখিত আৰু কিছু পৰিমাণে লাজুক, ভাবুক কিন্তু সাংঘাতিক আৱেগিক লেখকে প্ৰকাশকক লগ পাবলৈ ত্ৰিসন্ধ্যা যাজন কৰক অৰ্থাৎ খাপ দি *থাকক* বা বোন্দা পৰ দি *থাকক,* থিয় দি থাকক বা মূৰে-কপালে হাত দি থাকক, 'লেখক হোৱাটোৱে পাপ' বুলি ভাগ্যকে দোষ দি থাকক বা 'লটাৰীত ধন লগা দি কেতিয়াবা পুৰস্কাৰ আদি হঠাতে পাই যাবও পাৰোঁ' বুলি প্ৰলোভনক প্ৰশ্ৰয় দিয়ে থাকক তাত কাৰো একো আহে বা নাযায়। দেখি-নেদেখি লেখি লেখি কাছই বালিচৰত ছপোন-ছুঅঁৰা কণী পৰা দি প্ৰকাশকে আপোনাৰ গ্ৰন্থখন হাজাৰ দহহাজাৰৰ হিচাপত এডিচনৰ পিছত এডিচনকৈ মাৰ্কেটত উলিয়াই দি থাকিলেও আপোনাৰ সাধ্য নাই ষ্টক চেক কৰাৰ। আপুনি যি পালে ভাগ্যৰ বলত এবাৰেই পালে আৰু যে কেতিয়াবা পাব সেই কথা নাভাবিবই (ব্যক্ত কৰিলেতো কথা বিষমেই)। প্ৰকাশকে কেনেবাকৈ গম পাব লাগিলে আপোনাৰ আশাতে চেঁচা পানী ঢালি দিব, আৰু ঠোঁট মুখ চেলেকি এনে সাহিত্য-সাধনাৰ নামত এচলু পানী দিয়াৰ গত্যন্তৰ নাথাকিব। ইয়াৰ ব্যতিক্ৰমো নথকা নহয়। আমাৰ মাজৰে কিছু নামী-দামী আৰু ধুৰন্ধৰ (অৰ্থ উৎকৰ্ষ যোগে ভাল অৰ্থত) লেখক বা বুদ্ধিজীৱি আছে যিসকলে এটা প্ৰেছ কপিকে নাম সলাই দহজন প্ৰকাশকক পঢ়ি চাৰ দি ভালৰি লগাই এককালীন ৰয়েল্টি লৈ কিস্তি মাৎ কৰি থয়। ৰ'ব ৰ'ব কথাটো একপক্ষীয়ভাৱে চালেই নহ'ব নহয়। এনে কিছু নোমটেঙৰ প্ৰকাশকো আছে যিসকলে ৰাতিটোৰ

ভিতৰতে সাহিত্যৰ নামত শূন্য অথচ একো একোজন দিগ্‌গজ কবি, সাহিত্যিক হ'ব বিচৰাসকলৰ পৰা আগতীয়াকৈ, বিয়া কৰাব লগা জোঁৱায়েকে যৌতুক লোৱাৰ দৰে বুলিৰ পৰা পঞ্চাশ শতাংশ আমানত ধন (guarantee money) আদায় কৰি লয়। এয়া তাহানিৰ জীয়েক দি জোঁৱাই ঘটা আৰু বৰ্তমানৰ *'ডাউৰি'* (dowry) দি জামাদ ধুন্দা'ৰ দৰে কথা নহ'লনে। অৱশ্যে ইয়াৰ ব্যতিক্ৰমো নথকা নহয়; কথাই আছে নহয় 'ফেঁচালৈ ফেঁচী ইন্দ্ৰলৈ শচী'। বহুতে এতিয়াৰ লীভ টুগেদাৰ অৰ্থাৎ মুক্ত সহবাসৰ দিনত *লাইন দি, ডেটিং দি, মবাইল নাম্বাৰ দি (মিছকল বা এছ এম এছ* দিবৰ বাবে নহ'লেও) সময় অপব্যয় নকৰি মৰম দিয়া, জান প্ৰাণ দিয়া, হিয়া-দিয়া-নিয়াতো বাদেই পাৰিলে এজনক কথা দি আন এজনক মনক বাদ দি দেহৰ সৰ্বস্ব দিবলৈ অৰ্থাৎ মাইনাচ মন প্লাচ দেহো দিবলৈ *ট্ৰায়েল দিয়ে*। কি কয় হেৰি হে আজিকালিৰ ভাষাত ইণ্ট্ৰি নে ছেৰ্ণ্টি দিয়া বৰকৈ চলা *চেনী দিয়া* আৰু খোৱাও এই ধৰণৰ কাৰ্যই ছাগে? –

বিয়াৰ কথা ওলাল যেতিয়া, এতিয়া বিয়াৰ কথাকে পাতোঁ। জনম দিয়া সন্তানটি যদি আপোনাৰ কন্যা হয় তেন্তে আপুনি জীৱনভৰ পুহি ৰখাটোৱে উত্তম। বিয়া দিওঁতে বিশেষকৈ ৰভা-পৰলা দি, হেণ্ডাৰ দি আদৰি অনা দৰাটোক আয়তীৰে উৰুলি-জোকাৰ দি, আমসাৰ-চাকিসাৰ দি, দৈয়ন দি; ব্ৰাহ্মণৰ হতুৱাই হোম পোৰা দি, লগুণ গাঁঠি দি যেতিয়া দৰাৰ লগত ছোৱালী উলিয়াই দি পঠাব তেতিয়াতো বেঙ্গুলী মাৰোৱাৰী নিয়মেৰে অতিকমেও সাত তোলা সোণৰ গহনা, সাত মাণিকৰ ধন (সাত লাখটকীয়া গাঁড়ী, সাতখলপীয়া/সাততালা ফ্লেট নুখুজিলেও) *দহেজ দি* পঠাবই লাগিব। পোৱাৰ ভিতৰত আপুনি পাব পাৰে— দৰাঘৰীয়াই দি পঠোৱা তেলৰ ভাৰ বা জোৰোণ সিয়ো আপোনাৰ গৃহতহে হ'ব অতিথি আপ্যায়ণৰ সমস্ত আয়োজন— একেবাৰে দস্তুৰমত পৰৰ মূৰত টেক্কা মাৰি খোৱা কাৰবাৰ এইটো। দৰাঘৰীয়া হ'লে মস্তিয়ে মস্তি শুই থাকক মাৰি ফস্তি। আপুনি ঘৰ পাতি দিয়ক তাক আৰু সি জোঁৱাইটো হৈ আপোনাৰ জীক দি থাকক দহেজ বিচাৰি নিৰ্যাতনৰ উপৰি নিৰ্যাতন। *তালাকেই দিয়ক* বা কেৰাচিন ঢালি (আজিকালি গেছ চিলিণ্ডাৰত) *জ্বলায়েই দিয়ক*, পাৰ্টি আদিত ওপৰবালাক *সঙ্গসুখ দিয়াৰ* পাক্কা বন্দবস্তত ভদ্ৰ গণিকা সাজিলেও সাজক, শাহুৱেকৰ ঘৰৰ নিকিনা গোলাম/বান্দী হৈ মৰিলেও মৰক বা সন্তান উৎপাদনৰ আহিলা স্বৰূপ হৈও পৰক; তাত আপোনাৰ কিহৰ আক্ষেপ কিম্বা হস্তক্ষেপ। কেলৈ তাহানিতেই কৈ যোৱা নাই জানো— 'জোঁৱায়ে নিলেও নিয়া যমে নিলেও নিয়া' বুলি। আপুনিও কপাল চপৰিয়াই ভাগ্যক দোষ দি সান্ত্বনা লভিব নালাগে— ৰিংটোৰ ৰাটত নিদি পাৰিলে নেদেখা-নুশুনা অজাস্তি মুলুকলৈ দিয়ক। তেতিয়া অন্ততঃ আপোনাৰ ছোৱালীয়ে মাথো বিনাব (এতিয়াৰ দিনত ফোনৰ জহত কাণত কুনকুনাব) "কাম

চৰাইৰ ৰঙা ফোঁট পিতাদেউ ঐ পিতাদেউ ঐ দুবৈকে নিদিবি (দিলি) মোক।" শাও *দে-শপত দে*, গালি *দে-গৰিহনা দে*, গোচৰকে দে বা বিচাৰকে *দে*— আপোনালোকৰ হৈ কিন্তু কোনেও আহি সাক্ষী-প্ৰমাণ নিদিব। আপোনাৰ বিয়ে-বিয়নীয়ে ঘৰে-ঘৰোৱাহে সকলো লাজকাল দি গম্ভীৰ নিদ্ৰাত থাকিব যেতিয়া ওচৰ-চুবুৰীয়াইতো *বাপ বাপ মানি* ফৰিং চিটিকা দিবই। আপুনি জেলে দিব নে জৰিমনাই দিব; আপুনি নিৰ্ঘাত পিছৰটোৱে অৰ্থাৎ জৰিমনাই দিব লাগিব। কিয় দিব লাগিব তাকে বুজাই দিছোঁ ৰ'ব।

আপুনি কোৰ্টত *কেচ* বা বিচাৰ দিলে আপোনাৰ অৰ্থব্যয় নহ'ব জানো— নাই নাই বুলিলেও আপুনিতো উকীলক হাজাৰটকীয়া ফিচ দিবই লাগিব। তেন্তে এক কথাত ক'বলৈ গ'লে তেওঁলোকেহে পদকীয়া হৈ আপোনাকে (গুচৰীয়াক) ওলোটাই জৰিমনা বিহালে অৰ্থাৎ অৰ্থদণ্ডৰে দণ্ডিত কৰিলে। গুচৰীয়া হৈ আপুনি পদকীয়াক জেলত দিয়া (ভৰোৱা) পিছৰ কথা। তেওঁলোকে আগতীয়াকৈ জামিন লৈ আপোনাৰ আগততো বাদেই পুলিচৰ চকুতো ধূলি দি ঘূৰি ফুৰিব। তেন্তে 'জেল-জৰিমনা দিয়া' কথাৰ অৰ্থভেদ কৰিলে জেল খটা, জেল খোৱা বা জেলত যোৱা আৰু ফাইন ভৰা বা দায়-দণ্ড দিয়া ব্যক্তি একেজন নহৈ বেলেগ বেলেগহে হ'ল দেখোন! এইটো পৰস্পৰ বিৰোধী মন্তব্য (contradictory version), সম্পূৰ্ণ ওলোটা কথা-সুমেৰু আৰু কুমেৰু নতুবা ধনাত্মক আৰু ঋনাত্মক আধানৰ দৰে বৈপৰীত্যধৰ্মী কথা। এনে অপৰাধৰ বাবে খেনোৱে খেনোক *জেল*(ত) *ভেজাব* অৰ্থাৎ পঠাব পাৰে (সেয়াই জেলত দিয়া); জৰিমনা কিন্তু কম-বেছি পৰিমাণে প্ৰত্যেকে '*দেনা পৰেগা*' অৰ্থাৎ দিব লাগিব।

এই লৈ অৱশ্যে আপুনি ব্যাকৰণৰ শ্ৰেণীত এঘণ্টা অতি সহজে বক্তৃতা *(lecture)* দিব পাৰে; কিন্তু পাঠদান বা class হ'লে *দিব নোৱাৰে— ল'ব বা কৰিবহে পাৰে; 'চেকনীৰ আগত বিদ্যা' বুলি শিক্ষা *(lession)* দিয়াতো তল খাপৰ ক্লাছবোৰতো কাহানিবাই উঠি গৈছে। আজিকালি অধ্যাপক-অধ্যাপিকা বা বিষয়-বিশেষজ্ঞসকলে এই ধৰণৰ বিষয় লৈ seminar ত *paper দিয়ে*, সাহিত্য সভা আদিত ভাষণ দিয়ে, বাতৰি কাকতত সম্পাদকলৈ মুকলি চিঠি দিয়ে। আলোচনা চক্ৰত উত্থাপিত প্ৰশ্নৰ সঠিক উত্তৰ হ'লে কম মানুহেহে দিব পাৰে। ৰাইজৰ উদ্দেশ্যে মুকলি কৰি দিয়া বাতৰি কাকতৰ বিবৃতিবোৰক সেইদৰে কম মানুহেহে গুৰুত্ব দিয়ে। অৱশ্যে সভাবোৰত হ'লে বুজক বা নুবুজক (learned/ auguest body)-য়ে সভ্য (member) হোৱাৰ স্বাৰ্থতে *clap* হ'লে *দিবই দিব*, ঠিক সাধাৰণ মানুহে *হাত তালি দিয়াৰ* দৰে। এনেবোৰ বিষয়ত হাত দিলে (ভুলতে কোনেও এতিয়ালৈকে *ভৰি দিয়া নাই কিন্তু) আপুনি কিন্তু নিগমে মৰিব। একিল

খাই একিল দিওঁ বুলি পূজা-বিহু সংখ্যাৰ বাবে সম্পাদকে আপোনালৈ লিখনি বিচাৰি চিঠি নিদিব (যোনো নকৰিব), আপুনি কবি গল্পকাৰৰ আড্ডাত যোগ দিব নোৱাৰিব আৰু সাহিত্যসভাৰ ৰথী-মহাৰথীৰ ঘৰতো ভৰি দিব নোৱাৰিব। সেয়ে নিজৰ খাই লৈও আন বুলি নাভাবি আপোনাৰ কাণত মন্ত্ৰ দি (এটাকে) থওঁ— আপুনি অইনত মন দিওক, চকু দিওক বা কাণ দিওক এইবোৰ বিষয়বোৰত পিঠি নিদিলেও হাত কিন্তু মুঠেই নিদিব। আপোনাক লিখিত জাননী নিদিলেও *notice নিদিলেও*, এই বিষয়ে কোনো *বিজ্ঞাপন* বা *advertisement নিদিলেও* আপুনি তেওঁলোকৰ চাৰ্কেলত বা লবিত অনিমন্ত্ৰিত (unexpected), অপাংক্তেয় (aviọded) হোৱাৰ লগতে তেওঁলোকৰ সম্পাদনাত প্ৰকাশিত সকলোবোৰ সাহিত্য আলোচনীত আপোনাৰ প্ৰবন্ধ-নিবন্ধ একেবাৰে নেচেল। আপোনাৰ মুখত সোপা দিবলৈ ইয়াতকৈ আৰু ভাল উপায় কি লাগিছে। আপোনালোকে হয়ভৰ দিওক বা নিদিওক আমি কিন্তু মৰণত শৰণ দি বা মৰজাহ দি হ'লেও এইবোৰকে লিখি আছোঁ আৰু লিখি থাকিম; কাকো *পাত্তা নিদিওঁ*, কাকো লাই নিদিওঁ, কাকো কিবা ক'বৰ সুবিধা নিদিওঁ। উপযুক্ত সময়ত জোকৰ মুখত চূণ দিম, চুঙা চাই সোপা দিম। সকলোৰে মুখা খুলি দিম, গোমৰ ফাক কৰি দিম। একো কৰিব নোৱাৰিলেও চাঙত তুলি ধোঁৱা দিম খোৱা পানীৰ পুখুৰীত বিহ ঢালি দিম, *জিনা হাৰাম কৰি দিম*। এইবোৰকে ছাগে আগৰ জামানাৰ মানুহে বুলিছিল 'একিল খাই একিল দিয়া' অথবা 'গালি দি গালি খায়/নেমাতিলে একো নাই।' আপোনালোকক আৰু কি কৈফিয়ৎ দিম। আপোনালোকক *advice দিবলৈ* মইতো আপোনালোকৰ দৰমহা ভোগী legal adviser নহওঁ। বিনা কাৰণত উপদেশ দিবলৈ যোৱা আৰু শিয়ালে হোৱা দিয়া একে কথা। আমি হ'লোঁ গোৱালপৰীয়া। আমাৰ স্বভাৱে, 'আজি দিম কালি দিম ডিমা পাৰি দিম' লেখীয়া। আপোনালোক ছাগে উজনীয়া। সেয়ে কথাৰ পাক সাত ভঙ্গীয়া। 'কথা এৰি কথা দিয়া' নতুবা 'কথা দি কথা লোৱা' কিটিপটো আপোনালোকৰ বাপতীয়া। এনেয়ে জানো কয়—

'ছিয়া বৰযুণ, লি-লিয়া জোক কথা এৰি কথা দিয়া উজনীয়া লোক।'

আনহাতে টিপচী চৰায়ে বাজিত হাৰি টোৰা কাউৰীৰ হাতত মৃত্যু নিশ্চিত জানিও কথাৰ পাকতে ওলোটাই টোৰাকাউৰীকহে মৃত্যুৰ মুখলৈ ঠেলি দিয়া আপোনলোকৰ মাজত প্ৰচলিত সেই পটন্তৰধৰ্মী সাধুকথালৈ মন কৰকছোন।

দে খন্তি কাটো ঘাঁহ, খুৱাওঁ গৰুক
ওলাওক গাখীৰ, খুৱাওঁ কুকুৰক, বান্ধক বল,
মাৰক ম'হ।
নিওঁ শিং, খান্দো মাটি

দিওঁ কুমাৰক, গঢ়ক মাটি
তোলোঁ পানী, পখালোঁ ঠোঁট
ভোজন কৰোঁ টিপচী গোট।'

ইয়াত দেখিছোঁ অকল দিয়া আৰু নিয়া অৰ্থাৎ খোজা-বঢ়া কৰা আৰু হাত-পাতি লোৱাৰহে দস্তুৰ। কোনো প্ৰতিদান নিবিচৰাকৈ আটায়ে ইজনে-সিজনৰ মাজত বস্তু দিয়া-থোৱা কৰিছে। বেচেৰী টোঁৰা কাউৰীয়ে টাকুৰি ঘূৰা দি ঘূৰি, পখিলা উৰাদি উৰি আৰু ওচৰলৈ গৈ এটাৰ পিছত আনটো কৈ শেষত জুই মগাই আনিলে কিন্তু সেই জুয়েই তেওঁৰ কাল হ'ল। আটাইতকৈ তাজ্যব মানিব লগীয়া কথাটো হ'ল, ইয়াত ব্যঞ্জিত লোক-কবিৰ কাব্যিক খেল বা অন্ত্যাক্ষৰী লেখীয়া ভাষাৰ খেলটোহে—

সাগৰলৈ নিবেদন—

"দে পানী, পখালোঁ ঠোঁট।
ভোজন কৰোঁ টিপচী গোট।"

কুমাৰলৈ নিবেদন—

"দে টেকেলি, তোলো পানী, পখালো ঠোঁট।
ভোজন কৰোঁ টিপচী গোট'।"

মাটিলৈ নিবেদন—

"দে মাটি, দিওঁ কুমাৰক, গঢ়ক টেকেলি
তোলা পানী, ..... টিপচী গোট।"

ম'হলৈ নিবেদন—

"দে শিং, খান্দো মাটি।
দিওঁ কুমাৰক, গঢ়ক ঘটি
তোলো পানী, .............. টিপচী গোট।"

কুকুৰলৈ নিবেদন—

"মাৰ ম'হ নিওঁ শিং, খান্দো মাটি,
দিওঁ কুমাৰক, ........... টিপচী গোট।"

গাইলৈ নিবেদন—

"দে গাখীৰ খুৱাওঁ কুকুৰক
বান্ধক বল, মাৰক ম'হ।
নিওঁ শিং ..................... টিপচী গোট।"

ঘাঁহলৈ নিবেদন—

"দে ঘাঁহ, খুৱাওঁক গাইক, ওলাওঁক গাখীৰ
খুৱাওঁ কুকুৰক, ................ টিপচী গোট।"

আৰু শেহতীয়াকৈ কমাৰলৈ নিবেদন—
"দে খন্তি, কাটো ঘাঁহ, খুৱাওঁক গৰুক
ওলাওক গাখীৰ, ............ টিপচী গোট।"

আকৌ খেনোৱে 'মুখত কৰে দিওঁ দিওঁ কাৰ্যত জোৰে ভাওঁ।' কণ কণ অকণিহঁতে জোনবাইৰ ওচৰত স্বভাৱসুলভ সৰলতাৰে এটি-দুটি তৰা দিবলৈ খাটনি জুৰিছে কিন্তু আমাৰ টেঙৱী জোনবায়ে কি উত্তৰ দিছে জানে—

জোনবাই এ এটি তৰা দিয়া।
এটি তৰা নালাগে দুটি তৰা দিয়া
পাত নাই চোট নাই কিহতকৈ দিম।'

নিচুকনি গীতৰ দৰে অসমীয়াৰ খুব কম মানুহেহে জানি-বুজিয়ে নিদিয়াকৈ থাকে। কাৰণ ল'ৰা ছোৱালীক বৰকৈ মিঠাই দিয়া (আমাৰ দিনত লজেন্স, বৰ্তমান মৰ্টন, ললিপপ, পপিংচ্ ইত্যাদি ইত্যাদি), টিলাহি দিয়া (শাসনৰ বাঘজৰী— ঘৰত বা স্কুলত) আৰু লাই দিয়া ভাল কথা নহয়। কথাতে কয় নহয়— 'কুকুৰক নিদিবা ঠাই, ল'ৰাক নিদিবা লাই।'

ইয়াৰ বিপৰীতে সৰহ সংখ্যক অসমীয়া মানুহে প্ৰতিদানতো নিবিচাৰেই দিওঁতে আগ-পিছ নুগুনি, পৰিণামলৈ চকু নিদি সৰ্বস্ব উজাৰি দিবলৈ ভাল পায়। এইদৰে দিওঁতে কি মহা অথন্তৰ ঘটিব পাৰে আপুনি মন কৰিছেনে? ধৰক আপুনি এগৰাকী শিক্ষক (শিক্ষয়িত্ৰীও হ'ব পাৰে)। মই যদি "ছাৰ! বাইদেউ! /দাদা!/খুৰা!/মাহী! আপুনি মোৰ ল'ৰাক/ছোৱালীক চকু দিব" বুলি প্ৰতিশ্ৰুতি আদায় কৰি 'নেত্ৰদান মহাদান' বুলি আপোনাৰ চকু কাঢ়ি নিয়াৰ অভিসন্ধি কৰোঁ তেন্তে আপুনি মৰিলেই। ভাগ্যে যেনিবা আমাৰ ৰাজ্যত '২০১০ চনত সকলোৰে বাবে স্বাস্থ্য' শ্লোগানে গাঁৱে-ভূঞে ঢুকি পোৱা নাই গুণেহে ড্ৰাকুলা চিকিৎসক ২০০৮ বৰ্ষৰ আলোড়ন সৃষ্টিকাৰী ড° অমিত কুমাৰৰ দৰে ধুৰন্ধৰ ডাক্তৰৰ পাল্লাত আমি পৰা নাই। নহ'লে ৰূপসিং চুবেদাৰে (বঙালে) আজান ফকিৰৰ 'নজৰ' কঢ়াৰ দৰে— হিন্দী ভাষীয়ে গালা-গালিত 'জবান' কাঢ়িবলৈ উদ্যত হোৱাৰ দৰে (*'জবান খিঞ্চ লুংগা'* বুলি যে কয়) চকু আৰু ব্লাডতো বাদেই হাৰ্ট, কিডনি আদিকো আপোনাৰ অজ্ঞাতে, আইনক ফাকি দি নিমিষতে গাত (দেহাত) সিন্ধি দি উলিয়াই নি অধিক মুনাফাৰে আন কাৰোবাৰ গাত প্ৰতিস্থাপিত (transplant) কৰিলেহেঁতেন। সেয়েহে আপুনি অতি ঘনিষ্ঠতা থাকিলেও কাৰো সন্তানৰ প্ৰতি চকু নিদিব, হাজাৰ ভাল পালেও কোনো প্ৰেমিক/প্ৰেমিকাক 'মন' বা 'হিয়া' পৃথকে বা একেলগে 'হিয়া-মন' কেতিয়াও নিদিব, দলীয় ৰাজনীতিৰ প্ৰতি একান্ত বিশ্বাসী হ'লেও 'তেজ দিম-অমুক নিদিম' বুলি ৰাজনৈতিক শ্লোগান নিদিব। নহ'লে নিমখহাৰামহঁতে লগ লাগি চকুৰ নামত 'নেত্ৰ', মন বা হিয়াৰ নামত heart, তেজৰ নামত blood কাঢ়ি নি আপোনাক তচ-নচ কৰি দিব।

সেয়ে সকলোৱে সাৱধানে থাকক। ভালে হওক বা বেয়াই হওক কাৰো কথালৈ কোনেও কাণ নিদিব (নুশুনিব), কাৰো কামলৈ কোনেও চকু নিদিব (নাচাব) আৰু যাকে-তাকে কোনেও *জবান নিদিব* (কথা নিদিব)। এই তিনিয়ে হ'ব গান্ধী পুতলাৰ আধুনিক সংস্কৰণ। হাততো নিদিবই ভুলতে ভৰিও নিদিব। লোকসাধুৰ তেজীমলাই এই শিক্ষা তাহানিতে মাহীমাকৰ পৰা পাই থৈছিল গুণেহে অচিনাকি হ'লেও হিতাকাংখীজনক "হাতো নেমেলিবি, ভৰিও নেমেলিবি ক'ৰে অ নাৱৰীয়া তই!" বুলি হাক-বচন দিবহি পাৰিছে। কেতিয়াবালৈ যদিহে নিমাখিত তেজীমলাজনীয়ে শাহুৰে গৰকা বোৱাৰী বাবলৈ যায়— ইহ জনমলৈকে নালাগে, *চৈধ্যজনমলৈকে (চৈধ্য পুৰুষলৈকে, *চৈধ্য নাৰীলৈকে নহয় কিন্তু) এই কথা শিকাবলৈ আৰু শাহুৰেকে "ঠলামূৰি দুটামান দি শিকাই নিদিয় কিয়" বুলি ঘৰতে ঘৰবুঢ়ী হোৱা ননন্দেকৰ হতুৱাই কোৱাবলৈ মুখ ব্যয় কৰিব নালাগিব। সেয়ে মই কওঁ আপোনালোকে লাগিলে দেখা পোৱাকৈ (দৃশ্যমান/মূৰ্ত্ত) পিঠি দিব (পিঠি পাতি নিদিব কিন্তু) আৰু দেখা নোপোৱাকৈ (অদৃশ্যমান/বিমূৰ্ত্ত) গালি, লাজ, মৰম, চেনেহ আদি দিব। হওঁতে আধা দেখা পোৱা আধা দেখা নোপোৱা (শাৰীৰিক স্পৰ্শ বা অনুভৱ) ঠহঠহীয়া চৰ, ভুকু, লাঠি, শাস্তি, কষ্ট দিবলৈ ভয় খালেও চুৰ্চুৰীয়াকৈ সিয়াৰি, ভ্ৰূকুটি নতুবা দূৰণিবটীয়া চুমা (ফ্লাইং কিচ) দি চোৱাত আপত্তি কিহৰ? অৱশ্যে মাছ লাগক বা নালাগক *দেখাত নেদেখি (দেখা বস্তুকো নেদেখুৱাই) বা *দেখি-নেদেখি (কিছু দেখাকৈ কিছু নেদেখাকৈ) বৰশীত টোপ নিদিলে যেনেকৈ এংগ্লিং বা বৰশী বোৱা নহয় তেনেকৈ কাম সিজক বা নিসিজক নিজহাতে (কেতিয়াবা বাইদেউৰ হাতে) বা অইনৰ হাতে (দালালৰ হাতে) মোটা ধন নিদিলে *ব্ৰাইবিং* বা *ঘোছ দিয়া* নহয়। ইয়াৰ অন্যথা কৰিলে ভাস্কৰবৰ্মাই হিউৱেনচাঙলৈ বা আহোম স্বৰ্গদেউসকলে দিল্লীৰ শ্বাহেনশ্বাহসকললৈ ৰাজগৃহৰ পৰা ভাৰ-ভেটি সহকাৰে উপঢৌকন দি পঠোৱাৰ দৰে ফাইভষ্টাৰ হোটেলত বাহৰ পাতি 'ষড়ৰিপু'ত ন লগাই ষড় বাদ দি পোৱা নামেৰে মহীয়ান 'বৰা' উপাধিধাৰী একালৰ ৰাক্ বিভাগৰ মন্ত্ৰীয়ে চি বি আইৰ উচ্চ পদস্থ বিষয়াক লাখটকীয়া বাণ্ডোল নিজ হাতে দিবলৈ গৈ মন্ত্ৰীত্ব খাৰিজ হোৱাই নহয় জেলৰ ভাত খাবলগীয়া হোৱাৰ দৰে হৈ যোৱাটোও একো আচৰিত নহয় দিয়ক।

এইবোৰ দেখি-শুনি আপুনিয়েই বা কাক দোষ দিব (দায়ী কৰিব, দোষাৰোপ কৰিব) আপুনিনো এইবোৰ কেলেংকাৰীৰ কি নাম দিব (নামকৰণ কৰিব), এইবোৰকে আলোচনা কৰি থাকিলে আপোনাৰ বাৰু কি কাম দিব (কামত আহিব), আৰু আলোচনা কৰি থাকিলেও আপোনাৰ লগত কোনেও যোগ নিদিব (সহযোগ নকৰিব), বৰঞ্চ বিপদৰ বন্ধু হ'লেও ভৱিষ্যতৰ কথা চিন্তা কৰি তেওঁলোকে আপোনাৰ গা এৰাহে দিব (ত্যাগ কৰিব)। সেয়েহে এইবাৰৰ পৰা মই এটা কথা ভাবি থৈছো—

নিজে পৰাপক্ষত অন্যায়-অনীতিক প্ৰশ্ৰয় নিদিওঁ, বৰপীৰা বা চামৰপীৰা পাবি নিদিওঁ কিন্তু বাটৰ কচু গাত ঘহি নলওঁ। ৰাজহুৱা দুৰ্নীতি, স্বজন-তোষণ, প্ৰবঞ্চনা আদিৰ বিষয়ে যিমানে নুশুনক কিয় ইকাণে শুনি সিকাণেদি উলিয়াই দিম, জনৰৱ কিম্বা পৰচৰ্চা বুলি ভাবি সকলো উৰাই দিম আৰু নিৰ্ভয় মানে আৰু পৰম শান্তিৰে নাভিত তেল দি ফণ্টি মাৰি শুই নাথাকিলেও দুই কাণত তুলা দি ঘোঁৰা বাগৰ দি থাকিম।

অসমীয়াত 'খেনোক দেখি ৰান্ধে বাঢ়ে খেনোক দেখি দুৱাৰ মাৰে' বুলি এটা প্ৰবচনৰ এইবাবেই উদ্ভৱ হ'ল ছাগে যে অসমীয়াৰ মাজত (অসমীয়া ভাষাতো) পক্ষপাতিত্বৰ সংখ্যা তুলনামূলকভাৱে কিছু বেছি। এই ধৰক—

পোৱালি দিয়ে (ব্যতিক্ৰম ঃ বাটে পোৱালী মেলে) কিন্তু *কণী হ'লে নিদিয়ে (পাৰেহে)।

ফল দিয়ে (ব্যতিক্ৰম ঃ ফল ওলায় বা পায়) কিন্তু *ফুল হ'লে নিদিয়ে (ফুলেহে)।

বোমা দিয়ে (ব্যতিক্ৰম ঃ যুদ্ধত বোমা পেলায়, বোম ব্লাষ্ট কৰায়) কিন্তু *ফটকা নিদিয়ে (ফুটায় বা মাৰেহে)।

ইয়াত ৰ'দ, মেঘ, বৰষুণ, শিল বৰষুণ দিয়ে কিন্তু *বতাহ নিদিয়ে— মাৰে বা বলেহে, *ধুমুহা নিদিয়ে— আহে বা মাৰেহে, *বজ্ৰপাত নিদিয়ে— পৰেহে, *বিজুলী ঢেৰেকনি নিদিয়ে— মাৰেহে, *নিয়ৰ নিদিয়ে— সৰে বা পৰেহে, *কুঁৱলী নিদিয়ে— পৰে বা নামেহে। সেইদৰে ইয়াত জাৰ বা গৰম দিলেও জাৰ পৰে বা নামেহে (আৰু বান হ'লে আহে।) ইয়াৰ মানুহে উকলি দিলেও *কিৰিলি নিদিয়ে (পাৰেহে), আৰু *ৰিং, *উকি বা *চিএৰ নিদিয়ে (মাৰেহে)। বেলিয়ে আঁৰত থাকি 'জোনাকীৰে ৰাতি অসমীৰে মাটিত' কেঁচুজালি দিয়াৰ পিছত ধলফাট দিৰলৈ বৰ ভাল পায়।

ইয়াত ছাত্ৰসকলে উত্তৰ দিব লাগে কিন্তু শিক্ষকসকলে *প্ৰশ্ন নিদিয়ে (কৰে/কাটে)। অৱশ্যে *নম্বৰ* বা *মাৰ্ক দিয়াত* কৃপণালি নকৰে। পৰীক্ষাৰ্থীয়ে ইয়াত পৰীক্ষা বা সাক্ষাৎকাৰ (*interview*) দিলে পৰীক্ষকে অৱশ্যে পৰীক্ষা বা সাক্ষাৎকাৰ লোৱাত আপত্তি নকৰে। চৰকাৰে অফিচে অফিচে জাননী বা নটিচ দিলেও *চাৰ্কুলাৰ হ'লে নিদিয়ে ইচ্যুহে কৰে। সেইদৰে হাকিমেও হুকুমনামা পাঠ কৰে বা চুপাৰিশ কৰে, দাৰোগাই দাখিল কৰা ৰিপৰ্টৰ ভিত্তিত দণ্ডাধীশে গ্ৰেপ্তাৰী পৰোৱানা (warrent) জাৰি কৰে আৰু ন্যায়াধীশে তদন্ত আয়োগৰ বাবে ৰাইজৰ শুনানী (hearing) গ্ৰহণহে কৰে— *নিদিয়ে বা *নলয়।

অৱশ্যে ইয়াৰ মানুহেও কিছুমান মানুহক উচটাই দিয়ে, ঘোঁৰাৰ পিঠিত উঠি কদম দিয়ে, গাড়ী আচ্চাছে ফৰলেনত নেচনেল গেমচ্ যেন পাই *ছুটাই দিয়ে*। চাইকেলত পামচাৰ হ'লে পাম্পৰে *পাম্প দিয়াৰ* দৰে দিব নোৱাৰি বাবে চাৰিচকীয়া

গাড়ীত আগে-ভাগে *হাৱাখানাত গৈ *হাৱা দিয়ে* (চেক কৰে)।

অসমীয়া মানুহে **গাতত দিয়ো** বুঢ়া তামোল খাই ভাল পায় বাবেই হওক নতুবা **চুঙাত দিয়া** পিঠা, **পাতত দিয়া** মাছ, **পিটিকাত দিয়া** কঠাল গুটি আদিৰ জুতি ল'ব জনা বাবেই হওক **জোৰোণত দিয়া** পাট কাপোৰ, **উছৰ্গাত দিয়া** গাই গৰু, **ডাকাতত দিয়া** ধন, **নিলামত দিয়া** ঘৰ-বাৰী আদি হস্তগত কৰিবলৈ দিহা-পৰামৰ্শ দিয়ে।

আকৌ অসমীয়াত কিছুমান বস্তুহে **দিব পাৰি**; কিছুমান **দিব নোৱাৰি**। জীয়াই থকা মানুহক বহিবলৈ বা বসবাস কৰিবলৈ যেনেদৰে **ঘৰ-বাৰী** (ভাৰাত), **মাটি-বাৰী** (লীজত) **দিব পাৰি, ঠাই** (পুনৰ বসতি) **দিব পাৰি**, গাঁও-ৰাজ্য (শৰণাৰ্থীক আশ্ৰয় দিয়াৰ দৰে) **দিব পাৰি**; মৰাশ বা মৃতকক জানো তেনেদৰে **মাটি দিব পাৰি**। ই তেতিয়া **জুই** বা **খৰি দিয়াৰ** (কাঠসংস্কাৰ/অগ্নিসৎকাৰ কৰাৰ) বিপৰীতে **'কবৰ দিয়া'** নুসুচাবনে বাৰু?

আকৌ মন কৰকচোন। এজনে **দিলে** (অপাৰ্থিৱ বা বিমূৰ্ত বস্তু হ'লেও) আনজনে পাব লাগে। অৰ্থাৎ 'দিয়া'ৰ বিপৰীত শব্দ 'পোৱা'। সেই অনুসাৰে এজনে **সুখ/ দুখ/ আঘাত/ যাতনা/ শাস্তি/ আমনি/ সুবিধা/ অসুবিধা/ বাধা/ সন্মান/ অপমান/ লাজ/ গম/ বাতৰি/** *notice*/ **জাননী/ আগধন/ দান/ বৰঙনি**/donation **মাননী/ শুভেচ্ছা/ নিমন্ত্ৰণ** /*admission*/ **অব্যাহতি/ জিৰণি/** *rest/ imformation*/ **ইংগিত/ হিচাপ/ বেহাই/সকাহ/ লাই/ পাত্তা/ সঁহাৰি**। *mental support*/ **ভাবুকি** *(threatening)* দিলে আনজনে পোৱাটো খাটাং। অৱশ্যে সমধৰ্মী শব্দ হ'লেও **মান-সন্মান/অনুদান/ বৰ/ আশীৰ্বাদ/ সমৰ্থন/ ভোট/** *অৰ্ডাৰ/ অফাৰ/ ফৰ্মাইচ/* **অভয়/ অনুমতি/ অনুমোদন/ সান্ত্বনা/ গুৰুত্ব/ আৰ্থিক সকাহ/ জন্ম/ মুক্তি** দিলে *নাপাই লাভহে কৰে। সেইদৰে কোনোবাই কাৰোবাক **চৰ/ ভুকু/ থাপৰ/ ঘোচা/ এপিটন/ খুন্দা/ ধাক্কা/ বোন্দা-খেকেচা/ হুমকি/ ধমকি/** *কামোৰ/* **হেঁচা/ গালি/ ঘোচ/ ভেটি** দিলে সিজনে *নাপায় খাইহে থয়। অৱশ্যে ঘোচ বা ভেটি খোৱা কথাটো বুজা-পৰাৰ কথাহে। আপুনি **দিলে** যে তেওঁ খাব বা ল'বই লাগিব এনে কোনো কথা নাই। আনহাতে দায়িত্বশীল ব্যক্তিক **দায়িত্ব দিলে**, সঠিক address ত *চিঠি delivery দিলে,* ডাক্তৰৰ প্ৰেছক্ৰিপসন অনুযায়ী নাৰ্চে *পেচেণ্টক injection বা saline দিলে,* Deposite formত বেংকত **টকা জমা দিলে**, last date-ৰ আগেয়ে শিক্ষানুষ্ঠানত *admission দিলে,* নৱমীত ব্ৰাহ্মণেৰে দুৰ্গাপূজাত **বলি দিলে** নোলোৱাৰ কোনো মানে নাই। ইয়াৰ বিপৰীতে চুমাৰ ক্ষেত্ৰত কথাটো মন কৰকচোন। **চুমা দিয়া** আৰু চুমা খোৱা মানুহজন একেজন ব্যক্তিয়ে নহ'লনে (অৱশ্যে ইয়াতো অপত্য স্নেহ নহ'লে উভয়ৰ মাজত ৰাগ-অনুৰাগৰ কথা জড়িত হৈ আছে; উভয়ে চুমা-চুমি কৰিলেহে অৰ্থটো সিদ্ধ হ'ব। সৌজন্যতাৰ খাতিৰত কাৰোবাক মাত **এৰাৰ দিলে** তেওঁৰ পৰা মাত এৰাৰ পোৱা-নোপোৱাটো যেনেদৰে তেওঁৰ মৰ্জিৰ

**ওপৰত নিৰ্ভৰ কৰে তেনেদৰে ৰাজহুৱা স্বাৰ্থৰ খাতিৰত কোনোবাই বিশেষ পদৰ পৰা** *resign দিলে* অৰ্থাৎ পদত্যাগ কৰিলে সেই পদত্যাগ পত্ৰ গ্ৰহণ কৰা-নকৰাটো উৰ্ধতন **কৰ্তৃপক্ষৰ মৰ্জিৰ ওপৰত নিৰ্ভৰ কৰে।** কেতিয়াবা আকৌ **কিবা** (*বাদ, drop, gap* **ইত্যাদি)** *দিলে* *নাপায়ো, *নাখায়ো— মাথো পৰেহে। সেইদৰে কেতিয়াবা **কিবা-কিবি** **(শাও/শপত/তিৰীবধ) দিলে** *নপৰি লাগেহে।

কেতিয়াবা আকৌ *এ চি এছ/ আই এ এছ দিলে* অৰ্থাৎ appeared কৰিলে নতুবা কিবা **পৰীক্ষাৰ** *back দিলে* luck and favour **ৰ ওপৰত** base কৰি এ চি এছ/আই এ এছ বা back পায়ো যায়। কিন্তু **পৰীক্ষা** (*exams*) *দিলে* সি মেট্ৰিকে হওক বা বি এ/এম এয়ে হওক, সি ফাইনেলে হওক বা টেষ্টে হওক অবিকলভাৱে **পৰীক্ষা**/ মেট্ৰিক/ বি এ/ এম এ আদি ঘূৰাই নাপায়; তাৰ ঠাইত result হে পায় বা পাছ-ফেইলহে হয়। সেইদৰে **ইস্তাফা/ দাবী/ ফাকি/ ভুৰা/ হেণ্ডাৰ/ বাগি/ গাপ *এৰাল** */ জেক (jack)/ ডাউন (down)/ বাঁহ (bamboo)/ লেবেল (level)/ দম/ দোহাই/ কাটি/ তালাক/ ধনা/ বন্ধ (bandh)* আদি **দিলে** সেইবোৰ বস্তু ওভোতাই নাপায় বা তেনে কাৰ্যৰ পুনৰাবৃত্তিও নহয়। তাৰ ঠাইত যথাক্ৰমে বাদ পৰিব, কাৰ্যকৰী হ'ব, ঠগ খাব, প্ৰত্যয় নিয়াব পাৰিব, বাধাগ্ৰস্ত হ'ব, কাম হাচিল নহ'ব, তল পৰিব, বান্ধ খাব, উঠি যাব, বহি যাব (উধাব নোৱাৰিব); অপদস্থ হ'ব, *বুৰ্বক বনি যাব,* হেয় প্ৰতিপন্ন হ'ব, ভীতিগ্ৰস্ত হ'ব, মাত-বোল বন্ধ হ'ব, বিবাহ-বিচ্ছেদ হ'ব, লাঠি চাৰ্জ বা কন্দুৱা গেছ প্ৰয়োগ কৰিব (খবৰ কাগজ *গৰমাগৰম* হ'ব) আৰু বন্ধৰ মিশ্ৰিত প্ৰভাৱ পৰিব নতুবা সফল সমাপ্তি ঘটিব। সেইদৰে **আড্ডা দিলে** জমিব, *trial দিলে* হাত আহিব বা defect ধৰা পৰিব, **কৰ ফাঁকি দিলে** চৰকাৰৰ ঘাটি বাজেট হ'ব, *head kick দিলে* গ'ল (goal) হ'ব নতুবা বল throwing out হ'ব। *ৰাতি duty* **(পহৰা)** *দিলে* চোৰে গৃহস্থৰ ঘৰত **সিন্ধি দিবলৈ** সুবিধা নাপালেও উৰুলি পুঙা নাৰ্চে নাৰ্চিংহোমত প্ৰেমালাপ কৰিবলৈ সুচল উলিয়াই ল'বই ল'ব (হয়তো "তোমাক নাপালে মই *জান দিম*" বুলি কান্দি *নিন্দ নোহোৱা কৰি দিব*)। আনহাতে **জোৰ নিদিলে** কোনো কাম নহয় (নিজে **জোৰ দিলে** নিজে জোৰ পায় যিহেতু), **উমনি নিদিলে** কণীৰ পৰা পোৱালী নজগায়। অৱশ্যে ডাক্তাৰক *ভিজিটিং ফিচ নিদিলে* ঔষধ কিনোতে আদায় কৰি লোৱাৰ আৰু গুৰু-দক্ষিণা নিদিলে practical-ত বা researchৰ ক্ষেত্ৰত সুবিধাজনক ফল নাপায়। গুৰু-গোঁসাইক বছৰেকীয়া সবাহ পাতি **পদধূলা দিবলৈ** আহ্বান নজনালে গুৰু গৃহতে গুৰুকৰ হিচাপে সিধা পোৱাৰ সুন্দৰ ব্যৱস্থা আছেই নহয়। সেয়েহে এফাঁকি প্ৰবচন আছে—

"এনেয়ে মৰিছোঁ ঋষিৰ শাপত।

তাতে দিছা জুইৰ তাপত।।"

দৰাচলতে আনক অনুসৰণ কৰাত সিদ্ধহস্ত আমাৰ অসমীয়াৰে কিছুমান সলিশিয়ান কন্যাদায়গ্ৰস্ত পিতৃ-মাতৃয়ে কন্যা দিয়াৰ চলেৰে সোণৰ কণী দিয়া হাঁহস্বৰূপ *জামাই বাবুক* ঘৰতে কাবু কৰি ৰখাৰ দৰে উত্তৰ কালৰে পৰা অসমীয়া ভাষাটো কিবা এটা দিয়াৰ চলেৰে দৰাচলতে তাক স্বয়ংক্ৰিয় (activising) কৰাটোহে সূচায়। ব্যাকৰণৰ ভাষাত ইয়াকে নামধাতুৰ বিকল্পে বিশেষ্য বা বিশেষণৰ লগত 'দি' ধাতু যোগে গঠিত হোৱা সংযুক্ত ধাতু (compound verb) বা ক্ৰিয়াপদীয় বাক্যাংশ (verb phrase) বোলা হয়। উদাহৰণ—

চহ দি (চহা), মৈ দি.(✓মৈয়া), সমাৰ দি, বৰণ দি, বোকা দি, নগোছা দি, নিৰনি দি (✓চিকুনা), আগ দি (কুঁহিয়াৰ), পোখা দি, গেঁৰ দি, ফল দি, মুচি দি (কঁঠালে), ডাবি দি (✓ডবিয়া), ঠোক দি, (ভৰ) পক দি, মৰণা দি, ধান বা দি, জেওৰা দি, তাতী চকোৰা দি, হেদালি দি, ঢাপ দি ইত্যাদি কৃষি কৰ্মৰ লগত জড়িত ধাতু। বৰ্তমান সাৰ, জাবোৰ, গোবৰ, পানী, কলম আদি দি টাবত ফুল-ডাল ৰোৱাৰ পৰিবৰ্তে ব্যৱসায়িকভাৱে ৰাসায়নিক সাৰ, কীট নাশক দ্ৰব্য, জলসিঞ্চন আদি প্ৰয়োগ কৰি (*নিদিয়ে) ড্ৰইংৰূমত বনছাই কৰে নতুবা ফাৰ্ম হাউছত নাৰ্চাৰীহে খোলে।

সেইদৰে তাও/তাপ দি, বা দি (বিচ্), ধোঁৱা দি, জাগ দি (✓গোঁৰা), যাগ দি, গৰম দি, থিয় দি, পাক দি (✓বট্, ✓পকা), মেৰ দি, (✓মেৰিয়া), ভাগ দি (✓ভগা), হেঁচা দি (✓হেঁচ), চিন দি, দাগ দি, নম্বৰ দি, ঢোকা দি, গাঁঠি দি, সোপা দি, যোগ দি, জোৰা-তাপলি দি, ৰং/ৰহন দি, চহী দি, খাপ দি, (বোন্দা) পৰ দি, জুই দি (কাঠ সংস্কাৰ কৰ্), মাটি দি (কবৰ দি,) পানী দি (কমাৰে তপত লোৰ সঁজুলি চেঁচা পানী ঢালি দীৰ্ঘস্থায়িত্ব কৰ্), ধাৰ দি (✓ধৰা), টহল দি, বেৰ দি (✓বেৰিয়া), হাক দি, বাধা দি, বাগৰ/দীঘল দি (ক্ষন্তেক বাগৰি জিৰণি ল), ঢাকনি দি (✓ঢাক), হাত দি, ভৰি দি (প্ৰৱেশ কৰ্), দোকান দি, ধেন (পোৱালি) দি, বিয়া দি, জোৰোণ দি, উমনি দি, উজান দি (মাছে), উদং দি (মোকলাই দি), উৰণ দি ভোগ (নৈবদ্য) দি, চাকি-শালিতা দি, পিণ্ড দি, লঘোণ দি, শৰণ দি, আজান দি, জান দি, (গুৰু/লঘু) দণ্ড দি, (গুপ্ত) সম্ভেদ দি, ফাঁচী দি, বিদায় দি, পৰিচয়/চিনাকি দি, নাম দি (নামকৰণ কৰ্), কাম দি (কামত আহ, ✓ফাঁফ্), কথা দি, মাত দি, ডাক দি, টোকৰ দি (✓টুকুৰিয়া), হুংকাৰ দি, উৰুলি দি (✓উৰুলিয়া), ফেঁহুজালি দি, হোৱা দি, কণ দি, উকি দি, বাগ দি, চাপৰ দি (✓চপৰিয়া), চৰ দি (✓চৰিয়া), ভুকু দি (✓ভুকিয়া), ঘোচা দি (✓ঘুচিয়া), উত্তম-মাধ্যম দি, ধিক্কাৰ দি, ভাবুকি দি, প্ৰমাণ/সাক্ষী দি, প্ৰস্তাৱ দি, মতামত/যুক্তি দি, সাক্ষাৎকাৰ দি, হুন্নতৰ দি, আগজাননী

**দি, আগধন দি,** (আগ) **ভেটা দি, এচোক দি, এসেকা দি, এভুমুকি দি,** *এক চক্কৰ দি,* **এপাক দি,** *চালান দি,* **জালাই/জালি দি** (welding কৰ্), *গ্ৰেটিংচ দি, হেণ্ডচেক দি, গ্ৰেটিনিং দি, অৰ্ডাৰ দি, ভিজিট দি, গেৰাণ্টি দি, এডভাৰটাইচ দি, টেণ্ডাৰ দি, এণ্ট্ৰি দি, লাইন দি* ইত্যাদি বিভিন্ন কাৰ্য সম্পাদন কৰাত ব্যৱহৃত ধাতু।

মনকৰিবলগীয়া যে এনে সংযুক্ত ধাতুৰ জতুৱা ঠাঁচত প্ৰয়োগ হ'লে ই বিশেষ্য পদীয় বা বিশেষণ পদীয় বাক্যাংশলৈ ৰূপান্তৰিত হয়। উদাহৰণ— **বিয়া দিয়া ছোৱালী, বিয়াত আমসাৰ-চাকিসাৰ দিয়া, টোপোলা দিয়া সবাহ** (দেউৰী সমাজৰ গাভৰুৱে বুকুত কাপোৰ লোৱা পৰ্ব বিশেষ), **গাখীৰ দিয়া খীৰতি গাই, পানী দিয়া গাখীৰ, চেনী দিয়া চাহ, চুঙা চাই সোপা দিয়া, বোন্দা পৰ দিয়া, বিধি পথালি দিয়া, মৰণত শৰণ দিয়া, ঢেল ওপঙা দিয়া** (মাছ), **আই দেখা দিয়া, থিয় দণ্ডা দিয়া লৰা** (কেচুৱা), **পিছ হোহোকা দিয়া লোক, সিন্ধি দিয়া চোৰ, খাব দি বন্ধা** (মাটিমাহ), **কাণত মন্ত্ৰ দিয়া, সন্তাৰ দিয়া দালি, একিল খাই একিল দিয়া, ফান্দত ভৰি দিয়া, পাভচোঁচা দিয়া, পচলা কটা দিয়া, কচু কটা দিয়া, গা এৰা দিয়া, গু-হুকা দিয়া, গেলাত টেঙা দিয়া, গেলা ঘাত চেঙা তেল দিয়া, ডাল জোৰা দিয়া** (কথা), **পলাই পত্ৰং দিয়া, ফৰিংচিটিকা দিয়া, বান্দৰ নচুৱা দিয়া, পহু খেদা দিয়া, ব্ৰহ্ম ঠগ দিয়া, চিলনী সাঁতোৰ দিয়া** ইত্যাদি। মুঠতে আজিকালি *গেচ দিয়া কলৰ দৰে, ইনজেকচন দিয়া* ফুলকবিৰ দৰে, ***কলপ দিয়া*** চুলিৰ দৰে সৰ্বত্ৰতে *দম দিয়া, বন্ধ্ (Bandh) দিয়া, বোমা দিয়া* কাৰবাৰ; আৰু তাৰ পৰা পাৰঁগে লাগিলে নিস্তাৰ—*ডীমাণ্ড দিয়া* মতে *হপ্তা দিয়া, গুণ্ডা টেক্স দিয়া, ফিফটি ফিফটি দিয়াৰ* কৰাহে তৈয়াৰ (যা-যোগাৰ)।

ব্যতিক্ৰম ঃ অসমৰ সুন্দৰী দিয়া, ৰাম দিঁয়া, বিহ দিয়া, পাগলা দিয়া আদি দিয়া (তু. বড়ো ঃ দৈ/পানী) যুক্ত স্থান নাম। কথাগুৰু চৰিত আদিত লোক-ব্যুৎপত্তি ঘটি দিয়াৰ (লোৱাৰ বিপৰীত শব্দ) সৈতে ইয়াক একাকাৰ কৰা হৈছে।

অধিকৰণ কাৰকৰ ৰূপৰ সৈতে ক্ৰিয়াপদীয় নতুবা বিশেষ্যপদীয় আৰু বিশেষণপদীয় বাক্যাংশত ইয়াৰ মাত্ৰাধিক প্ৰয়োগ আছে। উদাহৰণ—

**ভাপত দিয়া** (পিঠা), **চুঙাত দিয়া** (পিঠা/ভাত), **খোলাত দিয়া** (মাছ), **পাতত দিয়া** (মাছ), **খৰিকাত দিয়া** (মাছ), **তেলত দিয়া** (বেঙেনা), **পিটিকাত দিয়া** (আলু/মাছ), **টেকীত দিয়া** (চিৰা/চাউল), **যৌতুকত দিয়া** (ধন), **জোৰোনত দিয়া** (কাপোৰ/অলংকাৰ), **জাকাতত দিয়া** (টকা), **মৈদামত দিয়া** (লগুৱা-লিগিৰী), **কৰৰত দিয়া** (লাছ), **ধৰমত দিয়া** (গৰু), **ডাকত দিয়া** (চিঠি) ইত্যাদি। সেইদৰে *নিলামত/নীজত/বন্ধকত দি, শূলত দি, জেলত/ফাটেকত দি,* **ফাণ্ডত দি, বনবাসত দি, বাঁদত দি, মুখত দি** (taste কৰ), **গাত দি** (বদনাম কৰ), **অমুকত** (পৰিয়াল

বা গাঁওৰ নামত) **দি** (বিয়া দি), ***দৰখত দি*** (গৰু) ইত্যাদি।

আনহাতে **হাত দিয়া** (হাতত লোৱা) সংযুক্ত ধাতুৱে য'তে **হাত দিয়ে** ত'তে অৰ্থবিভ্ৰাট ঘটায়। উদাহৰণ স্বৰূপে কিবা কামত **হাত দিয়া** (আৰম্ভ কৰা) আৰু কাৰোবাৰ সম্পত্তিত **হাত দিয়া** (আত্মসাৎ কৰা); **গাত হাত দিয়া** (দোষাৰোপ কৰা) আৰু **জুলা জুইত হাত দিয়া** (সম্ভাব্য বিপদত পৰা) নতুবা **গালে মুখে হাত দিয়া** (নিৰাশাত ভোগা) জানো একে কথা।

অন্যান্য কাৰকৰ ৰূপৰ লগতো 'দি' ধাতুৰ প্ৰয়োগ আছে যদিও জতুৱা ঠাঁচত নহৈ খণ্ডবাক্য ৰূপতে প্ৰয়োগ হয়। যেনে— **আয়ে দিয়া** (হাতৰ বিদ্যা মৰিলেহে যায়), **ধাৰলৈ দিয়া, অতি উলাহেৰে দিয়া, দূৰলৈ দিয়া, মৰা মৃতকক দিয়া, কণা হাঁহক** (পতান) **দিয়া, অন্তৰৰ পৰা দিয়া, কথা দি কথা ল, দুবৈকৈ নিদিবি, কিহতকৈ দিম** ইত্যাদি।

পোনপটীয়াকৈ এটা ধাতুৰ লগত 'দি' ধাতু যোগ হৈ সংযুক্ত ধাতু গঠন হোৱাৰ নিয়ম অসমীয়াত **দৰৱত দিবলৈকে** হ'লেও এটা-দুটা আছে। যেনে— **লাগ দি, পোহ** (পাল) **দি, সেক দি, উতল দি, কামোৰ দি, ৰেপ দি, হান দি, লেপ দি** ইত্যাদি।

অসমীয়াত অন্যান্য অসমাপিকা ক্ৰিয়াৰ সৈতে ইয়াৰ অসমাপিকা ক্ৰিয়াৰ ৰূপত ক্ৰিয়া বিশেষণ পদীয় বাক্যাংশত সীমিত প্ৰয়োগ আছে। যেনে— **আগবঢ়াই দি,** (ওচৰ) **চপাই দি, ভেটাই দি,** ***ফচাই দি,*** **উচটাই দি, গতাই দি, নুমাই দি, কমাই দি, জপাই দি, খুৱাই দি, দেখুৱাই দি, খেদি দি, খুলি দি,** (হাবিত/ষাঁড়/ভূত) **মেলি দি,** (হাত/ডিঙি/ঘৰ) **পাতি দি,** (জুইত/দোষ/মাটি) **জাপি দি, জুমুৰি দি** (ধৰ্), **হাত বাউলি দি** (মাত্), **উৰাই দি** (=গণ্য নকৰ্), **লাগি ভাগি দি,** (দেহা) **উবুৰিয়াই দি** ইত্যাদি।

নামপদ বা কৃদন্ত ৰূপৰ সৈতেও ইয়াৰ অসমাপিকা ক্ৰিয়া ৰূপত ক্ৰিয়া বিশেষণ পদীয় বাক্যাংশত বহুল প্ৰয়োগ আছে। উদাহৰণ— **খাৰণি দি** (ঢাক), **বিৰ দি** (বাট নাপা), **চকুত সেপ/তেল দি** (কান্দ), **নাভিত তেল দি** (শুই থাক্) **বুকুত হাত দি** (ক), **চকুত ধূলি দি** (ঘূৰি ফুৰ), **শেনটো অহা দি** (আহ্), **কেঁচাটো যোৱা দি** (যা), **শগুন/অজগড় পৰা দি** (পৰ্), **তুলা ধুনা দি** (ধুন),**মাকো মৰা দি** (মাৰ), **যঁতৰ/টাকুৰী ঘূৰা দি** (ঘূৰ), **পখিলা উৰা দি** (উৰ্), **কাৰৈ মাছ কাচা দি** (কাচ), **পহু খেদা দি** (খেদ্), **জ্বৰ ঘামে ঘমা দি** (ঘাম), **পাণ জপা দি** (জাপ), **কঁঠাল দৰৱত লগা দি** (লাগ্), ***কণা কুকুৰা ঘূৰা দি*** (ঘূৰ্), **আখৈ ফুটা দি** (মাত ফুট্) ইত্যাদি। এই শ্ৰেণীৰ অন্যান্য বাক্যাংশত **পিটিকা দি** (খাবলৈকে নাই), **গোঁফত তাও দি** (ফুৰ্), **চিৰাল ফটা দিয়া, পনিয়ল পিটিকা দি, দীঘল দি** (পৰ), **মৰজাহ দিয়া, ভূতে পোৱা দি** (কঁপ), **কইনা বুলন দিয়া, বাপদায় দিয়া, ঘোঁৰা কদম দি, গাড়ী চুটাই দি, ন দি** (ক), **দেও দি** (নাচ), **এখন্তেক দেখা দি** (আহ) ইত্যাদি।

অসমীয়াত **কৰণ কাৰকৰ ৰূপত ফালে, অভিমুখে, হৈ** আদি অৰ্থবোধক 'দি' পৰসৰ্গৰ

প্ৰয়োগ আছে। ই দৰাচলতে 'দি' ধাতুৰ অসমাপিকা ক্ৰিয়াৰ ৰূপেই (দি)। উদাহৰণ— **পূৰবপালেদি, উত্তৰেদি, ওচৰেদি, কাষেদি, আঁতৰেদি, ভিতৰেদি, মাজেদি, তলেদি, দুৱাৰেদি, সোঁহাতেদি, বাটেদি, গুৱাহাটীয়েদি, ইকাণেদি, সি পিনেদি, আনহাতে পিনেদি।**

এইখিনিতে স্বাৰ্থিক প্ৰত্যয়ৰ দৰে প্ৰয়োগ হোৱা দে (চোন), দিয়া (চোন), দিয়ক (চোন) ৰূপাৰ কথাও আমাৰ মনলৈ আহে। আমি অসমীয়ামখাই যে কথাই প্ৰতি 'হ'ব দে', 'হ'ব দিয়া' বা 'হ'ব দিয়ক/দঁক' বুলি মান অনুসাৰে শলাগি থাকো, আমি যে অশলাগী নহওঁ তাকে প্ৰমাণ কৰিবৰ বাবে নে আন কিবা কাৰণত সেয়া মনস্তত্ত্ববিদ নতুবা মনো-ভাষাবিজ্ঞানী সকলেহে ক'ব পাৰিব। খং উঠিলেও, গালি পাৰিলেও অসমীয়া জ্যেষ্ঠ নাগৰিক (senior citizen) মাত্ৰে কেলৈনো 'ভাললৈ নহয় দেইহা' হে বোলে তাকো আমি হ'লে নুবুজিলোঁ। পুতৌ লাগিলে, বেথা জন্মিলে সকলোৰে মুখৰ পৰা কেলৈ 'আয়ৈ দেহি! দেহি ঐ!' বিস্ময়াদিবোধক শব্দাংশহে আখৈ ফুটা দি ফুটে সিয়ো-এটা বিস্ময়ৰ বিষয়। আপোনালেকে এইটো নাভাবিব যে দেহতত্ত্বমূলক 'দেহা'-ৰ স্ত্ৰীলিংগ বা ক্ষুদ্ৰ সংস্কৰণেই 'দেহি' বুলি।

মুঠতে আমাৰে সোদৰা স্বৰূপ বাঙালী সকলে যেতিয়া 'ঠিক আছে' (ইংৰাজী O. K ৰ সমাৰ্থক) আৰু হিন্দী ভাষীসকলে 'ঠিক হ্যাঁয়' বা 'হ্যাঁজী' (পাঞ্জাবীৰ প্ৰভাৱত) বুলি কিস্তিমাৎ কৰি থয় আমিনো শ্ৰোতাৰ বয়স, লিংগ, মান-মৰ্যাদা, বৃত্তিলৈ লক্ষ্য কৰি কৰি জাতিভেদ নথকা সমাজৰ সামাজিক আৰু গণতান্ত্ৰিক নাগৰিক হিচাপেও কেলৈ 'দে/দিয়া/দিয়ক' বুলিব লাগে তাকো বুজি নাপাওঁ। যি হওক এটা কথা ঠিক যে আমি অসমীয়াই 'লোৱাৰ' দুখীয়া হ'লেও 'দিয়াৰ' দুখীয়া নহওঁ। হিন্দীভাষীয়ে যেতিয়া দেনাৰ (দিয়া) লগত লেনাৰ (লোৱা) জোৰদাৰ সম্পৰ্ক স্থাপন কৰি সকলো ক্ষেত্ৰতে লেনা-দেনা (লেন-দেন) কৰে, কবিগুৰু ৰবীন্দ্ৰ নাথেও যেতিয়া এই মহাভাৰতৰ জনসমুদ্ৰত 'দিবে আৰ নিবে মিলাবে মিলিবে যাবেনা ফিৰে' (তু. ভূপেন হাজৰিকাৰ গীতত "কিছু ল'ব লাগে কিছু দিব লাগে ৰবীন্দ্ৰ নাথেও ক'লে/মিলিব লাগে মিলাব লাগে জীন যাবলৈ হ'লে।") বাণীকে সাৰোগত কৰিছে; তেতিয়াও আমি *'দিয়া-লোৱা' নকৰি 'দিয়া-থোৱা' বা 'দিয়া-নিয়া' হে কৰোঁ। এজনে ভুলক্ৰমে যদিহে কেনেবাকৈ এইধৰণে 'দিয়া-লোৱা' কৰেহি তেন্তে সকলোৱে মাছে উজান দিয়াৰ দৰে যে হাত উজান নিদিব তাৰো কোনো ইয়ত্তা নাই। মুঠতে মই ইয়াকে লৈ আৰু মনত কষ্ট নিদিওঁ, আপোনালোকে *দিলে দিব পাৰে* নতুনকৈ এই বিষয়ত *interest*। হিন্দীত ডায়েলগেই আছে— "চৈনচন লেনে কা নেহী দেনে কা।"

(বিঃ দ্ৰঃ ডাঠ আখৰে অসমীয়া জতুৱা ঠাচ-খণ্ডবাক্য, ইটালিক আখৰে ইবিলাকৰ চলতি প্ৰয়োগ আৰু তৰা চিহ্নিত শব্দই ভুল প্ৰয়োগ সূচাইছে।)

⌘ ⌘ ⌘

## চাৰি

# অসমীয়াই য'ত ধৰিব লাগে ত'ত নধৰে

অংকৰ সমীকৰণে হওক বা বিজ্ঞানৰ সূত্ৰই হওক যদি প্ৰমাণ কৰিব লাগে তেন্তে অসমীয়া গণিতজ্ঞ বা বিজ্ঞানীসকলে আগ ধৰি 'ধৰা হ'ল/ধৰি লোৱা হ'ল' (supposed to be), 'ধৰা/ধৰক' (suppose) অথবা 'ধৰিবা' (supposing) বুলি বচন মাতিহে হাতে-কামে (হাতে-কলমে?) প্ৰমাণৰ বাবে উঠি-পৰি লাগে। যুক্তিবাদী গণিতজ্ঞ বা বিজ্ঞানীসকলৰে যদি এই ধৰণৰ পোনছাটে "নধৰা-নধৰি কাৰবাৰ; আমাৰ দৰে ভাববাদী নাঙলত নহ'লেও কলমত ধৰা সাহিত্যকাৰমখাৰ কথানো ক'ব লাগিছে কেলৈ— সকলোতে কথাৰ খেও ধৰি, জেৰ ধৰি আখৰেই জুঁটিব, ৰস ৰচনাই কৰিব। আস্তিকসকলে যেনেকৈ ভগৱান আছে বুলি ধৰি লয় গুণেহে সৰ্বত্ৰে ভগৱানৰ অস্তিত্ব বিচাৰি পায়। নাস্তিকসকলে ভগৱানৰ 'ভ'টোকো হিচাপত নধৰে; তেনেক্ষেত্ৰত ভগৱানে দশাৱতাৰ ধৰি, বিশ্বৰূপ ধৰিতো বাদেই নিৰাকাৰ ৰূপ ধৰিও যে তেওঁলোকৰ আগত ধৰা দিব আমাৰ মনে নধৰে।

অৱশ্যে সৰহসংখ্যক ধৰ্মভীৰুৰ নহ'লেও ধৰ্মগুৰুৰ বাবে কিন্তু ভগৱানৰ ৰূপ বা অস্তিত্ব মাজে মাজে 'ধৰা' বিধৰো যেন লাগে আৰু মাজে মাজে 'নধৰা' বিধৰো যেন লাগে। সুযোগ আৰু সুবিধা অনুসাৰে ঠিক মিছিং গাজাৰ (মিছিং সমাজত প্ৰচলিত কিছু সঁচা কিছু মিছা কথা) দৰে 'নধৰে নধৰে' বোলা কথাষাৰে সম্পূৰ্ণ বিপৰীত অৰ্থত 'ধৰিব ধৰিব' বোলা ভৱিষ্যদ্বাণী স্বৰূপে পৰিগণিত হৈ পৰে। অ' ৰ'বচোন ৰ'ব! আপোনালোকে ছাগে মোৰ কথাষাৰ ধৰিবই পৰা নাই, নে মনেই কৰা নাই।

যদি মন কৰিছে তেন্তে মইতো কৈফিয়ৎ দিবই লাগিব। কোৰ্টত হাকিমৰ আগত কোৱা যেন কৈ ময়ো কওঁ— "মই যি শুনিছোঁ তাকেহে ক'ম, তাৰ ব্যতিৰেকে আন একো নক'ম।" আৰু মোৰ অনুৰোধ সেই লৈ সাক্ষী-প্ৰমাণ বিচাৰি মোক আপোনালোকে **উভতি নধৰে** যেন।

এক তপ্‌তিয়াৰ প্ৰকৃতিৰ মিছিং চহৰ ফুৰাৰ (চহৰীয়া?) লগত সিদিনা অৰ্থাৎ ঘটনাৰ দিনাখন লগত দুজন সহচৰীও আছিল। সিহঁতে চহৰৰ এফালে যাবলৈ তিনিও এখন ৰিক্সাতে উঠিবৰ মনস্থ কৰিলে। ৰিক্সাচালকে বোলে— "এখন ৰিক্সাত তিনিজন নহ'ব দেই। তিনিজন ইয়াত **নধৰে নধৰে**।" তপ্‌তিয়াৰে তপৰাই তাৰ **কথাত ধৰি পেলাই** বোলে— **"ধৰিব ধৰিব"**। এই বুলি কৈয়েই এখন ৰিক্সাতে তিনিও উঠি বহি ল'লে যি ল'লেই। অগত্যা উপায় নেদেখি ৰিক্সাবালাই সিঁহত তিনিওকো উঠাই লৈ চহৰৰ নিৰ্দিষ্ট পথেৰে **যাবলৈ ধৰিলে**। তেনেতে চকু পৰক কোনো এজন আপদীয়া পুলিচৰ— "এই ৰিক্সা ৰাখা! তিনিজনক উঠোৱাটো যে আইন মতে দণ্ডনীয় তাক নাজানা নেকি?" ৰিক্সাবালাই বিৰক্তিত ভোৰভোৰালে— "এয়া **ধৰিলেই** নহয়।" তাকে শুনি তপ্‌তিয়েৰে তপৰাই টিপ্পনী মাৰিলে— "আমিতো আগে-ভাগেই কৈছিলোঁ— **'ধৰিব ধৰিব'** বুলি। আপুনিহে কৈছিল— **'নধৰে নধৰে'** বুলি। ইয়াত আমাৰ হ'লে একো দোষ নাই দেই" বুলি **খৰ-খৰকৈ** নামি তিনিওজনে নিৰাপদ দূৰত্বত অৱস্থান কৰিলেহি।

এয়া হ'ল অসমীয়া ভাষাৰ নাম্বাৰ ৱান **'ধৰা-নধৰা'**ৰ খেল। এনে খেল আৰু আছে দুটামান। এনে এটা **'ধৰি লোৱা'**ৰ খেল খেলিছিল এবেলা কৰ্টতে স্বয়ং হাকিমৰ লগতে আন এগৰাকী মিছিং টেটোনে। আমাৰ অসমীয়া 'মাখি মিঠৈ খোৱা', 'জোঁৱায়ে জী নিয়া' নামধাৰী বহুৰূপী লকটন নামৰ টেটোনৰ লেখীয়া নতুবা সোণোৱাল কছাৰীৰ "নোধোৱাক গা ধুৱায়, নবহাক পীৰাত বহুৱায়, নোখোৱাক ভাত খুৱায় কোনে কোনে কোনে— একমাত্ৰ ঘৰৰ ঘৈণীয়ে" এনে পাক লগা প্ৰশ্নৰ সমিধান বিচৰা টেটোনৰ লেখীয়া। দৰাচলতে সেই নোমটেঙৰ মিছিং টেটোনে হেনো এজনী ল'ৰি মাকক অৰ্থাৎ আন এজনৰ ল'ৰা-ছোৱালী থকা তিৰোতাক পলুৱাই অনা দোষত দোষী সাব্যস্ত হৈ কোৰ্টত থিয় দিবলগীয়া হৈছিল। কোৰ্টত বিচাৰ চলাইছে স্বয়ং মহামান্য বিচাৰ পতি অৰ্থাৎ তেতিয়াৰ হাকিমে। হাকিমে বোলে— "বোলোঁ, তিৰী চোৰ হাজিৰনে?" "হয় হুজুৰ।" "তুমি হেনো লোকৰ তিৰী পলুৱাই আনিছা, কিয়?" "এহ! হুজুৰে কাটকেই বা মাৰকেই। ধৰচোন তুই যেনিবা মোৰ ল'ৰা। তোৰ মাৰৰ মতাটো যেনিবা সি (গুচৰীয়াক দেখুৱাই)! সি তোক পুহিছেহে; জন্মদাতা পিতৃ হলুং মুইহে। সেই লৈ মতাটো সদায় দ্বন্দ-খৰিয়াল কৰে, মাজে-মধ্যে পিটেও। সেয়ে মুই মন তাপৰিব নোৱাৰি তোৰ লগতে তোৰ মাকো একেবাৰে উঠাই লৈ আনিলুং বাপ্পেকে। ইটু

কিবা মোৰ অপৰাধ হ'লনা হুজুৰ! ল'ৰাক উদ্ধাৰ কৰি মুই পুণ্যৰহে কাম কৰিলুং। এতিয়া হুজুৰ! তয়ে ক'চোন সেই মাইকীজনী কাৰ ঘৰত থকা উচিত। ল'ৰাৰ বাপেকৰ ঘৰত নে ল'ৰাৰ মাকৰ স্বামীৰ ঘৰত।" বিচাৰত হোজা যেন লগা মিছিং টেটোনে বাকচাতুৰ্যৰে হাকিমৰো মুখৰ মাত নোহোৱা কৰি দোষমুক্ত হ'ব পাৰিছিল বুলি এতিয়াও সেইফালৰ মিছিং মুলুকত বিজ্ঞজনৰ দৃষ্টিত ধৰা নপৰাকৈ মুখে মুখে মুখ বাগৰি আছিছে।

মুঠতে অসম মুলুকত সিজনা মাতৃভাষী অসমীয়াই হওক বা অনা-মাতৃভাষী (থলুৱা ভাষাভাষী) অসমীয়াই হওক— এসময়ত এই 'ধৰা-ধৰি' কাৰবাৰটো বৰ বেছি আছিল যেন পাওঁ; কিন্তু তাৰ কোনো ধৰা-বন্ধা নিয়মহে নাছিল যেন মনে ধৰে। অসমীয়াত নহ'লেনো ইমানসোপা 'ধৰ'-ৰ নামেৰে জাতি-বৃত্তি-উপাধি, নদ-নদী-হাবি-গাঁও, দেৱ-দেৱী-অসুৰ-দানৱ প্ৰভৃতি অথবা নাটক-চিনেমা-থিয়েটাৰ পাওঁনে? যেনে ধৰক (ধৰাটো বাদেই, বাস্তৱিকতেই) গৃহ বা ৰাজকাৰেঙৰ আলধৰা লগুৱা /লিগিৰী, ৰজা বা ডা-ডাঙৰীয়াৰ ছাৰ দৰে লাগি ফুৰা— চেংধৰা (গোমচেং ধৰা) বা চোলাধৰা, আবোৱান ধৰা (চমুতে আৰান্ধৰা), জৰাধৰা (ভোগজৰা ধৰা), চাবুকধৰা, সৌকাধৰা, হেংদানধৰা, ডাংধৰা, দাধৰা (শাণত দা ধৰা লোক নহয় দেই), মাটি জোখা দৰৱধৰা (হাস্পতালৰ দৰৱৰ যোগান ধৰা কম্পাউণ্ডাৰ বা নাৰ্ছ নহয় দেই), ভাওনাৰ আৰিয়াধৰা ইত্যাদি ইত্যাদি উত্তৰাধিকাৰী সূত্ৰে লাভ কৰা পৈতৃক সম্পত্তিস্বৰূপ বৃত্তিগত উপাধি। আনহাতে বিয়াত দৰাৰ লগত যোৱা দৰাধৰা বা ছাতিধৰা (সখি), নাম গাওঁতে গায়ন-বায়নৰ লগৰে নামধৰা (ভকত), তাহানিৰ ব্ৰিটিছ আমোলত লুকাই-চুৰকৈ দলং আদিত নৰবলি দিবলৈ পিয়াপি দি ফুৰা সোপাধৰা (আজিকালিৰ দিনত টকা হাত কৰিবৰ বাবে নিৰুদ্দিষ্টজনৰেই সন্মতি সাপেক্ষে বা অসাপেক্ষে কিডনেপিং কৰোঁতে— দিন দুপৰতে লোৱা ব্যৱস্থাৰ দৰে নাছিল চাগে। ৰাজনৈতিক কাৰণতো এইবোৰ আজিকালি ভাতৰ লগত পানী খোৱাৰ দৰে ঘটিয়েই থাকে— নহ'লেনো চি বি আইৰ ভিজিলেঞ্চেও নিজে ভাৰাত লোৱা ভৱনৰ অ'নাৰ অৰ্থাৎ মালিককে ধৰিবলৈ বাৰ বছৰ বা ততোধিক কাল খাপ পিটি থাকিব লাগনে?) তেনে কিছুমান দায়িত্ববান লোকেই আছিল দিয়কচোন। নামধৰাৰ দৰে ঘৰধৰা (ছোৱালী/গৃহিনী), গুৰিধৰা (গুৰিয়াল), ধৰণীধৰা (নেতা) আদি নামটোত, আনকি দৰাধৰা নামটোত 'ধৰাটো' বাহানা মাত্ৰ আছিল। কিন্তু সাক্ষী-প্ৰমাণ নাপালেও সোপাধৰাই ৰীতিমত মুখত সোপা দি বস্তাত ভৰাই ধৰি-বান্ধি ল'ৰা-ছোৱালীক নিৰ্দিষ্ট ঠাইত চালান দিয়াৰ ঠিকা লৈছিল। (অৱশ্যে ল'ৰাধৰা ধাইৰ গাত এই বদনাম ৰটিবলৈ কাৰো সাধ্য নাছিল দেই— তাহানিতে)। সেইবাবেই সকলো বৃত্তিতকৈ এই বৃত্তিত ৰিস্কো আছিল চাগে কিছু বেছি। তেনে লোকক

**হাতে-লোটে ধৰা নপৰিলেও** অনুমানতে কিছুমানে জীয়াই জীয়াই পুৰি মাৰিছিল বা মাটিত পুতি থৈছিল; কিয়নো পুলিচৰ হাতত পৰিলে লাইচেন্স থকা বাবে হেনো **সোপাধৰাৰ** কোনো শাস্তি নহৈছিল। নগাঁও **অঞ্চলত পোৱালি ধৰা** (বঙাল), **গোৱালপাৰা অঞ্চলত ছাগল ধৰা**, ৰাভাৰ মাজত ছোমাদাৰ, বড়োৰ মাজত **ছাকনদ্ৰা**, কাৰ্বিৰ মাজত ফাংকাদং ইত্যাদি নামেৰে নিজৰ জীৱন বন্ধকত থৈ হ'লেও তেনে ধন ঘটা লোক কিছুমান আছিল আৰু **ধৰা পৰিলে** সিহঁতক ৰাইজে চৈধ্য গোষ্ঠী (*চৈধ্য পুৰুষ) উদ্ধাৰ কৰি মূৰত চূণ-কালি লগাই হাবিত মেলি দিছিল।

ৰামায়ণ-মহাভাৰতৰ সময়তো চাগে তাকৰীয়াকৈ হ'লেও এনে **বৃত্তিধাৰী** কিছু লোক আছিল। কেনৈ শ্ৰীকৃষ্ণৰ যিকেইটা উপৰুৱা নাম আছিল তাৰ ভিতৰত দেখোন **'ধৰা'-ৰ** নামত **'ধৰ'** ধৰা বা নিজে **'ধাৰী'** হোৱা— **মুৰুলীধৰ, বেণুধৰ, বংশীধৰ, চক্ৰধৰ, গিৰিধৰ/ধাৰী, গোবৰ্দ্ধন ধাৰী** ইত্যাদি নামবোৰ নামজাদা হৈ জাকত জিলিকি থকা নাছিল জানো! তেওঁৰে ককাই বলৰামৰ আন এটা নাম **হলধৰ** নাছিল জানো? তেওঁ নিজেও শৈশৱতে লীলা দেখুওৱা বুলিয়েই *ধৰক (হওক) বা সঁচা-সঁচিকৈয়ে *ধৰক (হওক) লৱণু অৰ্থাৎ মাখন চুৰি কৰি খাইছিল বাবে গোপীসৱৰ দ্বাৰা এবাৰ **হাতে-লোটে ধৰাও** পৰিছিল; কিন্তু চতুৰ শিশু কৃষ্ণই গৃহস্থনী গোৱালীৰ মুখতেই মাখন সানি দি নিজে **'চোৰধৰা'** বদনামৰ পৰা বিমুক্ত হৈ 'পিম্পৰা গুচোৱা' নাম লোৱা নাছিলনে? সেয়েহে কৃষ্ণপ্ৰাণা মাধৱদেৱে ব্ৰজাৱলী ভাষাত হ'লেও লিখিয়েই পেলালে **'চোৰধৰা** পিম্পৰা গুচোৱা' নামৰ ঝুমুৰাটি। ঝুমুৰাটি পৰিচালনাৰ ক্ষেত্ৰতো পুতলা নাচৰ **সূতা ধৰোঁতাৰ** (সূত্ৰধাৰ) আৰ্হিত 'সূত্ৰধাৰ' চৰিত্ৰৰ সৃষ্টি চাগে এইবাবেই কৰা হৈছিল।

'কুম্ভীলক বৃত্তি' নাম পোৱাৰ ভয়ত **আৰু ধৰি তাক ধৰি** খাটিৰ কৰি ফুৰাতকৈ **গুৰু শংকৰৰ** আদেশ মানি নিজে **গুৰিত ধৰি** আৰু গুৰুজনাকো **আগত ধৰাই (লেজুত ধৰি বল প্ৰয়োগ নকৰাৰ** উপায় কিন্তু অৱলম্বন কৰা নাছিল দুয়োজনা দেউৱে দেই) মাধৱ কন্দলী বিৰচিত অথচ দুষ্প্ৰাপ্য কাণ্ড দুটা, অৰ্থাৎ আদিকাণ্ড আৰু উত্তৰাকাণ্ড ৰামায়ণ লিখি আঁটাইছিল। তাৰে বিদেশীয়ে **আগুৰি ধৰা** অসম মুলুকত আমি সবেও **সাজ-পানী নধৰা আৰু ধৰা** ভকত বৃন্দয়েও অৰ্থাৎ *দিন খোৱা আৰু ৰাতি খোৱা সম্প্ৰদায়েও হৰিগুণ গাই নিজসাধ্য অনুসাৰে **ধৰ্ম ধাৰণ কৰি** আছোঁহক অৰ্থাৎ **'ধৰম-কৰম'** বোলা ধৃ-কৃ ধাতুজাত কাৰ্য কৰি আছোঁহক।

'ভকতৰ বৈশ্য তুমি হৰি' বাণী সাৰোগত কৰিবলৈ পুত্ৰৰূপে নন্দ-যশোদাৰ ঘৰত *জন্ম ধৰা (অৱতাৰ ধৰা) ব্ৰজধামৰ শিশুকৃষ্ণই লগৰীয়াৰ লগত গৰু চৰাই ফুৰোঁতে গুৰু শংকৰে খেলাৰ দৰে পুৰণি কামৰূপত প্ৰচলিত ভণ্টাগুটি, ঘিলাখেল খেলিছিল যিহেতু (বিষ্ণু ৰাভাৰ গীতত উল্লেখ থকা মতে); তেতিয়াৰ 'ধৰা হাউ

**খেল'** অৰ্থাৎ আজিকালিৰ কাবাদী (হৈ গুদু) খেলো যে খেলা নাছিল কোনোবাই *পিতৃ পুৰুষৰ (পিতৃ-পিতামহৰ) নাম **ধৰি** ক'ব পাৰিব। যদি পাৰে এই ব্যঙ্গ লেখক নামধাৰীক **গলত ধৰি, বুকুত ধৰি** টানি আনি, চোঁচৰাই-বগৰাই, লঠিয়াই-গুৰিয়াই যি যি পাৰে *ই আৰু *আই যুক্ত কৰি এৰি দিব, মাত্ৰ পুলিচত **ধৰাই নিদিব**। পুলিচত দিলেও মিছিং তীখৰে কথাৰ জোৰত সৰকি অহা দি আহিব নোৱাৰিলেও অন্ততঃ *মিনিষ্টাৰ এমেলেক ধৰি* যে আহিব পাৰিম তাক চৈধ্য **পুৰুষৰ নাম ধৰি** এতিয়াই লিখি দিব পাৰিম। নহ'লে আমাৰ *উঠি চিয়েম *বহি চিয়েমসকলে কোৱা দি প্ৰেছ মীট পাতি 'তেনেকৈ কোৱা নাছিলোঁ নহয়' বুলি কৈ দায় সাৰিম বা প্ৰয়োজন হ'লে ক'ত কেতিয়া কাৰ আগত তেনেকৈ কৈছিলোঁ বুলি আপোনাসবকে **উভতি ধৰিম**। কাৰণ, এতিয়া আৰু তাহানিৰ দৰে **হাতে-ভৰিয়ে ধৰি** ক্ষমা খোজাৰ বা **কাণত ধৰি** সৈ কঢ়াৰ দিন নাই।

বড়োসকলৰ মাজত তেওঁলোকৰ দেৱ-দেৱীৰে অন্ততঃ কিছুসংখ্যকে **সহচৰী** হিচাপে বিচনী (ফাংখা), পতাকা (নিছান) আদি **ধাৰণ কৰিছিল** বাবে যথাক্ৰমে **ফাংখা ধৰা, নিছানধৰাৰ** দৰে নাম পাইছিল যেন **মনে ধৰে**। ৰাভাৰ মাজতো **দাংধৰা** নামৰ অনুৰূপ দেৱতা আছে। ৰাজবংশীৰ মাজতো এই জাতীয় দুটিমান দেও-ভূত আছে। ইয়াৰে **ডাংধৰীক** পাৰ্বতীৰে আন এটা নাম আৰু **চুচিয়াধৰাক** মাশান নামৰ অপদেৱতাৰ অপকৰ্ম বুলি **ধৰি লোৱা** হয়। এইবোৰ বাৰু দেও-ভূতৰ নাম, তাৰে নিসিজে আমাৰ কাম। আমাৰ নামতে আমাৰ কামৰ পৰিচয় য'ত পোৱা যায় **তাকে নধৰোঁনে** কিয় এইবাৰ। লোকৰ **পোন্দত ধৰি** বৈতৰণী পাৰ হোৱাত অভ্যস্ত আমি অসমীয়া সোপাৰ বীৰ-বীৰঙ্গনাৰে হওক বা ভীৰু অলপধতুৱা ৰজাৰ বংশধৰৰে হওক নামটোলৈনো নাচাওঁ কিয়? আমাৰ উপৰিপুৰুষ স্বৰূপ দেৱ-দেৱীৰ নামেৰে আমিও উত্তৰাধিকাৰীসূত্ৰে নাম থোৱা নাই জানো। এই **ধৰক গদাধৰ** (সিংহ), **সূত্ৰধৰ** (উপাধি বিশেষ), **ছত্ৰধৰ, পুষ্পধৰ, ধৰণীধৰ, ভূমিধৰ, মহীধৰ, ভূধৰ** (=পৰ্বত), **গংগাধৰ, শশধৰ** (=চন্দ্ৰ), **লক্ষ্মীধৰ, ৰাজধৰ, মীনধৰ, হংসধৰ, ফণীধৰ** (=সাপ), **বিদ্যাধৰ, গুণধৰ** ইত্যাদি ইত্যাদি। সেইদৰে স্ত্ৰীলিংগত ৰতী, **ধাৰণীযুক্ত** নামবাচক শব্দৰ বিপৰীতে পুংলিংগত বা লিংগ নিৰপেক্ষ ৰূপত বিশেষ বিশেষ **নামধাৰী** আধুনিক পদ বা **ডিগ্ৰীধাৰী** লোক (ব্ৰিটিছৰ দিনৰ চৌধাৰী/চৌধুৰী, ৰয়চৌধুৰী পদবীৰ অনুৰূপভাৱে); যেন সাইলাখ **গৰ্ভধাৰিণী** মাতৃহে। ভাগ্যে যেনিবা ব্ৰিটিছসকলৰ দৰে চাকৰিয়াল বা পৰিয়াল থকা লোকক *চাকৰিধাৰী (service holder), *পৰিয়ালধাৰী (family holder) বুলি আমি পৰিচয় কৰাই নিদিওঁ। দেৱ-দেৱী বা নৰ-মনিচৰ কথা বাদেই ঠাইৰ নামো **ধৰ, ধৰাৰে** ৰাখে দেখোন। উদাহৰণ স্বৰূপে **গদাধৰ** (নৈ), **বঙ্গালধৰা** (ধৰমতুলৰ কাষৰীয়া), **কাছধৰা** খেতালি পথাৰ (চৰাই বাহী), ধুপধৰা (গোৱালপাৰা-কামৰূপ জিলাৰ

**সীমামূৰীয়া), মালাধৰা** (আগিয়া-লক্ষীপুৰৰ মাজৰ ঠাই), **ধৰধৰ** ( ?, অসম-মেঘালয়ৰ সীমান্তৱৰ্তী পিকনিক স্পট), **বাজধৰ** (চাহ বাগিচা), **কইনাধৰা পাহাৰ** (ৰাজভৱন) ইত্যাদি।

**গদাধৰ** নৈৰ কথা ওলাল যিহেতু **গদাধৰৰ পাৰে পাৰে ঠন ধৰি উঠা হাতী ধৰা** বৃত্তিৰ কথানো নুলিয়াই থাকোঁ কেনেকৈ? ভূপেন হাজৰিকা হেন মস্ত এটি 'যাযাবৰী', 'জংলী' মানুহৰে **'হাতীনো ধৰিবলৈ গৈ'** গদাধৰ নৈৰ ঘাটত গা ধুই থকা 'গৌৰীপুৰীয়া গাভৰুক দেখি' হিয়া-দিয়া-নিয়া কৰিবৰ মনে বিচৰা হয় আৰু ৰমণীপ্ৰিয় ৰজা-মহাৰজাৰ কথা ক'ব লাগিছেনে দেও। ইফালে হস্তীনো বাৰু কি? ই যে মানৱ কন্যাৰেই নামান্তৰ— 'মাথায় নিয়া চান কলসী', 'অ' হস্তীৰ কন্যাৰে... বামুণেৰ নাৰী' -হে। সেয়ে মাউতৰে হওক বা ফান্দীৰে হওক সবৰে 'মুখে চাপা দাড়ি ঘৰে কয়জন নাৰী' বিষয়ক ডাঙৰ একোটা প্ৰশ্ন? কিন্তু উত্তৰ একেবাৰে শৰ্টকাৰ্ট— 'হস্তীৰ নৰাং হস্তীৰ চৰাং বামুণেৰ নাৰী। সত্য কৰিয়া কৈলাম কথা বিয়াই নাই কৰি।' কিবা বোলেনে **এটাক ধৰি আনটোক এৰি** 'চোৰ চোৰ-পুলিচ পুলিচ' খেলাৰ দৰে কথা— 'তই হাড়ীত খাইতী মই গৰুচোৰ।' 'চোৰ বিদ্যা মহা বিদ্যা যদিহে **নপৰে ধৰা**' নহ'লৈ 'চোৰ গ'লে বুদ্ধি বৰষুণ গ'লে জাপি'ৰ কি কাম। **চোৰ ধৰিবলৈ** কত ৰকমৰ যে ব্যৱস্থা নাছিল তাহানিৰ দিনত। বীৰবলে জাৰি দিয়া লাঠি প্ৰকৃত চোৰৰ হাতত এৰাতিত দুআঙুলকৈ বঢ়াৰ ভয় দেখুৱাই চুটি কৰি অনা লাঠিৰ গৰাকীক সহজে **চোৰ ধৰাৰ** দৰে বেঁত জাৰি **চোৰ ধৰা**, বাটি জাৰি **চোৰ ধৰা**, নখত তেল সানি **চোৰ ধৰা** ইত্যাদি কত ৰকমৰ যে **ধৰ-পাকৰ**। এইবোৰ উপায় ফেইলাৰ হ'লেহে 'কঁঠাল চোৰৰ আঠাই সাক্ষী' 'হাঁহ চোৰৰ পাখিয়ে সাক্ষী', 'চোৰৰ মনত পুলিচ পুলিচ' বা 'চোৰেহে চোৰৰ ঠেং দেখা' জাতীয় ব্যৱস্থাৰ বলৱৎকৰণ হয়। মুঠতে চোৰ বৃত্তিৰ সম্প্ৰসাৰণ-সংকোচনৰ লগতহে **চোৰ ধৰা পৰা-নপৰা** কথাটো সাঙোৰ খাই আছে। দেশৰ যতমানে চোৰাংচোৱা আছে কেতিয়াবা এজন চোৰাং কাৰবাৰীকো **ধৰা পেলোৱা** কথা আপুনি শুনিছেনে বাৰু? আজিকালিৰ দিনত সকলোৱে দেখা অথচ আইনৰ চকুত **ধৰা নপৰা** অৰ্থাৎ open secret কত ৰকমৰ চোৰ বা চুৰি চাপ্ৰাচি ওলাইছে— তেল চোৰ, ফাইল চোৰ, চিডি চোৰ (piracy), কাহিনী চোৰ (ফিল্ম ৰিমেক বা মেকিং), সাহিত্য চোৰ (কুম্ভীলক বৃত্তি)ৰ পৰা একেবাৰে সাংসদ-বিধায়ক চোৰ বা ভোট চোৰ (বেলট পেপাৰ যোগে ৰেগিং কৰা) লৈকে। অৱশ্যে তাহানিৰ ফৌজদাৰী গোচৰত অভিযুক্ত কিছু গভাইত চোৰ আৰু সিন্ধ দি চুৰিকাৰ্য বৰ্তমান হয় উঠি গৈছে নহ'লেবা চোৰ বদনামৰ পৰা এইবোৰ খাৰিজ কৰা হৈছে।

তাহানিতে আছিল দফাই দফাই ফুলচুৰি কেছ— বলাৎকাৰ, নাৰী ধৰ্ষণ, সতীত্ব হৰণ, অসৎ বৃত্তি চৰিতাৰ্থকৰণ, অশালীন ব্যৱহাৰ, বেইজতি আৰু কত কি! আজিকালি এইবোৰ ফুলচুৰি নহয় যেনিবা লুকা-চুৰিহে; কিয় উঠিব কোৰ্টৰ কেছত! দিনৰ ভাগত দেখদেখকৈ মুকলি পথাৰত নতুবা ৰাতিৰ আন্ধাৰত পিতৃ বা স্বামীৰ বৰ্তমানত সাতটাকৈ মদগজ জোৱানে এগৰাকী নাৰীকে উপৰ্যুপৰি ধৰ্ষণ কৰি গ'লেও মেডিকেল টেষ্টত **ধৰা নপৰে** আজিকালিৰ ভাষাত ৰিপ'ৰ্ট ওলায় নিগেটিভ। তাহানিতে আছিল জনশূণ্য নেচনেল হাইৱেত হাইৱেমেন, পাৰাপাৰহীন সমুদ্ৰতলিত জলদস্যু বা পাইৰেট; আজিকালি খুল্লাম খুল্লাকৈ দিন-দুপৰতে গুণ্ডা টেক্স, হাপ্তাৰ নামত এইবোৰ জন অৰণ্যত নগৰ-মহানগৰহে নালাগে মফচলীয়া চহৰ বা বস্তিবোৰতো ঘটিয়েই থাকে। কোনো **ধৰা নপৰে**, কাৰো **ধৰিবৰ গৰজ** নপৰে। নাৰী সৰবৰাহকাৰীৰ পৰা মানৱ অংগ ব্যৱসায়ীলৈকে, গুপ্তহত্যাৰ পৰা মুক্তহত্যালৈকে বাঘা বাঘা নেতা-মন্ত্ৰীৰ হস্তক্ষেপত চলিয়েই আছে, চলিয়েই থাকিব গণতান্ত্ৰিক দেশত। গণতন্ত্ৰ মানে একপ্ৰকাৰ চোৰতন্ত্ৰ— **ধৰা পৰিও নপৰা** শাসন যন্ত্ৰ। ইয়াত গুপ্তচৰেও নিজে চোৰৰ সৈতে গোপন হাত মিলাই চলে বাবে গুপ্তহত্যাৰ দৰে *গুপ্তচোৰ নামধাৰী হৈছে।

ছিৰিবিষ্টু ছিৰিবিষ্টু! ৰাজনীতিৰ নামত সাতকিল মৰা এই অধমৰ মুখেদি কোন টলকত ভাষা-সাহিত্যৰ পৰিৱৰ্তে কূটনীতি-ৰাজনীতিৰ কথাহে ওলাই পৰিল তৰ্কিবই নোৱাৰিলোঁ। কেনেবাকৈ পুলিচে শুনিব লাগিলে **ধৰি নিব দেখোন। ধৰি নিনিলেও** কাণততো *ধৰাব পাৰিব (**কাণত ধৰাই উঠা-বহা কৰাব**), **কাণত নধৰালেও** এণ্টিচিপেটৰী জামিন বিচাৰিবলৈ বুলি উকিলকতো *ধৰাবই (**ধৰিবলৈ বাধ্য কৰাব**); অথবা স্বয়ং চিয়েম নহ'লেও ৰুলিং পাৰ্টিৰ খাচ **মানুহক ধৰিবলৈ (হাতে-ভৰিয়ে ধৰিবলৈ)** বাধ্য কৰাব।

যি হ'বৰ হ'ল এতিয়া আৰু এই বিষয়ে মোৰ মুখ নাখায় খোল। **হাতে-ভৰিয়ে ধৰিবলৈ** এতিয়া আৰু কাৰো ওচৰলৈ নাযাওঁ। তাতকৈ মই এতিয়া **কাক কেতিয়া কেনেকৈ ক'ত ধৰিলে (য'ত ধৰিব লাগে ত'তে)** ফল দিয়ে আৰু **কেনেকৈ ক'ত নধৰিলে** ফল নিদিয়ে তাৰে আলেখ-লেখ লওঁ। প্ৰয়োজন হ'লে প্ৰক্সি মাৰি হ'লেও ব্যাকৰণৰ ক্লাছ ল'বলৈ গৈ এইবোৰকে কেতিয়াবা প্ৰশ্ন আকাৰে **ধৰিব পাৰিম**।

(ক) **কাক কাক ধৰিলে ধৰিব পাৰি** (অৰ্থাৎ কৰ্তাই কৰ্মক ধৰা =কৰ্তৃবাচ্য)ঃ

**পুলিচে চোৰ ধৰে** (কেতিয়াবা চোৰৰ ঘাটি উৎখাত কৰে);

**চিকাৰীয়ে বাঘ, হাতী আদি ধৰে** (কিন্তু চিকাৰ হ'লে কৰেহে);

**বগলীয়ে মাছ, ভেকুলী, কেঁকোৰা** আদি **ধৰে** (কিন্তু শামুক ভঙা নামৰ বৰটোকোলাই শামুক *নধৰে ভাঙেহে)

**দৰাঘৰীয়াই কইনা/ছোৱালী ধৰে** (কথাই আছে '**ধৰি অনা কন্যা**, খুজি অনা বৰ।')

আনহাতে কেতিয়াবা কৰ্তাই কৰ্মক নধৰি নিজেহে সক্ৰিয় হয় (কৰ্ম-কৰ্তৃবাচ্য)। যেনে— ঔষধে **ফল ধৰ** (গুণ দি), ম'ৰাই **চালি ধৰ** (পেখম ধৰি নাচ), ধানে **সঁজাল ধৰ** (লহপহকৈ বাঢ়) ইত্যাদি।

সেইদৰে **কৰ্মই কৰ্তাৰ** কাম কৰি নিজে কৰ্ম-কৰ্তৃ বাচ্যত প্ৰয়োগ হয়— ঠিক যেনিবা 'হাপাই আনলাক তিৰী বোন্দাই হলাক গিৰী'-ৰ দৰে কাণ্ড আৰু যেনে— **ভালুক জ্বৰে ধৰ, নেৰানেপেৰা অসুখে ধৰ্, আলষণীয়ে ধৰ্**, কৰ্তা অবিহনে কৰ্মই প্ৰাধান্য পোৱা ৰূপতো ধৰ্ ধাতুৱে **ধৰণী ধৰি** থকা দি থাকে। যেনে—

**ওপৰ পুৰুষৰ্ক ধৰা** (পিতৃ-পিতামহক ধৰি গালি পৰা), **মোকো** তোমালোকৰ **লগত ধৰিবা** (গণ্য কৰিবা), **তেওঁকে ধৰি** (লৈ) পাঁচজন হ'ল ইত্যাদি।

(খ) **কেতিয়া ধৰিব পাৰি :** ইয়াৰ প্ৰয়োগ নায়েই কাৰণ অসমীয়াসকল শুই থকা শিয়ালৰ নিচিনা— ক'ত আৰু **হাঁহ ধৰিব পাৰিব**। হাঁহৰ দৰে নিমাখিত প্ৰাণীক **ধৰিবলৈ হ'লেও** 'বাচি খাবা জাগি শুবা'-ৰ দৰে শুই নাথাকি সময়তকৈ আগতে গৈ খাপ পিটিয়ে হওক বা চোপ লৈয়ে হওক **হাতে-লোটে** (আজিকালি আৰু অসমীয়া ঘটিৰাম, বাতিৰামেও লোটাৰামৰ ঘৰত সিন্ধি দি লোটা চোৰ নকৰে; সেয়েহে *হাতে -কলমে*) **ধৰিব পাৰিব** লাগিব। নহ'লে হাজাৰ-লাখ-কোটিৰ ঘৰত থকা অবৈধ বাংলাদেশীৰ **এজনকো ধৰি** দেশৰ সিপাৰলৈ উলিয়াই পঠিয়াব নোৱৰাৰ দৰে কথাহে হ'ব।

তথাপি এনেকৈ ক'ব পাৰি চাগে— যেতিয়া **টোপনি ধৰে** (শুই দিয়ক টোপনিয়ে আহি নিজে **আপোনাক ধৰা দিব**); যেতিয়া ল'ৰা ছোৱালীয়ে **জেউৰ ধৰে** (বিচৰা বস্তু দি জেউৰ ভাঙিব লাগে); যেতিয়া ৰাইজে কিবা কথাত **জগৰ ধৰে** (পাণ তামোল দি জগৰ ভাঙিব লাগে), যদি কোনোবাই আপোনাক বেয়া কামত কাৰোবাক **লগ ধৰে** তৎক্ষণাত না কৰিব লাগে; কিন্তু ভাল কামত কাৰোবাক লগ কৰিবলৈ (*ধৰিবলৈ নহয় দেই।) আপুনি পিছ হুহকিব নালাগে ইত্যাদি। অৱশ্যে এইবোৰৰ কোনো সময় নাই অসময় নাই; যেতিয়াই-তেতিয়াই আপোনাকো **জোকে লাগি ধৰা দি** বা **যমে ধৰা দি ধৰিব পাৰে**। গতিকে be careful।

সেইদৰে **বৰত ধৰোঁতে** হবিষ্যান্ন খাব লাগে, **মান ধৰোঁতে** মান কাপোৰ দিব লাগে, গৃহস্থই **আলপৈচান ধৰোঁতে**, তেওঁৰ শলাগ ল'ব লাগে— এইবোৰ অসমীয়াৰ পৰম্পৰাগত লোকাচাৰ, শিষ্টাচাৰ। মানুহক হাত কৰিব লাগিলে **ভুল ধৰিলে** তৎক্ষণাত

ভুল স্বীকাৰ কৰিব লাগে আৰু কোনোবাই উগ্ৰমূৰ্তি ধৰিলে তাও ধৰি হ'লেও সেও-তাও ধৰিব লাগে।

(গ) কেনেকৈ ধৰিব লাগে ঃ (যি যি উপায় অৱলম্বন কৰিয়েই নধৰক কিয় ইয়াত লক্ষ্মণবাচক কিবা বিশেষণবাচক বাক্যাংশলৈ ৰূপান্তৰিত হ'বই হ'ব।) উদাহৰণ—

হাতে-লোটে ধৰ্ (প্ৰমাণ সহকাৰে ধৰ্)

জোক্ জোককৈ ধৰ্ (খেচখেচকৈ ধৰ)

গজ মুঠীয়াকৈ ধৰ্ (থিয় মুঠিকৈ ধৰ্)

জপটিয়াই ধৰ্ (সামৰি ধৰ্, লোকক লেটিয়াই ধৰ্)

সাবটি ধৰ্ (আলিংগন কৰ্)

গবা মাৰি ধৰ্ (জপটিয়াই সাবটি ধৰ্)

সাবট মাৰি ধৰ্ (আঁকোৱালি ল)

গৰাহ মাৰি ধৰ্ (ভীষণ ৰূপে আক্ৰমণ কৰ্, কামত লগা)

খামোচ মাৰি ধৰ্ (টানকৈ মুঠি মাৰি ধৰ্)

হেঁচা মাৰি ধৰ্ (হেঁচা প্ৰয়োগ কৰ্)

উবুৰি খাই ধৰ্ (সকলো সামৰ্থ আৰু মনোযোগ প্ৰয়োগ কৰি যত্ন কৰ্)

আগ ভেটি ধৰ্ (বাট আগচি ধৰ্)

চাব দি ধৰ্ (সন্দেহৰ ওপৰত দোষাৰোপ কৰি সৈ কঢ়াবলৈ বিচাৰ, জুলুকি বা)

জুমুৰি দি ধৰ্ (বহুতে একেলগে আগুৰি ধৰ্)

কটা/চাৰ বান্ধ দি ধৰ্ (কাটিবলৈ নিয়া অপৰাধীক ধৰাৰ দৰে বান্ধ)

যমে ধৰা দি ধৰ্ (একা-চেকাকৈ খাটনি জোৰ)

জোকে লাগি ধৰা দি ধৰ্ (ব্ৰজলেপন দি)

জুয়ে ধৰা দি ধৰ্ (কিহবাৰ নিমিত্তে টান কথাৰে সুধা)

আনহাতে কৰ্তা কোনো ব্যক্তি নহয়, বস্তুহে সেইগুণে কৰ্ম-কৰ্তৃবাচ্যক প্ৰয়োগ হোৱা স্বয়ংক্ৰিয় ৰূপ কিছুমান হ'ল—

তুলি ধৰ্ (কাপোৰখনে আপোনাক তুলি ধৰিছে)

লাগি ধৰ্ (কাঁইট দাঁতত/ডিঙিত লাগি ধৰে)

জোপটি ধৰ্ (বেৰত লিপি দিয়া গোবৰ-মাটি শুকালে জোপটি ধৰে।)

কাপ/লিপিট খাই ধৰ্ (তিতা মেখেলা-চাদৰখনে গাখীৰ বগা দেহাটি লিপিট খাই ধৰিছে)

কামোৰ খাই/মাৰি ধৰ্ (আঠাখিনি কাগজত কামোৰ মাৰি ধৰিলে)

খুন্দা মাৰি ধৰ্ (শোকে বুকুত খুন্দা মাৰি ধৰিছে)

শূল/শাল/টাহ মাৰি ধৰ্ (পাখৰ হ'লে তলপেট আৰু পিঠি মাজে মাজে

**শূল মাৰি ধৰে)** ইত্যাদি।

(ঘ) **ক'ত ক'ত ধৰিব পাৰি** (কেতিয়াবা কৰ্তাই-প্ৰত্যক্ষভাৱে আৰু কেতিয়াবা পৰোক্ষভাৱে **শৰীৰৰ** বিভিন্ন অংগ-প্ৰত্যংগত, মূৰ্ত বস্তু-বাহানিততো **ধৰেই** বিমূৰ্ত শব্দতো **ধৰে**) ঃ

**প্ৰত্যক্ষভাৱে ধৰা ঃ**

লাজে **নাকত ধৰে**, পিয়াঁজে **চকুত ধৰে**, ঠাণ্ডা পানী **দাঁতত ধৰে**, তামোলে **গাত/মূৰত ধৰে, কচুৱে ডিঙিত ধৰে** (গল খজুৱা, কচুৱে **ডিঙিত ধৰে** অন্যান্যই ধৰিবৰ সুবিধাৰ্থে ডিঙিত **গতা মাৰি ধৰে।** সাঁথৰ আছে নহয় এইবুলি— 'কি বস্তু নাখাওঁতেই **ডিঙিত ধৰে'** উত্তৰ ঃ ঘটি)

এয়া আছিল কৰ্তা-কৰ্ম-ক্ৰিয়াৰ যৌথ অ-ক্ৰিয়া। একেখিনি বাক্যই আকৌ কৰ্ম-কৰ্তা-ক্ৰিয়া বা কৰ্তা-ক্ৰিয়া-কৰ্মৰ পাৰস্পৰিক ক্ৰিয়ালৈ ৰূপান্তৰিত হ'ব পাৰে। উদাহৰণ—

**দাঁতত** পোকে ধৰে = পোকে **ধৰা দাঁত**

**সমাজত** ঘূণে ধৰে = ঘূণে **ধৰা সমাজ**

**ধানত** মোৰাপোকে ধৰে = মোৰাপোকে **ধৰা ধান** ইত্যাদি।

**পৰোক্ষভাৱে ধৰাঃ**

**চৰণত/ভৰিত ধৰ্** (ভৰিত পৰ, কাকূতি কৰ্)

**কাণত ধৰ্** (শপত কাঢ়)

**ৰগত ধৰ্** (লোকৰ ভিতৰুৱা স্বভাৱৰ কথা চৰ্চা কৰ্)

**জাতিত/বংশত ধৰ্** (গালি পাৰ)

(কাৰোবাৰ) **কথাত নধৰ্** (কথাত লাগি নাথাক)

(ভাল) **কামত ধৰ্** (হাত দি)

**নাঙলৰ মুঠিত/নাঙলত ধৰ্** (খেতি কৰ্)

**হালৰ মুঠিত/হালত ধৰ্** (খেতি কৰ্)

**বেপাৰত ধৰ্** (ব্যৱসায়ত মনোনিৱেশত কৰ)

**পঢ়াত ধৰ** (অধ্যয়নত মনোনিৱেশ কৰা) ইত্যাদি।

**ক্ৰিয়া বিশেষণৰ দৰে প্ৰয়োগ ঃ**

**বুকুত ধৰি চোঁচৰাই নি/আন**

**মূৰত ধৰি আশীৰ্বাদ কৰ/দি**

**নাকত ধৰি চাকত ঘূৰা**

**কাণত ধৰি উঠ-বহ কৰ/কৰা**

**নেজত/পোন্দত/পোকৰত ধৰি বৈতৰণী পাৰ হ**
**লেজুত ধৰি বল দি/নিদি** ইত্যাদি।

**পূৰ্বৰ কথাৰ খেও ধৰি, আঁত ধৰি** অৰ্থাৎ জেৰ টানি মই যদি লিখি যাওঁ, তেন্তে সৰু-সুৰা এখনি ব্যাকৰণ-ৰচনা পুথিয়েই হয় দেখোন। সংযুক্ত ধাতু, সংযুক্ত ক্ৰিয়া বা সংযুক্ত শব্দ গঠনৰ দিশত **ধৰ্, ধৰা, ধৰি, ধৰোঁতা** আদি ৰূপৰ যথেষ্ট ইতিবাচক ভূমিকা আছে। কেতিয়াবা বিনা উপসৰ্গৰে কেতিয়াবা কৰ্তাকাৰকৰ এ -প্ৰত্যয়ৰে আৰু কেতিয়াবা অসমাপিকা ক্ৰিয়াৰ ই বিভক্তিৰে এইবোৰ শব্দাংশ বা জতুৱা ঠাঁচ খণ্ডবাক্য ৰচিত হৈছে। উদাহৰণ—

**জুই** (কুৰা) **ধৰ্, জাকি ধৰ্** (জাকি চালনীৰে লৰাই দি গুড় পগাওঁতে), (সিজোৱা) **চাউলমুঠি ধৰ্** (ভকতীয়া ঠাঁচ ঃ ভাত খা), **ধৰণী ধৰ্** (সাপৰ বিষ শাম কাটিবলৈ কামোৰা ঠাইৰ ওপৰত মন্ত্ৰ কৰি বান্ধ দি), **তেজ ধৰ** (তেজাল হ, বলী হ); (গছত) **ফল ধৰ্, লগ ধৰ্, হৰিনাম/কীৰ্তন ধৰ্, ৰং ধৰ্, বৰত ধৰ্, ভেশ/ৰূপ ধৰ্,** (উগ্ৰ/ৰুদ্ৰ) **মূৰ্তি ধৰ্, ভাও ধৰ্, ভেম ধৰ, মান ধৰ, জগৰ/ভুল ধৰ্, জেউৰ ধৰ, ঘোপ ধৰ্** (ৰোহ পাত), **উমনি ধৰ্** (আন্দাজত ঠিক কৰ্), **লেন ধৰ্** (মৰম লগাবলৈ ধুন ধৰি মাত), **আল/আলপৈচান ধৰ্, সেও ভাও ধৰ্** (বশীভূত হ), **টান ধৰ্** (আট খাই লাগ), **আলিত চালি ধৰ্** (প্ৰকাশ্য ঠাইত গা ঘেলা) ইত্যাদি সংযুক্ত ধাতু বিনা প্ৰত্যয়যোগে অৰ্থাৎ অপ্ৰত্যয়ান্ত ৰূপত অসমীয়াত প্ৰয়োগ হয়।

সেইদৰে **সঁজাল ধৰা** (ধান), **গেৰেলী/গেঁৰ ধৰা** (ধান), **ঠোক ধৰা** (কল), **গলধন ধৰা** (ম'হ), **ঘৰ ধৰা** (ছোৱালী/গৃহিনী), **হাত ধৰা** (লিগিৰী), **গা ধৰা** (=হৃষ্ট পুষ্ট হোৱা), **ল'ৰা ধৰা** (=ধাই), **দৰা ধৰা** (=দৰাৰ লগত বিয়া যাত্ৰী হিচাপে যোৱা প্ৰধান সংগী), **টিকি ধৰা** (=বিয়াত লগুণ গাঁঠিৰ সময়ত দৰা কইনাৰ কাপোৰৰ গাঁঠিত ধৰি থকা ল'ৰা, নামনি অসমত), **ছত্ৰ ধৰা** (=কাৰোবাক বিপদ-আপদৰ পৰা ৰক্ষা কৰা), **গুৰিব'ঠা/গুৰিয়াল ধৰা, ধৰণী ধৰা, ধামা ধৰা** (=চেলা-চামচা), **গুৰি ধৰোঁতা** (গুৰিয়াল), **আঁত ধৰোঁতা** (সূত্ৰধাৰ) ইত্যাদি সংযুক্ত শব্দৰ বিশেষণবাচক বাক্যাংশ ৰূপে অসমীয়াত প্ৰয়োগ আছে।

আনহাতে এ-কাৰান্ত কৰ্তাৰে প্ৰয়োগ হোৱা সংযুক্ত ধাতু বা সংযুক্ত শব্দৰ উদাহৰণো অসমীয়াত নিচেই সামান্য নহয়। যেনে— **টোপনি** (য়ে) **ধৰ্, ৰাগি** (য়ে) **ধৰ্, নিচা** (ই) **ধৰ, মনে ধৰ/নধৰ** (পতিয়ন যা), **পানী** (য়ে) **ধৰ, উঁয়ে ধৰ্** (উয়ে খা), **শূলে ধৰ** (শৰীৰৰ কোনো অংশত যাঠীৰে খোঁচা যেন লাগ); **চল্লিহাই ধৰা** (চল্লিশ বছৰ পাৰ হ'লে মানুহৰ দৃষ্টি শক্তি কম হোৱা), **আলখণীয়ে ধৰা** (আলখণী নামৰ ভূতুনীয়ে ধৰাত পেটৰ কামোৰণি হোৱা বুলি ভবা), **ভূতে/বীৰাই ধৰা** (দেও লম্ভা), **খমে ধৰা** (পেটৰ বিষ আৰু ঘনাই শৌচ কৰা), **ধায়ে ধৰা** (কেচুৱাই টোপনিত

**ইহা** বা কন্দা ৰোগ বিশেষ), **তেলে/তেল ধৰা** (তেল বঢ়া), **মামৰে ধৰা** (তৰোৱাল), **উলাহে নধৰা** (হিয়া) ইত্যাদি।

ই কাৰান্ত অসমাপিকা ক্ৰিয়াই ক্ৰিয়াবিশেষণবাচক বাক্যাংশ **ৰূপ ধৰি** অসমীয়াত মাজে মাজে আসন পাৰি বহি থাকে। উদাহৰণ— **আগ ধৰি** (ক/যা), (কথাৰ) **আঁত ধৰি**, **তেমধৰি** (থাক), **উগ্ৰমূৰ্তি/কালৰূপ ধৰি** (খেদি আহ/ঢাপলি মেল), **নাম ধৰি** (মাত/ক), **হাতে-ভৰিয়ে ধৰি**, (শিশু/স্বৰ্ণমৃগ) **ৰূপ ধৰি**, (মোৰ) **হাতত ধৰি**, (লোকৰ) **নেগুৰত ধৰি** ইত্যাদি।

মাজে মধ্যে ই আকৌ পৰ্যন্ত, প্ৰমুখ্যে (including) অৰ্থত পৰসৰ্গৰ নামত চলি থাকে। যেনে—

**তোমাকে ধৰি** বাৰজন লৈছোঁ; **গৰ্ভৱতী মহিলাকে ধৰি** এশজন যাত্ৰী হতাহত হৈছে, **কেবাদিন ধৰি** নেৰা নেপেৰাকৈ বৰষুণ দি আছে, বছৰকে *বছৰ ধৰি* ফাইল পৰি থাকে ডি পি আই অফিচত ইত্যাদি।

অন্যান্য কৃদন্ত ৰূপৰ (বৰ্তমানকালীন, অতীতকালীন আৰু ভৱিষ্যতকালীন) সমাৰ্থকভাৱে যুগ্ম ধাতু গঠনতো ই আগবঢ়া। যেনে— **ধৰি ল** (**ধৰি লোৱা** হ'ল =supposed to be), **ধৰি নি/আন** (**ধৰি আন** পুৰি খাওঁ =হুৰমুৰ), **ধৰি বাখ্** (বয়স **ধৰি বাখিব নোৱাৰি**), **ধৰি-বান্ধি বাখ/থ**, **ধৰি থাক্** (**ভুল ধৰি থাকে**), **ধৰাই দি** (IMDT Act থাকোঁতে বাংলাদেশীক **ধৰাই দিবলৈ** কাৰ সাহ আছে) ইত্যাদি। ইয়াৰ সমভাৱাপন্ন অৰ্থাৎ মিত্ৰপক্ষীয় জোঁট (allianze groups) কেতবোৰ হ'ল—

**ধৰা : ধৰা হ'ল, ধৰা পৰা** (<ধৰা পৰ্), **ধৰা দিয়া** (<ধৰা দি), **ধৰা পেলোৱা** (<ধৰা পেলা);

**ধৰা বন্ধা** (নিয়ম), **এৰা-ধৰা** (মনোভাব), **ধৰা-মেলা** (=খাটনি), তাৰ কথা ধৰা **(ই) টান/মস্কিল**।

: **এৰা-ধৰাকৈ, ধৰা-ধৰিকৈ** ('আছে যদি কপালত ঘূৰি ফুৰিম চহৰত/দুয়ো হাতত **ধৰা-ধৰিকৈ**' সেই সৰ্বাধিক জনপ্ৰিয় বিহুগীত ফাকিৰ)

**ধৰোঁতা/ধৰঁতী : ভুল ধৰোঁতা/ধৰঁতী, আঁত ধৰোঁতা**, শমৰিবলৈ ধৰোঁতা/ধৰতী।

**ধৰোঁতে : যাব** (লৈ) **ধৰোঁতে, পিন্ধিব** (লৈ) **ধৰোঁতে, ভুল ধৰোঁতে**।

**ধৰিব : ধৰিব পাৰ/নোৱাৰ** (=সক্ষম হ/নহ), **তৎ ধৰিব পাৰ/নোৱাৰ, সত্যাসত্য ধৰিব পাৰ/নোৱাৰ**।

**ধৰিবলগীয়া : ধৰিবলগীয়া** (কথা), **নধৰিব লগীয়া/ধৰিব নলগীয়া** (=নধৰ্তব্য)

মুঠতে অন্যান্য ধাতুতকৈ **ধৰ্** ধাতুৰ চাৰ একোপ বেছিহে। ই নিজেই সংযুক্ত ধাতু গঠনতো (উপক্ৰম কৰা অৰ্থত) মুখ্য ভূমিকা লৈ থাকে। যেনে— **যাব ধৰ্, কৰিব ধৰ্, আহিব** (লৈ) **ধৰ্** (থিয়েটাৰ বা টুৰিং চিনেমা প্ৰদৰ্শনৰ আগে আগে যে

**'আহিব ধৰিছে আহিব ধৰিছে'** বুলি প্ৰচাৰ চলায়), **বং চাব** (লৈ) **ধৰ্‌** (পাকিস্তানে যে মুম্বাই নগৰীৰ হোটেল তাজত বোমা ব্লাষ্ট হোৱা সময়ত বিশেষজ্ঞ পঠিয়াম বুলি কৈ মূৰকত নপঠিয়াই ভাৰতৰ **বং চাবলৈ ধৰিছিল** মনত আছেনে?)

যাওক বাৰু সেইবোৰ কথা। **খৰ-ধৰ** কৈ কিবা এটা মন্তব্য দিম; লাগি যাব *সবপিনে/ ছাৰা ইণ্ডিয়াতে* '**ধৰ্‌-খৰ**, মাৰ্‌-মাৰ'।

এইবোৰকে চাগে **'আই ধৰ বাই ধৰ লগোৱা'** বা **'আই ধৰতকৈ বাই ধৰ্‌ চাৰ হোৱা'** বোলে নেকি ঘৰতে থকা হেমকোষৰ অৰ্বাচীন সংস্কৰণখনকে মেলি চাব লাগিব; তাতে নাপালেহে বেণুধৰ ৰাজখোৱাৰ 'অসমীয়া প্ৰবচন'-কে ধৰি চন্দ্ৰধৰ বৰুৱাৰ 'ৰত্নকোষ' (দুয়োটা খণ্ড) নতুবা সৰ্বেশ্বৰ ৰাজগুৰুৰ 'অসমীয়া প্ৰবচন'-ৰ পুৰণি সংস্কৰণ বিচাৰি ধূলিৰে ধূসৰিত কে কে হেন্দিকলৈ গৈ মুখত ৰুমাল বান্ধি (**আগধৰি** ছৰ্দি-কাহৰ প্ৰতিকাৰ স্বৰূপে) এক্সপিডিচন চলাম।

অসমীয়া সমাজত কিছুমান কামত কিছু লোক নিযুক্ত হ'বই লাগে। যেনে **ধৰক**— বিয়া এখনতে, পুৰণি হোম পুৰা বিয়াতে হওক বা মালাবদল বিয়াতে (হওক) দুয়োপক্ষই **বামুণ নাপিত ধৰি, নাম ধৰা আয়তী ধৰি,** অধিবাসৰ পৰা আঠমঙলালৈকে **এসপ্তাহ-এপেষক কাল ধৰি** গৃহস্থৰ **উলাহে নধৰে হিয়া** (অৱস্থা)। তাতে **ব্ৰত ধৰা** (বৰতীয়া) দৰা-কইনা নিজ হাতৰ মুঠিত ডবুৱা কটাৰীয়ে হওক বা ফুলকটাৰীয়ে (হওক) একোখনকৈ **ধৰি থাকিব লাগিব**, খুলশালি সম্পৰ্কীয় **টিকি ধৰা (টেকেলি ধৰা)** ল'বাই বিয়াৰ ঘট বা **টেকেলি ধৰিবলৈ** সাজু থাকিব লাগিব, কইনাৰ মোমায়েকে দৰাৰূপী ভাগিন জোঁৱায়েকক **মান ধৰিবলৈ** মান-কাপোৰ লৈ পদূলিমুখলৈ ওলাই আহি আলেখলেখ লৈ থাকিব লাগিব আৰু তাৰ মাজতে দৰাঘৰীয়াই কইনাঘৰীয়াৰে আলপৈচানত **ভুল ধৰিবলৈ** খিচাগীতেৰে **ছল** চাই থাকিব। এইদৰে **তৎ ধৰিব নোৱাৰাকৈ** মূৰকত বিয়াখনৰ সফল সমাপ্তি হ'বও পাৰে নহ'বও পাৰে। দুখন গাঁৱৰ দুখন সমাজৰ মিলন-বান্ধোন কট্‌কটীয়া কৰিবলৈ ক্লাবৰ মেম্বাৰে **ঠোক ধৰা কলপুলি** পুতি দৰাক **হেঙাৰ ধৰি** জাউৰিয়ে জাউৰিয়ে **প্ৰশ্ন ধৰে** আৰু দৰাজনে মাৰ্জিত ভাষাৰে তাৰ উত্তৰ দিব পাৰিলে বা সেও মানি ল'লে **কইনা ধৰিবৰ** ৰাজহুৱা অনুমতি পায়। এই **ধৰণৰ** পুৰণি বিয়াত ইবিধ সিবিধকৈ কেইবিধমান *আইটেম ধৰাটো* কল্পনাৰো অগোচৰ আছিল— যিটো বৰ্তমান অলিখিত বিধানস্বৰূপ। প্ৰথম আইটেমটো হ'ল— বুফে ছিষ্টেমৰ ৰিচেপচনত এহাতে পাৰ্চেলিনৰ প্লেট বা প্লাষ্টিকৰ ডিচ আৰু আনহাতে চামুচ **ধৰি** থিয়ৈ থিয়ৈ ভোজ-ভাতৰ নামত পুৰি-পোলাও-আইচক্ৰিম খোৱা। আনবিধ ম'ষ্ট ইচেনছিয়েল আইটেমটো হ'ল— লুকাই-চুৰকৈ হ'লেও দৰাযাত্ৰীৰ ডেকাদলে (বাৰাত) **সিবিধ** বুলি **পানীটুপি ধৰা**। আজিকালি কইনাঘৰীয়াই *মনৰ মতন* ডাউৰি **যোগান ধৰিব** নোৱাৰিলে,

হাজাৰ বস্তাঘৰ কইনাৰ ৰূপে তুলি নধৰক, আঙুঠি পিন্ধোৱা (ৰিং ছিৰিমনি কৰা) কইনাজনীকো ডিগুিত ধৰা-ধৰিকৈ কান্দিব লগা অৱস্থা কৰি (এৰা-ধৰা কৰাৰ প্ৰশ্নই নুঠে) এৰি থৈ যোৱাটোও প্ৰায় ধৰা-বন্ধা নিয়মৰ দৰেই হ'ব ধৰিছে।

একালত 'ধৰা-মেলা'ৰ প্ৰতি আমাৰ অসমীয়া কবিসকলৰ দৰে ওমৰ খৈয়ামকে ধৰি পাৰস্য দেশৰ কবিসকলৰো দুৰ্বলতা আছিল যেন পাওঁ। অগ্নিকবি অম্বিকাগিৰি ৰায়চৌধুৰীয়ে 'ধৰ ঝাড়ু ধৰ ভাই' কবিতাৰে ৰাইজনৰ মাজত থকা হিংসা-অসূয়া দূৰ কৰি একতাৰ ডোলেৰে বান্ধ খাই পৰাধীনতাৰ দাসত্ব শৃংখলামুক্ত কৰিবলৈ আহ্বান জনোৱাৰ দৰে ওমৰ খৈয়ামেও জীৱনৰ বন্ধনৰ পৰা মুক্তি পাবলৈ আহ্বান জনাইছে এইবুলি— "ধৰা প্ৰিয়তম প্ৰাণৰ মদিৰা,... আজিয়েই দিয়া কাইলৈ কিয়" (লাজুক কবি যতীন্দ্ৰনাথ দুৱাৰাৰ ভাষাতহে দেই কিন্তু)।

অসমীয়া মানুহে আজিকালি ছিকুৰিটি বা ভিজিলেন্স বাহিনীয়ে মিছা কথা ধৰা পেলোৱা যন্ত্ৰ (lier detector) বা গোপনে নিয়া হাতবোমা মাৰণাস্ত্ৰ ধৰা পেলোৱা যন্ত্ৰ (metal detector) ৰ দৰে অথবা স্নিফাৰ ডগেৰে চোৰ ধৰাৰ দৰে তাহানিতে সমাজত চলি থকা অপশক্তি বা মাৰি-মৰক সৃষ্টিকাৰী সাত শত্ৰু স্বৰূপ ডাইনী-যখিনী ধৰিবলৈ, পোলাকটা বা সিন্ধি খন্দা চোৰ ধৰা পেলাবলৈ নানান উপায় অৱলম্বন কৰিছিল। তাৰ ভিতৰত হাত/বাতি চালান কৰি, বেত/লাঠি জাৰি (মন্ত্ৰপূত বেত বা লাঠি বেৰত আউজাই থৈ), নখত তেল সানি মঙল চাই দোষীক ধৰা পেলাইছিল। মায়ঙৰ বেজে আকৌ মন্ত্ৰপূত পীৰাত বহিবলৈ দি (তাৰ তলত বেজী পুতি) অপশক্তিকাৰীক ধৰা পেলাইছিল।

অসমীয়াৰ মাজত এনে কিছুমান দুষ্ট লোকো আছে যিবিলাকে আকৌ নিজে অপকৰ্মৰ কৰি গিৰিহঁতৰ 'ধৰ ধৰ-মাৰ মাৰ লাগিলে' আগ ধৰি 'আইধৰ বাইধৰ লগাই' উভতি গিৰিহঁতকেই চোৰ ধৰাত সিদ্ধহস্ত। সেয়েহে এনে কাণ্ড-কাৰখানা দেখি দেখি অনাখৰী লোকে নামধৰি নক'লেও আকাৰে ইংগিতে 'কেৰ্কেটুৱাই তামোল খায় নেউলক ধৰি কিলায়' বা 'এক বৰাই ধান খায় এক বৰাই হান খায়' বুলি পটন্তৰ পেলায়।

অসমীয়া মানুহ ধৰা-ধৰিৰ ক্ষেত্ৰত বৰ *ছিয়ানা*। নহ'লেনো লাগনী গছত (নেমু, লেচু আদি) ততাভুকুটাকৈ কলম ধৰি (ডাল ধৰি) একৰ ঠাইত অনেক কৰি মিতিৰ-কুটুমক বিনা পইচাত বিলাব পাৰেনে। তাকে দেখি চাগে এতিয়াও দুই-একে লুকা-চুৰিকৈ কাৰ্বন বা জেৰক্স কপি কৰি (duplicate কপি) পঠালে ধৰা পৰিব বুলি ভাবি নিজ হাতে কপি কৰি কুম্ভীলক বৃত্তিৰ গয়নাৰ পৰা মুক্ত হৈ বিজ্ঞানীয়ে ভেড়া ছাগলীৰ ক্লন কৰি আন এটা *ভেড়া বনোৱাদি বনাই* সাহিত্য **মহাচাৰ্য*/মহাৰথী আদি বিভূষণকে নতুবা 'পণ্ডিত হ'লোঁ দেই' (Ph. D) উপাধিৰে বহুমানভাজনধাৰী হ'বলৈ

ঠেং দাঙি থাকে।

মই ইমানখিনি যে বকলা মেলিছোঁ আপোনালোকৰ চাগে **টোপনিয়ে ধৰিছে,** যদি **টোপনি ধৰিছে** তেন্তে মোৰ লিখনিয়ে **গুণ ধৰা নাই**। মোৰহে লাহে লাহে **সিৰামুৰ ধৰিছে,** গাটো কিবা **শাল মাৰি ধৰা** যেন লাগিছে, টোপনি **ক্ষতি কৰি** লিখাৰ বাবে মোৰ চিৰকলীয়া **ভালুক জ্বৰে ধৰিবও** পাৰে। **যদি ধৰে** ভাবি থৈছোঁৱেই আন এটা মিছিং গাজাৰে বিনা পইচাতে নাৰ্চিংহোমত গৈ চিকিৎসা ল'ম। ডাক্তৰে যদি লাখত নহ'লেও পঁচিশ/ত্ৰিশ হাজাৰ **বিল ধৰে** (নিজ পত্নীক চিকিৎসা কৰোৱা মিছিং ভদ্ৰলোকে কোৱা দি ময়ো কম) "তই **ধৰিলেই হ'লনে**। ইমানখিনি বিল যদি মই দিবই পাৰোঁ নালাগে মোক পেচেণ্ট। মোৰ পৰিবাৰক **তয়েই ধৰ,** ইয়াৰ আধাৰে মই আন এটা নতুন **কইনাকে ধৰিব** পাৰিম।" ভাবিহে থৈছোঁদেই— কাৰ্যক্ষেত্ৰত এনে অমোঘবাণী বাগদেৱী বীণাপাণিয়ে মুখনিসৃত কৰায় নে নকৰায় সময়েহে ক'ব, আপোনালোকে মোৰ হ'লে দোষ নধৰিব।

✖ ✖ ✖

*কৃতজ্ঞতা : মিছিং গাজাৰ বাবে প্ৰয়াত ড° যতীন মিপুনকে ধৰি ড° অনিল বড়ো, ড° প্ৰদীপজ্যোতি মহন্ত;*

*বিশেষ কৃতজ্ঞতা : ড° বিমল মজুমদাৰ।*

*সংকেতসূচী : Underline দিয়া বাক্যাংশই ধৰ্ ধাতুৰ প্ৰয়োগ; italic দিয়া বাক্যাংশ/শব্দাংশই অত্যাধুনিক প্ৰয়োগ আৰু star mark এ ভুল প্ৰয়োগ দেখুৱাইছে।*

## পাঁচ

# অসমীয়াই ক'ত কাক নাকাটিছিল?

অসমীয়াৰ এতিয়া বহু দিশত পৰিবৰ্তন আহিছে— বিশ্বায়নৰ মহা প্ৰভাৱতে হওক বা লোকক দেখি অন্ধভাৱে অনুকৰণ কৰাৰ জাতীয় দোষতে হওক। সকলো ক্ষেত্ৰতে যদিও অসমীয়াই 'লাহে লাহেৰ দেশ' নীতিকে অৱলম্বন কৰে কিন্তু ভাষাৰ ক্ষেত্ৰত ইয়াৰ সম্পূৰ্ণ বিপৰীত। দ্ৰুততৰো দ্ৰুততমভাৱে অতি তড়িৎগতিৰে বৰ্তমানৰ *প'প অসমীয়াই *আই মীন* Popular Assamese এ বিশ্বৰ সকলো দেশৰে *টপ টপ আইটেম* *misappropriate* অৰ্থাৎ আত্মসাৎ কৰাৰ দৰে ভাষাৰ ক্ষেত্ৰতো *প'প *প'প *স্পেচিমেন গ্লকালাইজড়* (*global+localized>glocalized*) অৰ্থাৎ থলুৱাকৰণ কৰে। এই দিশত পৃথিৱীৰ ভিতৰত ভাৰত যেনে *টপত*, ভাৰতৰ ভিতৰত অসমো তেনে *বটমত*। ইয়াৰ উপদ্ৰৱত অসমীয়া ভাষাৰ কালিকাস্বৰূপ জতুৱা ঠাচ-খণ্ডবাক্য, থলুৱা প্ৰজাতিৰ জীৱজন্তুৰ দৰে অতি দ্ৰুত গতিত বিলুপ্তি *আই মীন* extinct হ'বলৈ ধৰিছে আৰু কাজিৰঙাৰ এশিঙীয়া গঁড় কিম্বা মানস অভয়াৰণ্যৰ নল গাহৰিৰ দৰে ইবিলাক বিপদাপন্ন *আই মীন* *endangered* বুলি ঘোষণা কৰিবলৈহে বাকী আছে। কিন্তু মহাপ্ৰলয়ৰ আগে আগে নোৱামৰ নাৱত বিশ্বৰ সকলো দুষ্প্ৰাপ্য জীৱ *আই মীন rare species* সংৰক্ষণ কৰি ৰখাৰ দৰে মোৰ *হাকাচামকোষখনতে সংৰক্ষিত কৰি ৰাখিছোঁ। কোনোবাই কেতিয়াবা সময় উলিয়াই মোৰ *আউটাৰনেটত (outernet অৰ্থাৎ *বহিৰ্জালত internet ত বিচাৰি নোপোৱা) উপলব্ধ *কুমাৰুণী বাহক্ষেত্ৰত (masonwasp site অৰ্থাৎ website বা মকৰাজাল ক্ষেত্ৰত নথকা) সংস্থাপিত তথ্যখিনি ওপৰবোজাই

(*upload, ইয়াক তল বোজাই download কৰা নাযায় বিহেতু) কৰি চালে এটা ভাল *লোক-অসমীয়াতত্ত্ব (*folk Assamology) অধ্যয়ন কৰা যে হ'ব এয়া সুনিশ্চিত।

কুৰিতে বুঢ়ী হোৱা কোনোবাজনী লোক-অসমীয়া *আই মীন Assamese country grandma* ই অতীত সুঁৱৰি "বিয়নী এ নাহিলা সুখৰে কালত; সাতজনী নিগনি খীৰাই খাইছিলোঁ গেৰেলা বাইছিলোঁ হালত" —বুলি বিননি তোলাৰ দৰে মোৰ দৰে *ভাষা-পাগল* গৱেষকৰো সুৱদী-সুৰীয়া অসমীয়া ভাষাৰ পৰা "কাটি গ'ল কুট গ'ল ইংৰাজীৰ জহত কোনোমতে কাট কুটহে ৰ'ল" বুলি *গৱেষণাধৰ্মী ব্যঙ্গকাব্য লিখিবৰহে মন গৈছে। তাৰ বাবে অৱশ্যে ফিল্ড ষ্টাডী কৰিবলৈ পকেটৰ ধন ভাঙি কত যাবলগীয়াও নহ'ব চাগে (U. G. C ৰ minor বা major project ৰ ধনৰ পৰা *T. A.-D.A. কাটি* এমহীয়া বা দুবছৰীয়া study leave ৰ নামত ছুটিটো কটাই নতুবা ২৪ খিলীয়া ফুলস্কেপ বা সাদা কাগজ কিনি মহীচুঙাৰ মহীৰে নিজৰা কাপ পূৰাই ভগা নিপেৰে ঘঁহাই ঘঁহাই আঙুলি ক'লা-নীলা কৰি দুই-তিনিবাৰ কটা-কটি *আই মীন কাট-কুট* কৰি লিখিবলগীয়াও নহ'ব চাগে। *আৰামহে* মনতে ভাবি যাম, মুখেৰে কৈ যাম আৰু কম্পিউটাৰ ছেটত বহা আগৰ *হাত-কটা *আইমীন shorthand* জনা *পি এছৰ* দৰে ৰব কটা চুলিৰে *বিচাৰ্চ স্কলাৰজনীয়ে মাউচ* আৰু *কী বৰ্ড* চলাই স্ক্ৰীনত ভাঁহি উঠা বায়বীয় লিখাখিনি *A-4 size*ৰ *paper*ত হাৰ্ডকপি হিচাপে *প্ৰিন্ট নকৰাই Software*তে চি ডি নকৰোৱাকৈ *e-mail* কৰাই (ডাকটিকট কাটি লেফাফাত ভৰাই, আঠা লগাই কোনে আৰু *post* কৰায়) পঠিয়াই দিম। *বচ খেলা খতম*— গোটেই অসম পৰিব *নৰম। মই ক'ব বিচাৰিছোঁ যে— ভাষাৰ অস্তিত্ব ৰক্ষাৰ হকে মাত মতা সকলৰে বাটকটীয়া (বিদেহী সংগঠনৰ নপতা ফুকন) বুৰঞ্জীবিদ বেণুধৰ শৰ্মা, মৃতপ্ৰায় অসম ভাষাবিজ্ঞান সমিতিৰ প্ৰতিষ্ঠাপক সভাপতি ড° গোলোক চন্দ্ৰ গোস্বামী প্ৰভৃতিসকলৰ নিচিনাকৈ অসমীয়া ভাষা সুৰক্ষা সমিতিৰ আজীৱন অধ্যাপক দেবেন দত্তৰ আহ্বানত সঁহাৰি জনাই এটা সজাতি দল গঠন হ'ব পাৰে আৰু অসম বাজ্যিক ভাষা প্ৰয়োগ সমিতিৰ অস্তিত্বহীন কাৰ্যালয়ত আৰু অসম সাহিত্য সভাৰ বহুধাবিভক্ত কেন্দ্ৰীয়, জিলা, শাখা সভাৰ বাৰ্ষিক অধিবেশনত ধৰ্ণা, স্মাৰকপত্ৰ আদি দিবৰ বাবে *বাট কাটি দিব* পৰা যাব পাৰে; কিন্তু লাভৰ মূৰত ভৱিষ্যতে সাহিত্য সভাৰ হ'বলগীয়া সভাপতিসকলৰ *পেনেলৰ* পৰা নাম কটা যাবৰ ভয়ত কোনেও আগবাঢ়ি নাহিব আৰু 'নাঙঠৰ দেশতে কাম কি ধোবাৰ' দৰে আপুনিও ভিজা মেকুৰী হৈ বহি থাকিব লাগিব। সেইবাবে অসমীয়া ভাষা সাহিত্যৰ কাণ্ডাৰী বুলি নিজকে জাহিৰ কৰি ফুৰাসকলেও এইবোৰত মূৰ নঘমাই অৰ্থাৎ *মাথা নামাৰি নৰম হৈ* বহি থাকি *গুম হৈ যায়*। মই জানো এইবোৰ লিখিলে মোৰতো *পকেট গৰম* নহয়েই

কাৰো *মাথা গৰমো* নহয়। তথাপি লিখিলোঁ এইবাবেই যে কিজানিবা ধৰমৰ কাম হয়েই। ইহজনমত *প্ৰমোচন* কিম্বা বটা বাহন নাপালেও পৰজনমত মৃত্যুৰ পিছত কিজানিবা পৰম শান্তি পাওঁৱেই। একো নহ'লেও বৃদ্ধ বয়সত বান প্ৰস্থলৈ নগৈ কাঠৰ খৰম কাটি পিন্ধি বীন ব'ৰাগী হৈ গোটেই অসম মুলুক (ভূ-ভাৰত) ভ্ৰমি ফুৰি "কাট্ গল কুট গ'ল .... ৰ'ল" বুলি গাই 'বুৰঞ্জী লেখক'ৰ দৰে এখনি কাব্য ৰচনা কৰিম। এইদৰে ব্যৰ্থ সাহিত্যিক-জীৱন হেলাৰঙে কটাব পাৰিম।

একালত অসম মুলুকত, লোক-অসমীয়াৰ মাজত কটাৰে পয়োভৰ বেছি আছিল। যি ফালে যাওঁ, যি ফালে চাওঁ, যি ফালে শুনোঁ সকলোফালে কটাই কটা আছিল। পাহাৰীয়া খেতিয়কে হাবি কাটিছিল— হালোৱা হজুৱাই মাটি কাটিছিল খৰিকটীয়াই খৰি কাটিছিল, নাওকটীয়াই নাও কাটিছিল, শিলকটীয়াই শিল কাটিছিল, বলিকটীয়াই বলি কাটিছিল, গাঁৱলীয়া ৰাইজে আলি (বাট) কাটিছিল, কচায়ে মাংস কাটিছিল, শিপিনীয়ে সূতা কাটিছিল, তালুকদাৰে ৰচিদ কাটি খাজনা তুলিছিল, কণ্ডাক্টৰে টিকট কাটি অসম পৰিবহন নিগমৰ বাছৰ ভাড়া তুলিছিল। সেইদৰে অকৰ্তৃত্বশীল উপস্থিতিৰ বাবে মালিকে চাকৰৰ দৰমহা কাটিছিল— ধায়ে মাকৰ নাই কাটি কেচুৱাক আলগ কৰিছিল, দুখুনী মাকে লোকৰ কটনা কাটি হ'লেও নিজৰ পো-জীক লালন-পালন কৰিছিল। সেই *জামানাতে* ৰজাই ৰজাই বা প্ৰজাই প্ৰজাই কটা-কটি মৰা-মৰি কৰিছিল, নগাই নগাই মাথা কাটিছিল, চোৰেও চোৰৰ জেপ কাটিছিল, পুৰুষে নাৰীৰ নাক-কাণ কাটিছিল, নাৰীয়েও পুৰুষৰ হাত-নখ কাটিছিল, ভাগিনেকে মোমায়েকৰ মূৰ কাটিছিল, শিষ্যই গুৰুক আঙুলি কাটি গুৰুদক্ষিণা দিছিল, দানৱে মানৱক কেঁচাই কেঁচাই কাটি খাইছিল, বহুতে দাড়ি-চুলি কাটি পেলাই টিকনি ৰাখি বৌদ্ধ ভিক্ষুক হৈ সংসাৰৰ পৰা ফালৰি কাটি ফুৰিছিল আৰু বহুতে যাকে তাকে কাটোঁ কাটোঁ মাৰোঁ মাৰোঁ কৰি ('কলিযুগে হৈব কল্কি অৱতাৰ, কাটি ছিণ্ডি কৰিব বুন্দামাৰ') ঘূৰি ফুৰিছিল। সেইবাবে কাৰোবাক গালি পাৰিব লাগিলে স্ত্ৰী-পুৰুষ নিৰ্বিশেষে থুই কটা নিধক/নিধকী, কটা যোৱা/যাঁইতী, নাক-কাণ কটোৱা, কাণ কাটি ভোৰতাল বোৱা, নাক কাটি হাতত লোৱা, কটা যোৱা নাক খাৰণি দি ঢাক, অথবা অকল পুৰুষক কটাৰ পো, নামকটা চিপাহী, কাণকটা শিয়াল, পোলাকটা চোৰ, নেগুৰকটা বাঘ, আৰু অকল মহিলাক নাককাটী, ডাংকাটি ইত্যাদি বিভূষণেৰে বিভূষি থকা-সৰকা কৰিছিল।

অৱশ্যে তেতিয়াও কিছুমান ক্ষেত্ৰত একেবাৰে নাকাটিছিল বা নকটা বস্তুৰহে সমাদৰ আছিল। উদাহৰণ স্বৰূপে আগতে কামৰূপ অঞ্চলত সকলো মাংগলিক কাৰ্যতে সূতাৰ দহি নকটা 'আনাকাটা গামোচা' এখন হ'লেও লাগিছিল; বহু শুভ কাৰ্যতে আগ নকটা আগলতি কলপাতৰ লগতে আগ গুৰি নকটা (গোটা) কেঁচা তামোলৰহে

প্ৰয়োজনীয়তা আছিল। শনিবাৰে মঙলবাৰে কোনোৱে বাবীৰ বাঁহ নাকাটিছিল। সেইদৰে গৃহস্থী ঋষি-মুনি আৰু গৃহত্যাগী সাধু-সন্যাসীসকলেও কেৱলীয়া ভকত বা ব'ৰাগীসকলৰ দৰে দাড়ি-চুলি নাকাটিছিল। পাঞ্জাবীসকলে এতিয়াও মক্কালৈ যোৱা হাজীসকলৰ দৰে দাড়ি-চুলি নাকাটেই। আমাৰ সোণৰ অসম মুলুকতো প্ৰতিজ্ঞাবদ্ধ দেশপ্ৰাণা ছাত্ৰনেতাসকলে সেয়েহে প্ৰেমত পৰিলেও বিয়া নাপাতে, ষোল্লশ গোপিনীয়ে শ্ৰীকৃষ্ণৰ পিছে পিছে লাইন লাগি ঘূৰি ফুৰাৰ দৰে সংগঠনৰ কামত ঘূৰাই লৈহে ফুৰে আৰু মাজে মাজে *hair parlourত নিজৰ নিজৰ চুলি কটালেও, দাড়ি-গোফ অক্ষয়ে-অব্যয়কৈ ৰাখিবলৈ কিন্তু ভুলতেও পাহৰি নাযায়।

আগতে সকলো কামতে কটা-মেলা কৰা দেখি দেখি আমাৰ কণ কণ অকণিহঁতে ওমলা গীতত আলিকটা (আলিকাটি জালি দিম, বৰপীৰা পাৰি দিম, তাতে বহি বহি ৰ'দ দে) *জালিকটা (আগুৰ গুৰ মাগুৰ জালি, ঘৰিয়ালৰ নাকত লগাও জৰি); কটাহতীয়া ৰাক্কস (দেউতাক ঘৰত নথকাৰ সুযোগত বেৰেৰে হাত সুমুৱাই দি পোনাকণৰ সৈতে মাকক আমনি কৰা ৰাক্কসীক এদিন দেউতাকে লুকাই থাকি হাত কাটি পেলোৱা), খৰিকটীয়া ('ফুল নুফুলা কিয়' নামৰ মালিতাধৰ্মী সাধুকথাৰ 'অ' খৰিকটীয়া অ' খৰিকটীয়া খৰি নিদিয় কিয়' বোলা অবুজন মইনাৰ প্ৰশ্নৰ উত্তৰত খৰিকটীয়াই যে আভুৱা ভৰিবলগা হৈছিল এইবুলি 'কমাৰে যে কুঠাৰ নিদিয়ে মইনো দিম কিয়' বুলি আপোনালোকৰো নিশ্চয়কৈ মনত থাকিব পায়! অথবা জাতকমালা নে ঈচপৰ সাধুত যে এজন প্ৰকৃত খৰিকটীয়াৰ (wood cutter) সৎ স্বীকাৰোক্তিৰ বাবে বৰুণ দেৱতাই পানীত পৰি যোৱা তেওঁৰ পুৰণি ক্ষয় যোৱা লোৰ কুঠাৰৰ সৈতে এখন ৰূপৰ, আনখন সোণৰ কুঠাৰ পুৰস্কাৰ স্বৰূপে দান কৰিছিল সেই সাধুকথাটি নিশ্চয় মনত আছে) আদিৰ উপস্থাপন কৰিছিল। একালত বলিকটা ৰত্নাকৰ দস্যুই বাল্মিকী ৰূপত ৰামায়ণ ৰচনা কৰা, মাকক পৰশু কুঠাৰেৰে ঘপিয়াই কটা মাতৃহন্তা পৰশুৰামৰ অৱশেষত পৰশুৰামকুণ্ডত মুক্তি লাভ কৰা, যাৰে তাৰে আঙুলি কাটি মালা গুঠি পিন্ধি ফুৰা দস্যু অংগুলিমাল্যই বুদ্ধদেৱৰ দৰ্শনত ভ্ৰমমুক্ত হোৱা আদিৰ কথা মনত পেলাই দিব নালাগিব নিশ্চয়।

আগতে ৰজাঘৰ-প্ৰজাঘৰ আটায়ে কলপাত কাটি তাতহে ভাত খাইছিল। সাক্ষ্য-প্ৰমাণ স্বৰূপে বৈ গ'ল— "আহক বাৰিষা কাটক পাত, বৈ যা ভিনিহি খাই যা ভাত" বা "শকুৰাই পাত কাটোতে গ'ল নিৰ্থকুৰাই মাটিতে খালে" বোলা প্ৰবচন দুফাঁকি। কলপাত কাটোতে চাগে হাতেৰে ঢুকি নোপোৱা হ'লে হাকুটি লগাই কাঁচিৰে বেপি কাটিছিল নতুবা হাতে ঢুকি পোৱা অৱস্থাত হ'লে কটাৰী বা দাৰে এককোৰে কাটি ছিঙি পেলাইছিল। পৰ্বতীয়া বনকলৰ পাত কাটিবলৈ যাওঁতে পৰ্বতীয়া ডেকা গাভৰুৰ প্ৰেম-প্ৰণয়ো আঠিয়া কলৰ আঠাৰ দৰে লাগি *'পাকা' হৈছিল*। এনে অজস্ৰ

উদাহৰণ পৰ্বতীয়া জনজাতিৰ প্ৰণয়গীতত পোৱা যায়। নামনি অসমৰ কণ কণ অকণিহঁতেও কাহানিবা সাঁথৰ সোধোঁতে "চিৰলা-চিৰলি পাত —ৰাজা নাখায় ভাত; স্বায় কৰা নাপায় গাধাৰ জাত" বুলি নতুবা লেতালি (নাচৰ গুটি) খেলোঁতে "নাচৰ গুটি হাতত যাং কলপাত কাটিয়া মাৰভাত খাং" বুলি আওৰাইছিল। আজিকালি *কেবল্ টিভি*, সৰ্বশিক্ষা অভিযানৰ যুগত এইবোৰ নেখেলি লাগিলে *অন্ত্যক্ষৰ* খেলিব, *ভিডিঅ' গেমচ* খেলিব, *থাৰ্মকলৰ ডিছতে* হওক *প্লাষ্টিকৰ প্লেটতে* হওক ভাতপানী লৈ গো-গ্ৰাসে গিলিব। পৰ্বতীয়া ডেকা গাভৰুৱো এতিয়া আৰু পাহাৰৰ বনকলৰ পাত কাটিবলৈ আজৰি নোহোৱা হ'ল। প্ৰেম কৰিবলৈকো আৰু পাহাৰৰ হাবিহে নহয় ডেকাচাঙ বা গাভৰুচাঙৰো আঁৰ-বেৰৰো প্ৰয়োজন নোহোৱা হ'ল— স্বায়ত্ত শাসনৰ বদান্যতাত নৱনিৰ্মিত পাৰ্ক বা কমিউনিটি হলত *লিভ টুগেদাৰ* বা *ডেটিং কৰিব* পৰাৰ সকলো বন্দবস্ত (আন্তঃগাঁথনি অৰ্থাৎ infrastructure) *পাক্কা কৰি* দিয়া হ'ল।

আগতে কটা-ছিঙা (অস্ত্ৰোপচাৰ) কামটো চাগে সবেই জানিছিল। আজিকালিহে আমি সামান্য বিহ ফোঁহোৰা এটা, শালমন এটাকে ফুটাবলৈ (*operation কৰিবলৈ*) হাজাৰ টকা খৰচ কৰি হ'লেও নাৰ্চিং হোমলৈ ঢপলিয়াওঁ। গাঁৱৰ বেজে দা-কুঠাৰে কাটিলে ৰক্তপাত বন্ধ কৰাৰ পৰা ঘা শুকোৱালৈকে, গাঁৱৰ ধায়ে পাঁচমহীয়া কেঁচুৱা খহোৱাৰ পৰা বাঁহৰ চেঁচুৰে নাই কাটি কেচুৱা প্ৰসৱ (delivery) কৰোৱালৈকে, ইউনানী হেকিমত চিকিৎসাৰ মুছলমান হেকিম এজনে লিংগৰ আগ কাটি মুছলমানী কৰা (নামনি অসমৰ ভাষাত '*আগাল কাটা*') বা দমৰা গৰুৰ লগতে মানুহৰো অণ্ডকোষ কাটি বন্ধোৱালৈকে অতি দক্ষতাৰে বিনামাছুলে নামমাত্ৰ মানকাপোৰৰ বিনিময়ত কৰি দিছিল। আজিকালিৰ সাধাৰণ মানুহে (লোক-অসমীয়াই) ঢুকি নোপোৱা পৰিভাষাত এইবোৰকে *অস্ত্ৰোপচাৰ (operation), চিজাৰিয়ান (caesarine operation), বন্ধ্যাকৰণ (family planning), লেপাৰোস্ক্ৰোপিক* (laproscopic), *অংগচ্ছেদন (circumcism), নিবীৰ্যকৰণ (castrating)* আদি বোলে। *ষ্টিৰিলাইজ্‌দ ফৰচেপ*, কেঁচী আদি উন্নত সঁজুলি নাথাকিলেও চোকা ছুৰী, খুৰ বা কটাৰীৰে এইবোৰ কাম সুদক্ষ ধাই বা বেজহে নালাগে সাধাৰণ— '*তিৰী' বা 'মৰদ এটাই*' নিমিষতে কৰি দেখুৱাইছিল। সেয়েহে সতিনীৰ যাত্ৰা ভংগ কৰিবলৈ হ'লেও সতিনীঅহীয়া তিৰীয়ে নিজৰ নাক কাটি পেলাইছিল "নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভংগ কৰা'), সাদিনলৈ শুকতি খাবলগীয়া হ'লেও হোলাৰ ভাই মোলায়েও খণ্ডতে নিজৰ পেট কাটি লৈছিল "খণ্ডতে পেট কাটি ছমাইলে শুকনি খোৱা" আৰু প্ৰায় সকলোৰে অভিমানত 'কোৰে কাটি গ্ৰহণী চপাই লৈছিল'। অস্ত্ৰৰ ভিতৰত গড়গাঁৱত নিৰ্মিত কটাৰী চাগে অতি ধাৰাল আছিল "গড়গঞা কটাৰীৰ নালেই/ডাবেই কাটে"।

আগতে চাগে বিভিন্ন কামত বিভিন্ন বস্তু কাটিবলৈ লোক-অসমীয়াৰ বিভিন্ন

হুতিয়াৰ বা সা-সঁজুলি আছিল। তাৰ ভিতৰত **খেৰকটা** কাচি, **বাঁহ কটা** বিভিন্ন আকৃতিৰ দা (গাৰো দা, মিৰি দা, নেপালী দা, নগা দা, মিকিৰ দা), **কাঠ কটা** কুঠাৰ, **হাবি কটা** বেঁকী দা, **পাচলি কটা** কটাৰী, **তামোল কটা** ডবুৱা কটাৰী, **চুপাৰী কটা** চোৰোতা, **মাছ কটা** মৈদা (বঠীদা), **বলিকটা** খড়্গ, সোণ ৰূপত **ফুল কটা** কাটন, **লো কটা** ৰেতি (a tile, আজিকালিৰ *hack saw* নহয় দেই), **নখকটা** নৰুনী (আজিকালিৰ *nail cutter* নহয় দেই) ইত্যাদিয়ে প্ৰধান। নকটাকৈও কটা **সূতা কটা** যঁতৰো তেনে এবিধ যতনেই আছিল। চিকাৰীজীৱিৰ পৰা কৃষিজীৱীলৈকে আদিম শৈল নিৰ্মিত খনিত্ৰ জাতীয় অস্ত্ৰৰ (chelt) উন্নত সংস্কৰণ, লোৰে নিৰ্মিত কুঠাৰেই যে মানুহৰ সবাতকৈ কামত লগা অস্ত্ৰ আছিল সেই কথা কুঠাৰ ব্যৱহাৰ কৰা সকলেতো জানেই, কণ কণ অকণিহঁতেও জানিছিল। সেয়েহে আজৰি পৰত কুঠাৰ বুজাবলৈ আৰু ছা বুজাবলৈ 'হাবিত কাহে ওলাই নাহে' বুলি 'সাতখন কুঠাৰেও **কাটিব নোৱাৰে** ইনো কি বৰগছৰ সঁচ' বুলি সাঁথৰ মাতিছিল।

শিলৰ গুহাত বসবাস কৰাৰ পৰা মানুহে যেতিয়া **হাবি-কাটি** ঝুমখেতি কৰিবলৈ শিকিছিল তেতিয়াতে চাগে **জখলা কাটি** চাংঘৰ বা টঙীঘৰত বাস কৰিবলৈ শিকিছিল, **চুঙা কাটি** ভাত-মাংস ৰান্ধি খাবলৈ শিকিছিল। সেইদৰে লাহে লাহে **খলপা** বা **খাজ কাটি** কৃষি কৰিবলৈ শিকিলে; যাক খলপা খেতি (terrace cultivation) বোলা হয় আৰু তেতিয়াতে চাগে **পাহাৰ কাটি** গাঁও পাতিবলৈ শিকিলে। আলিৰ **পাহ কাটি**, নদীৰ **পাৰ কাটি** অৰ্থাৎ দোং বান্ধি পানী বোৱাই আনি জলসিঞ্চন কৰিব পৰা হওঁতে তেওঁলোকে পানী খেতিকো আয়ত্ত কৰি ল'লে আৰু তেতিয়া **খেৰ-বাঁহ কাটি** জুপুৰিঘৰ সাজিবলৈ শিকিলে, **আলিবাট কাটি** ইখন-সিখন গাঁৱৰ মাজত যোগাযোগ স্থাপনৰ ব্যৱস্থা হ'ল আৰু সমান্তৰালভাৱে দুটা ফৈদ বা দলৰ মাজতে **কটা-কটি** (নগাৰ ***মাথা কাটা*** বা head hunting অন্যতম), অৰিয়া-অৰিও চলি থাকিল। সেই সময়তে চাগে মান-মৰাণে ভীৰু অসমীয়াক কৰাৰ দৰে ইটোৱে-সিটোৱে **কচুকটা** দিবলৈ শিকিছিল; শত্ৰুৰ **মূৰ কাটি** আনি মুণ্ডমালা আনি আহোমে কৰাৰ দৰে ৰিকখুন মুংখুন (স্লেডাম 'স্লেফু) উৎসৱ পাতিবলৈ শিকিছিল। বিচাৰত দোষী সাব্যস্ত হ'লে নাক, কাণ, হাত, ভৰি, আঙুলি, জিভা, লিংগ কাটি পেলোৱাৰ দৰে **চুলি কাটি** দিয়াৰো (বিশেষকৈ ছোৱালীৰ ক্ষেত্ৰত) ব্যৱস্থা বাহাল আছিল। অৱশ্যে এই ব্যৱস্থা আজিকালিতো একেবাৰে উঠি গৈছে বুলিব নোৱাৰি। অসম মুলুকত সৌ সিদিনালৈকে স্বয়ং অস্তিত্ব ৰক্ষাৰ সেনানী ডেকা মুখ্যমন্ত্ৰী মহন্তৰ আমোলতে গুপ্তহত্যা-মুক্তহত্যাৰ বলি হোৱা লোকসকলৰ অংগ-প্ৰত্যংগ কাটি বস্তাত ভৰাই পাইকাৰী হাৰত দখলা পাহাৰৰ পৰা ব্ৰহ্মপুত্ৰত পেলোৱা হৈছিল। আহোমৰ দিনত ল'ৰা ৰজাই সম্ভাব্য যুৱৰাজক অংগক্ষত কৰাই নিজৰ ৰাজভোগ নিষ্কণ্টক কৰি থোৱাৰ দৰে মহন্তৰ আমোলতে চি. আৰ পি

লগাই, টাডাত পেলাই বাক্‌শক্তি ৰোহিত কৰি পেলোৱা হৈছিল (আধুনিক জবান কটাৰ নামান্তৰ)। ৰাবণে সীতাহৰণ কৰা কাৰ্যত বাধা জন্মোৱা জটায়ু পক্ষীৰ পাখি কাটি শক্তিহীন কৰাৰ দৰে বিশ্বৰেকৰ্ড সৃষ্টিকাৰী ছাত্ৰ আন্দোলনৰ হৰ্তা-কৰ্তা-বিধাতা স্বৰূপ কেবাজনো সহযোদ্ধাৰ পাখি কাটি ৰাজনৈতিক দিশৰ পৰা চিৰবিদায় ল'বলৈ বাধ্য কৰোৱা হৈছিল।

ৰাজনৈতিক হত্যাৰ কথা ওলালেই যেতিয়া এতিয়া কেচু খান্দোতে সাপ ওলাবলৈকেহে বাকী। পূৰ্বতেও এনে ধৰণেৰে হত্যা কৰা হৈছিল। লঘু দোষত শূলত দিয়া, পিণ্ডত দিয়া, চকু কঢ়াৰ উপৰিও নাক-কাণ কাটি হাবিত মেলি দিয়া, হাত-ভৰি কাটি পংগু কৰি গৃহবন্দী কৰি থোৱা, জিভা কাটি বাকৰুদ্ধ কৰি থোৱা, ডিঙি কাটি কাউৰী শিয়ালক খুওৱা আদি গুৰুশাস্তি দিয়াৰ বিধানতো আছিলেই বলী বলী ডেকা ল'ৰাকো কেঁচাখাইতী গোঁসানীৰ ভোগী সজাই নিজ ইচ্ছানুসাৰে দেশৰ যতমানে সুন্দৰী নাৰীক মুক্ত ৰমন্ন কৰাৰ লাইচেন্স দি বছৰেকীয়া দেৱীপূজাৰ দিনাখন নিজে বলিশালত উপনীত হৈ ডিঙি পাতি দি বলিকটা দাৰে কটা' যাবলৈ প্ৰলুব্ধ কৰিছিল অৰ্থাৎ আজিকালিৰ ভাষাত *ব্ৰেন ৱাছ* কৰিছিল। সকলো চৰকাৰে আজিকালি এই চাণক্য-নীতি অৱলম্বন কৰি মেধা শক্তিসম্পন্ন প্ৰতিবাদী যুৱক-যুৱতীক পাৰ্ক, বাৰ, নাইট ক্লাবত *ফ্ৰি ছেক্সৰ* নামত মুকলি বিহাৰ (মুক্তৰমন) কৰি ড্ৰাগছ- এইডছৰ চিকাৰ হৈ তেনেদৰে জীৱন কটাবলৈ বাধ্য কৰা নাইনে? এইবোৰ দেখি দেখিয়েই লোক-জীৱনে শিকি পেলাইছিল যে— বৰমূৰীয়া বা ৰজাঘৰীয়াৰ ওচৰত কিবা কোৱাৰ আগতে 'কাটিলেও কাটক মাৰিলেও মাৰক' বা 'কাটকেই বা মাৰকেই' বুলি আগধৰি বিনয়ী বচন মাতি থ'লে তেতিয়া আৰু অন্ততঃ এই নিমাখিত প্ৰাণীৰ 'সাত ঠাইত কাটিলেও তেজ নোলোৱা' বুলি ভাবি আজিকালিৰ চেকিঙৰ সময়ত খাওঁ খাওঁ ৰ'দতো পাবলিক পেছেঞ্জাৰক বন্দুকধাৰীয়ে হাত দাঙি দাঙি বাছৰ পৰা নামি 'চেকিং জন' ক্ৰছ কৰিবলৈ দিয়া ব্যৱস্থাৰ সমতুল্য জ্ঞান কৰি *সাতখুন মাফ* পাই গৈছিল। এইটোৱে 'কথাতে বটা পায় কথাতে কটা যায়' বোলা প্ৰবচনফাঁকিৰ **প'প এক্সপ্লেনেচন* অৰ্থাৎ লোকপ্ৰিয় ব্যাখ্যা। টেঙৰালি কৰি হোজা ৰজাক অসমীয়া টেটোনে তাহানিতে ঠিকেই শিক্ষা দি থৈছিল।

"নাক-কাণ কাটিলে আহিব ডালে পাতে।
চুলি কাটিলে আহিব কোন কালে।"

লঘুদোষত গুৰুশাস্তিৰ উদাহৰণ বিচাৰিলে সত্যনিষ্ঠ ৰজা শ্ৰীৰামচন্দ্ৰকালীন ৰামায়ণতো পোৱা যায়। প্ৰেম নিবেদন কৰিলেই যেনিবা হেনা-স্থচা ভাষাৰে *মেক জাপ* কৰিব নজনা জাপৰী, উজলাদাঁতী আৰু কিছু ডাংকাটী প্ৰকৃতিৰ শূৰ্পনখাই 'সাদী-সুদা' শ্ৰীৰাম চন্দ্ৰৰ আগত। তাতেনো কি আহে যায়। আজিকালিৰ দৰে তাহানিতো

বহুতেচোন এইদৰে *Propose কৰিয়েই* ফুৰিছিল— বাটে বাটে নহ'লেও সুৰম্য উদ্যানে কিম্বা প্ৰমোদ বিহাৰে। কিয় কুন্তী, হেমাসুন্দৰী, হিড়িম্বা, গঙ্গাদেৱীইঁতে এনে কৰা নাছিল নে কিবা? নাটেশ্বৰী উৰ্বশী-মেনকা ৰম্ভাইঁতৰ কথা বাদেই দিওকচোন। অসৱৰ্ণবিবাহ, বহুপত্নী বিবাহ, ৰাক্ষস বিবাহ, গন্ধৰ্ব বিবাহ, স্বয়ম্বৰ বিবাহ আদিৰ প্ৰচলন থকা সুৰ-অসুৰ সমাজত এইবোৰ তেনেই তুচ্ছ কথা। তাতে প্ৰভু ৰামচন্দ্ৰই ভাতৃ লক্ষ্মণৰ হতুৱাই শূৰ্পনখাৰ নাক-কাণ কাটি পঠালেহে হয়নে বাৰু? হৈ গ'ল নহয় লংকাকাণ্ড, সীতাহৰণ, সীতাৰ পাতাল প্ৰৱেশ আৰু উত্তৰাকাণ্ড ৰামায়ণত ভাতৃ লক্ষ্মণৰ সৈতে চিৰবিচ্ছেদৰ দৰে নাটকীয় একচন বা ছিকুৱেল। আমালৈ লোকভাষাতো থৈ গ'ল গালি-গালাজত বহুল ব্যৱহৃত নাককাটী (খাঁৰীনাকী, ফেঁচানাকী), ডাংকাটী, ৰাক্ষসী, নিলাজী ইত্যাদি লোকবচন। বেচেৰী বেয়া লাগে দেই শূৰ্পনখাজনীলৈ! জন্মগতভাৱে (লেৰুৰাওঁঠী বা উজালদাঁতী হোৱাৰ বাবেহে এনে দুৰ্দশা)। আজিকালিৰ *প্লাষ্টিক চাৰ্জাৰীৰ জহত* কিন্তু বাকীত হ'লেও নাম সলাই হ'লেও বলিউদৰ ছুপাৰষ্টাৰ বিপাশা বসুইঁতৰ দৰে প্ৰডিউচাৰে বিচৰা ধৰণে ডাউদ ইব্ৰাহিমৰ *ফৰ্মাইচ* অনুযায়ী নিজৰ মুখমণ্ডল, বক্ষযুগল কিম্বা নাভিমণ্ডলৰ *ছেপ বনাই* ল'ব পাৰিলেহেঁতেন।

ৰ'বচোন ৰ'ব এইখিনিতে গাঁওপতা, নগৰ পতা, ৰাজ্যপতাৰ কথা ওলালেই যিহেতু প্ৰাজ্যোতিষপুৰ নামৰ গুৱাহাটী মহানগৰ পতা বা দিশপুৰত অসমৰ ৰাজধানী পতাৰ কথা কৈ নথওঁনো কিয়? পূৰ্বতে (১৯৭১ৰ আগতে) দিশপুৰৰ আশে পাশে বেলতলা, হেঙেৰাবাৰী, হাতীগাঁও, বশিষ্ঠ বা খানাপাৰা অঞ্চলত মানুহে নিজে বা বিহাৰী লগাই কোৰেৰে মাটি, খন্তাৰে খান্দি, বেলচাৰে তুলি মূৰত পাঁচিৰে কঢ়িয়াই গড়-পাহাৰ কাটি, পথাৰ, সমাৰ, খাল-বিল পুতি একাকাৰ কৰি গুৱাহাটীৰ সম্প্ৰসাৰণ ঘটাইছিল। বৰ্তমানৰ আইনমতে গুৱাহাটীৰ ওচৰে-পাজৰে পাহাৰ কটা, মাটিকটা একেবাৰে বন্ধ। সেয়েহে এতিয়া সচেতন নাগৰিকে সস্তাতে পোৱা বাংলাদেশী বনুৱা লগায়েই হওক বা দাদাগিৰি কৰাত ওস্তাত *লোকেল* ঠিকাদাৰ লগায়েই হওক প্ৰত্যক্ষভাৱে কোৰ-খন্তা-বেলচাৰে পাহাৰ নাকাটে, *বুল্ডজাৰ চলাই* মাটি *লেভেল কৰেহে,* বিশেষ বিশেষ অঞ্চলত খনন আই মীন Excavation চলাই (দিপৰ বিল সংৰক্ষণৰ স্বাৰ্থত যেনেকৈ কৰি আছে) ট্ৰাক বা ডাম্পাৰেৰে মাটি আনি নলা-নৰ্দমা, বিল-খালত *earth filling* কৰে বা *মাটি বকে* (fill up) কৰে। এনে কৰিলে যে G. M. C ৰ permission নোপোৱা Green valley areaতো বহুমহলীয়া অট্টালিকা, ফ্লেট *আই মীন* Multi storied appartment বনাব বা Construction কৰিব পৰাও হয়।

আগতে অৰ্থাৎ কালিকাপুৰাণৰ সময়ত কামপীঠ-সৌমাৰপীঠৰ ক্ষেত্ৰতো

মংগোলীয় কিম্বা অষ্ট্ৰিক মূলজ জনজাতীয় লোকেহে নালাগে প্ৰায় সকলোৱে গাহৰি-কুকুৰা কাটি দেওভূত পূজিছিল। (সেইবাবেই কাৰ্বি আংলঙৰ বৰপানীৰ পাৰৰ এখন ৰজাৰ নাম হৈছিল ৰথাংলাংছ' বা বৈঠালাংছ অৰ্থাৎ কুকুৰাকটা)। মানুহৰ *মাথা কাটি* আনি খেতিপথাৰত পুতি শইচৰ শ্ৰীবৃদ্ধি কামনা কৰিছিল, নিজৰ *ডিঙি বা গাৰ মঙহ কাটি* স্বগাত্ৰ বোধিৰ উচৰ্গা কৰি শক্তিদেৱীৰ আৰাধনা কৰিছিল, কেঁচাকল কাটি বুঢ়ীগোঁসানী বা কেঁচাইখাতী পূজিছিল, কুকুৰা কাটি মণ্ডল চাইছিল, আঙুলি কাটি শপত খাইছিল ইত্যাদি। লাহে লাহে হাঁহ-পাৰ, ছাগলী, কাছ মাগুৰ, ফৰিং, কেঁচাকল, ওলকচু, কোমোৰা, ঔ, কুঁহিয়াৰ আদি কাটি সাধাৰণ বলি, ম'হ, ঘোঁৰা কাটি মহাবলি আৰু সোপাধৰাৰে ধৰি আনি হ'লেও শিশু বা মতা মানুহ কাটি নৰবলি দিছিল। বহু সমাজত কেঁচাপান-কেঁচা তামোল কাটি বিয়া হৈছিল (গন্ধৰ্ব বিবাহ), এহাল কুকুৰা কাটি বিয়া হৈছিল (ৰাভাৰ তোথাকায় বা *বিছি চবে কাটা* এই শ্ৰেণীৰ বিয়া।) মেথোন বা গাহৰি কাটি বিয়াৰ ভোজ দিছিল (জনজাতীয় সমাজত এতিয়াও বিয়াৰ ভোজৰ আড়ম্বৰতা বুজাবলৈ 'কেইটা মেথোন/গাহৰি কাটিছা' বুলিহে সোধা হয় অসমীয়া মানুহে কেইটা খাহী মাৰিছা বোলাৰ দৰে), গৰু কাটি মৰাশ সংকাৰ কৰিছিল (গাৰোৰ একে গোত্ৰৰ মোমায়েক অৰ্থাৎ তাৰ দ্বাৰা একেঘাপে গৰুৰ মূৰ কাটি দুচেও কৰাৰ পিছতহে মৰাশ সংকাৰ কৰাৰ প্ৰথা মনকৰিবলগীয়া) ইত্যাদি। এসময়ত আহোমসকলেও গৰু-ম'হ কাটি ওমফা পূজা কৰিছিল সেয়া দেওধাই অসম বুৰঞ্জীত স্পষ্ট ভাষাৰে লিখিত হৈ আছে। সেইদৰে ক'লা বৰণৰ পাৰ, ছাগলী, মেকুৰী, কুকুৰ, গাধ, ম'হ আৰু মানুহৰ মূৰকাটি মুণ্ড সাধন কৰি এখন কলৰ ভুৰত তুলি উটুৱাই দিছিল— শতৰুৰ শক্তি হ্ৰাস ঘটাবলৈ ঠিক যেনিবা বামকল কাটি কলৰ ভুৰত সাপে উঁকা মানুহক উটুৱাই দিয়াৰ দৰে। পূৰ্বতে ডাকিনী-যোগিনীহে কলগছ কাটি নৰমূৰ্ত্তি সাজি তাকে শত্ৰুৰ নামত হৰা কৰিছিল। খং প্ৰশমিত কৰিবলৈ হনুমান সাধক, কালী সাধকসকলে আগতীয়াকৈ সাত ন জোপা কলগছ পুতি থৈছিল আৰু শত্ৰুক কাটি আহি তাকে উধাই মুধাই ঘপিয়াই বগৰাই কাটি তেজমুই (ৰাভা ছিনি বুকাই) শাম কটাইছিল। *মূৰ কটাৰো যে কিমান প্ৰকাৰ, কিমান কাৰচাজি। নৰবলি নৰবলি লগাকৈ বিনা ৰক্তপাতে বিনা শবদে এজন নহয় দুজন নহয় ছজনকৈ একেটা পৰিয়ালৰ একে ৰাতিৰ ভিতৰতে মূৰ কাটি থৈ যায়; ওচৰ-চুবুৰীয়াই গমকেই নাপায়। যি গম পায় দুটাকৈ মূৰ গাহৰিৰ কলিজা মানুহৰ দেহত লগাই চমক সৃষ্টিকাৰী ধন ঘটা আৰাম বৰুৱাৰ হৃদয় নগৰীৰ (?) পৰা মানুহক খাবলৈ খেদি আহে দুটাকৈ ছিন্নমস্তকা? আৰু কি ৰক্ষা পায়; একে মুহূৰ্ত্ততে ভস্মীভূত কৰি পেলায় হৃদয়ধাৰী ৰাইজে হৃদয় নগৰী নামৰ বহুতৰ বাবে ঈৰ্ষনীয়, বহুতৰে বাবে লোভনীয় বিশাল ভূমিখণ্ডত নিৰ্মিত

অট্টালিকা। এই **কটা যোৱা মূৰক** লৈ ৰাজনীতি, খবৰৰ বেহা এতিয়াও শাম কাটিবলৈ নৌ হয় এথোন (৩/১/১০ লৈকে)।

আজিকালি কম্পিউটাৰকে ধৰি বহু উন্নত যন্ত্রপাতি ওলাইছে আৰু তাৰ লগে লগে হাতেৰে কৰিব লগা (manual work) বহু **কটা-চিঙা, কটা-কাটি, বছা-কুটা,** ***কাট-কুট*** কমি আহিছে। আজিকালিতো পৰৰ মূৰৰ ওপৰত টেকা মাৰি খাব নজনা অসমীয়াই কিছু কমিছন বা পাৰ্চেণ্টেছ পাই সকলো কাম (**কাটন**) আনৰ হতুৱাই কৰায় (**কটায়**)। আজিকালি খুৰেৰে বা কটাৰীৰেতো বাদেই *nail cutter* এৰেও মানুহে নখ পৰ্যন্ত নাকাটে (আগতে অকল বিয়াত নাপিতৰ হতুৱাই নখ কমাইছিল), ডাবল ৰেজৰ থকা অকল গালে-মুখে-ঠুটৰিৰে চলালেই হোৱা শটকীয়া 7 O'clockৰে **দাড়ি-গোঁফ নাকাটে** বা নুখুৰায়, পাল পাতিতো বাদেই এয়াৰ কণ্ডিচনড্ (A. C.) থকা চেলুনত গৈয়ো মিস্ত্রীৰে **চুলি নকটায়**। (ববকটা চুলি থকা আধুনিকাসকলেহে কিছু বছৰ আগলৈকে **কটাইছিল** চাগে)। মন গ'লেও তেনে ঠাইত গৈ খোলামেলাকৈ চেলাউৰি বা কাষলতি আৰু কোমলাংগৰ নোম **কাটি** নিচিকুনায়। তেন্তে কি কৰে— বিউটি পাৰ্লাৰত (ইপিনে সিটো ছদ্মবেশী কলগাৰ্ল চেণ্টাৰ হৈয়েই থাকক) গৈ *নখ ফাইলিং (filing) কৰে, দাড়ি ছেভিং (shaving) কৰে, চুলি ট্রিমিং (trimming)* বা *হেয়াৰ ড্রেছ* কৰে, চেলাউৰিকে ধৰি আনাকাংখিত চুলিবিলাক (unliked hair) *প্লাকিং বা থ্রেডিং (threading) কৰে।* কিছুদিন আগলৈকে কিন্তু বিহাৰী মিস্ত্রীৰ তালৈ গৈ সবেই দাড়ি-চুলি-নখ আদি *বনাই লৈছিল।* বৰ্তমান বিশ্বায়নৰ যুগত ইংৰাজীৰ জহত 'মাছ বুলি নাখাই' জিজি বুলি খোৱাৰ দৰে *বয়জকাট (boys cut), বব কাট (bob cut) পুলিচ কাট (police cut), ফ্রেন্স কাট (french cut)* আদি *কতৰকমৰ কাট্* (ভাগ্যে যেনিবা দাড়ি-চুলিৰ ক্ষেত্ৰত, *Short-cut* নাই কাৰণেহে) কাটি একেবাৰে চিৰি-চেহেৰা (*face-cutting*), *খোজ-কাটল* বদলাই পেলাব পৰাতে আছোঁ গুণেহে।

চেলুনৰ কথা ওলাল যেতিয়া *'চেলুনীয়া ভাষা' বুজি নাপালে আমাৰ দৰে অৰ্দ্ধ অত্যাধুনিকা (Semi ultra-modern) মখাৰ কি বিলৈ হয় তাকেনো নকওঁ কিয়? 'ৰে ভাই দাড়ি *বনায় দে ঠিকছে*', 'অ' মিস্ত্রী *চুলিটো মাৰি দে আচ্ছাছে হাঁ*', 'মোকো *টাক্লু বনাই দে* আৰামছে'— বুলি কৈ কোনোৰকম কৰি ঠেকা চলাই দিয়াটো ডাঙৰ কথা নহয়; ডাঙৰ কথাটো হ'ল নতুন নতুন ফিল্মৰ ফেশ্বনমতে নিজকে সজাবলৈ যাওঁতে হ'বলগা মূৰ্খামিৰ কথাটো লৈহে। কোনোবা এজন গাঁৱলীয়া ফুলবাবুয়ে যাওক টাউনৰ এখন দামী *চেলুনলৈ*— লওক বহি ডানলপৰ কুশ্বন পৰা ৰিভল্ভিং চেয়াৰত আৰু *বুটাম মৰা* টাৱেলত ফিটফাট্ হৈ মূৰ থ'ব পৰা প্লেচত মূৰটো হলাই দি অপেক্ষা কৰক মিস্ত্রীৰ *ডাইৰেক্ট এক্সনলৈ*— 'কি কাট'? 'তেৰে নাম।' 1st disc নে 2nd disc। লাগি গ'ল নহয় গণ্ডগোলটো; বেছি জনা দেখুৱাই কৈ দিয়ক *ফটা ফট* 2nd

disc– পাই যাব *লগালগ* বলিউদৰ ভিলেইনৰ (জুগওৱ) টাক্‌লু চেহেৰা। অথচ লাগিছিল আপোনাক শ্বালমন খানৰ দৰে Hippy Hippy লগা বাবুলি কটা চুলিৰে গলধনলৈকে পৰা বাবৰি চেহেৰা। সেইবাবেই চাগে এতিয়াৰ বোমিঅ'ইতে চুলি নকটাই একেবাৰে *বনি যায়* হয় দাড়ি গোফৰ ষ্টাইলত কাৰ্ত্তিকৰ ডুপ্লিকেট নহয় গলধনলৈকে বৈ পৰা চুলিৰ ষ্টাইলত দুৰ্গাৰ সহচৰী মহিষাসুৰৰ *কাৰ্বন কপি*। কাণত ডাঙৰ ডাঙৰ ৰিং (মকৰ কুণ্ডল), ডিঙিত চিক্‌চিকিয়া চেইন, কঁকালত জেংগ পাৰ্চ থকা বেল্ট (বকলেচ), হাতত গধুৰ গধুৰ ব্ৰেচলেট। এনে লাগে যেন ছেক্সুৱেল অৰ্গেনৰ বাহিৰে সকলোবোৰকে যেন ল'ৰাই ছোৱালীয়ে (boy friend-girl friend) সমানে *ফিফটি ফিফটি কৈ* ভগাইহে ল'ব। এৰা ল'বলৈনো কি বাকী থাকিল। এতিয়া সকলো সম্ভৱ প্লাষ্টিক চাৰ্জাৰীৰ জামানাত, *মেডিকেল টেকনলজীৰ* কনট্ৰিবিউচনত। অংগ কাটি অংগ সংস্থাপন কৰা (transplantation)তো বাদেই ক্লনিং, হৰ্মন চেইঞ্জৰ দ্বাৰা পুৰুষকো দাড়ি-গোঁফ নগজা মুখ (woman face), পিয়াহ ভৰা বুকু (milky breast), সন্তান ধাৰণ কৰিব পৰা ডিম্বাশয় (uterus) অথবা মিঠা মিঠা লগা নাৰীসুলভ মাতৰ (soft voice) অধিকাৰী কৰিব পৰা যায় যেনেকৈ, তেনেকৈ নাৰীকো পুৰুষসুলভ দেহশ্ৰীৰে বক্সিং-কেৰেটে-কুমফু-ফাইটিঙেৰে, মতা মাতৰ অধিকাৰিণী কৰিব পৰা হৈছে। এতিয়া আৰু নাৰীয়ে 'আউলা পচু, আই ছিকৌ, মাকতিয়েৰে, হেৰি হেৰি' বুলি কৈ স্বামীদেৱতাৰ নাম নোকোৱাকৈ, নিজৰ পূৰ্বৰ উপাধি কাটি পেলাই বা নেপেলাই স্বামীৰ উপাধিকে জোৰা দি চলিব নালাগে। এতিয়াৰ নাৰীয়ে 'ছালা, বে, আবে ভাই, দোষ্ট' বুলি সম্বন্ধ লৈ যাকে তাকে *হাই বাই* বুলি কৈ মিজ (Ms.) সম্পাদক (editor), অধিনায়ক (leader), ডাক্তৰ, পাইলট (air hostess) আদি একমাত্ৰ নাৰ্চৰ বাহিৰে সকলো *বাতা বাৰ্তি বনি যাব* পৰা হৈছে। তাৰ বাবে আৰু গছত উঠা তিৰোতা, শাংখিনী, হস্তিনী, ডাংকাটি, বাৰেপৈয়াতী, নটী, নটিনী, চুলিকটা নাপিতনী, *লাঠি* ঘূৰোৱা এচ. পি., *হাৱালদাৰনী* আদি বিভূষণেৰে বিভূষিত হ'ব নালাগে। কিবো ইয়ং, কুইন থনাৰ কবচ বা পাথৰ ধাৰণ কৰিলে ৰাহু শনিৰ দশা কাটি যোৱাৰ দৰে মডাৰ্ণ লাইফষ্টাইলেও নাৰীৰ পূৰ্বৰ বহু বৃত্তিজনিত দুৰ্নাম-বদনাম কাটি দিলে।

আগতে চুলিকটা আৰু নকটা লৈও, নেফাৰ অন্যতম জনজাতি মিচিমিসকলৰ দুটা ফৈদ থকাৰ দৰে শংকৰোত্তৰ যুগত বিভিন্ন মহাপুৰুষীয়া সম্প্ৰদায়ৰ মাজতে শ্ৰাদ্ধত চুলিকটা-নকটা লৈ দুটা গ্ৰুপ থকাৰ দৰে বৰ্তমানৰ মহিলাসকলোবো অৱশ্যে চুলিকটা আৰু নকটা বুলি দুটা গ্ৰুপত ভগাব পৰা যায়। (বাংলাত বৃটিছ লোক-সংস্কৃতিবিদৰ chulikata অভিধাক ভুলতে অনুবাদ কৰি চালিকাটা কৰাৰ দৰে অসমীয়াতো কৰা যায় নেকি ভাবি চাবলগীয়া। সাহিত্য অকাডেমীয়ে বা কি কয়?) চুলি নকটাসকলে

'আইটী' হিচাপে চুলিটাৰি মেলি (আজিকালি Shampoo কৰা চুলিৰে ৰ'দত বহাৰ দৰে) 'ইয়ং অধিকামনজ্ঞা বল্কল নাপিতৰ্বী' বুলি বন্দিত হৈছিল। আয়তী হিচাপে অন্তৰ্বাস পিন্ধিলেও ৰিহা-মেখেলা-চাদৰ এই তিনিখলপীয়া সাজেৰে বা একমাত্ৰ আগুৰান এখনেৰে সৰ্বাঙ্গ আবুৰ কৰি লৈ কপালত ডগমগীয়া ফোট মাৰি চুলি খোপা বান্ধি বা বেণী গুঁঠি ওৰণি-বাঢ়নীৰে, সলাজ চাৱনিৰে কইনা বুলন দি ঘূৰি ফুৰিবলগা হৈছিল আৰু তাকে দেখি কবি গীতিকাৰ 'অয়ি অনৱগুণ্ঠিতা ফুল্লশিখৰিণী' বুলি কৰবীধাৰী বণিতাৰ গুণ-গানত পঞ্চমুখ হৈছিল। আনহাতে চুলিকটাসকলে একো এটা পিন্ধিবলৈ ভাল নাপায়— আনকি খাৰু, ব্ৰেচলেট, বিন্দিয়াৰ দৰে কাঁচলিস্বৰূপ কমনীয় আৰু ৰমনীয় অৰ্ন্তবাস ব্ৰা-ব্ৰেচিয়াৰকো। পিন্ধাৰ ভিতৰত সাগৰীয় চুইমিং পুলৰ কষ্টিউম-বিকিনি, শ্লিপিং ৰুমৰ বিশেষ পৰিধান— নাইটি, গাউন পিন্ধি shopping mal ত shopping কৰাতো বাদেই কোৰ্ট-কাছাৰীতো অফিচ কৰি ঘূৰি ফুৰে। আধুনিকা মহিলাৰ কাপোৰ কমি কমি এখন ৰুমালেৰেও দুখন 'চোলী' বনাব পৰা হৈছে বুলি মাজে মাজে গল্প-গুজবো ওলায়। অলপতে মল্লিকা শ্বেৰাৱটে হেনো নিজৰ কষ্টিউম ডিজাইনাৰক মাতি আনি অৰ্ডাৰ দিলে যে তাইক এখন ৰুমালেৰে দুখন চোলী বনাই দিব লাগে। ডিজাইনাৰে লিৰিকি বিদাৰি চাই ক'লে যে দুখনতো পৰা যাবই আৰু কিছু কাপোৰ বৈ যাব তাৰে কি কৰা হ'ব তাৰেহে বিধান লাগে। জেণ্টচৰ টুপী, জীনচ, শ্বাৰ্ট অৱশ্যে বহুতৰে প্ৰিয় আৰু প্ৰিয় ছিগাৰ-ড্ৰাগচ-ড্ৰিংকচ। সময় কাটিবলৈ, ওহো নহয় নহয়! টাইম পাছ কৰিবলৈ তেওঁলোকে বাছি লয় ফাইভষ্টাৰ হোটেলৰ চুইমিং পুল, গোৱাৰ বীচ, বৃন্দাবন গাৰ্ডেন নতুবা কলকাতাৰ ভিক্টৰিয়া মেমোৰিয়েল হল। অসমৰ সোণাপুৰৰ দিচাং ৰিচৰ্ট, স্প্ৰিং ভেলি ৰিচৰ্ট আদিতো উপযুক্ত সুবিধা আছে বুলি শুনিছোঁ। তাতো বিশ্বকৰ্মা পূজা, সৰস্বতী পূজা আদিত *ছৰ্ট টামৰ্চ কটাবলৈ* ওৰেৰাতি ঘৰৰ পৰা দলবান্ধি ওলাই যায় বুলি শুনিবলৈ পাওঁ। এতিয়া সকলো দিশতে নাৰীৰ কাপোৰ কানি, আ-অলংকাৰ আদি লাম-লাকটুৰ দৰে মৰম-চেনেহ, সতীত্ব-নাৰীত্ব কমি কমি আহিছে। (দিগাম্বৰী হ'ব নোৱাৰিলে জানো কোটিটকীয়া বিগ বাজেটৰ ফিল্মৰ চুপাৰষ্টাৰ নতুবা Miss India, Miss univers, বিশ্বসুন্দৰী হোৱাৰ অফাৰ পায়।) ইয়াৰ বিপৰীতে পুৰুষৰ কাপোৰ-কানিকে ধৰি কুমাৰত্ব-পুৰুষত্ব-দাসত্ব সকলো বাঢ়ি যাব ধৰিছে। চাওকচোন ৰিয়েল্‌টি শ্ব বা প্ৰাইজ ডিষ্ট্ৰিবিউচনৰ এংকৰসকলৰ ক্ষেত্ৰতে— পুৰুষৰ কোটে-চুটে-টায়ে ফিট-ফাট নতুবা মাফলাৰে শ্বেৰৱানিয়ে (তলত একো নিপিন্ধিলেও চলাকৈ) টিপটপ ড্ৰেচ আৰু মহিলাৰ A. C. ৰুমতে হওক বা open air তে হওক উদং দেহা আৰু টলমল যৌৱনৰ বেহা।

আগতে কাটনী সম্প্ৰদায়ৰ বাহিৰেও সকলো অসমীয়া তিৰোতাই কপাহ নেওঠি, পাঁজি বটি, যঁতৰত সূতা কাটি নিজহাতে কাপোৰ বোৱা-কটা কৰিছিল। যুদ্ধত

পিন্ধা কবচ কাপোৰতো একে ৰাতিৰ ভিতৰতে এই সকলোবোৰ কান কৰি অঁটাবলগীয়া হৈছিল। বহু দুখুনী মাতৃয়ে লেদেনা উকটি কটনা কাটি নিজে নাখাই নুবুইয়ো ল'ৰা-ছোৱালীৰ ডাঙৰ দীঘল কৰিছিল। বৰ্তমান বোৱা-কটা সমবায় সমিতিৰ জহত ৰেডিমেড সূতাৰে (ছিনথিটিক বা থাইলেণ্ড সূতাৰে) কোনোমতে দুই এগৰাকী কৰ্মহীনা মহিলাই বছৰেকৰ মূৰত এজুটি-দুজুটিমান উকা চাণেকীয়া কাপোৰ বৈ উলিয়ায়। মহাত্মা গান্ধীয়ে তাহানিতে বখানি যোৱা 'প্ৰতিগৰাকী অসমীয়া নাৰীয়ে তাঁতত সপোন ৰচিব পাৰে' বোলা কথাষাৰ এতিয়া 'বুৰঞ্জীৰ বাণী' স্বৰূপ হৈ পৰিছে। সূতা কটা যঁতৰো এতিয়া যাদুঘৰৰ সামগ্ৰীলৈ ৰূপান্তৰিত হ'ব ধৰিছে। মাদুৰাইৰ মিলত উৎপন্ন হোৱা গামোচাৰ দ্বাৰাহে অসমীয়াৰ বাপতি সাহোন স্বৰূপে বিহুত দিব পৰা বিহুৱানৰ নামত কটা যাব লগীয়া নাক কথমপি ৰক্ষা পৰিছে। হাতেকটা খদ্দৰ কাপোৰৰ প্ৰদৰ্শন শিল্পমেলা বাণিজ্য মেলাসমূহতহে পোৱা হৈছে। আগতে weaving and textiles বিভাগৰ প্ৰযত্নত নতুবা ডাকযোগে লাভ কৰা বোৱা-কটাৰ দৰে *কাটিং এণ্ড নিটিং*, এম্ব্ৰডায়েৰিং আদিৰ কোৰ্চে স্বনিয়োজন হোৱাৰ বাট কাটি দিছিল। বৰ্তমান এনে শিক্ষা দিয়াৰ নামত বহু প্ৰাইভেট ভকেচনেল ইনষ্টিটিউট গঢ়ি উঠিছে য'ত টকা দিলে ডিপ্লোমা বা চাৰ্টিফিকেট পোৱা যায়— চৰকাৰী চাকৰি বা বেংকৰ (লোন পোৱাৰ সুবিধাৰ্থে) এতিয়া আৰু বাঙালী সমাজতো বিয়াৰ কইনা নিৰ্বাচনৰ বাবে বোৱা-কটা, চিলাই, উলবনা আদি বিশেষ অৰ্হতা হিচাপে বিবেচনা কৰা নহয় যিহেতু, এতিয়া কেৰিয়াৰ ৱ'মেন আৰু ছেলফ এমপ্লয়মেণ্টৰ যুগ; টকা, ডিগ্ৰী, চাকৰি, গাড়ী, ফ্লেট থাকিলে বান্দৰীও সুন্দৰী হয়, থুপৰীও সুৰাগী হয়।

আগতে ৰজা-মহাৰজাৰ মাজত যুদ্ধ বিগ্ৰহ হোৱাৰ দৰে ৰজাৰ বিৰুদ্ধে প্ৰজা বিদ্ৰোহো হৈছিল। বহু কটা-কটি, মৰা-মৰিৰ অন্তত শান্তি মৈত্ৰীৰ উদ্দেশ্য ধন-সোণৰ লগতে কন্যাৰত্নৰ বিনিময় হৈছিল। আজিকালিও দুই ৰাষ্ট্ৰৰ মাজত পলিটিকেল এম্বুশমেণ্ট হয়, ৰাষ্ট্ৰৰ অভ্যন্তৰতো বম্বব্লাষ্টিং, ৰায়ট, কমিউনেল ক্লেছ, দাংগা-হাংগামা, হৰতাল, ধৰ্ণা-বন্ধ হয়। বৃটিছৰ দিনত বহুত কয়েদিয়ে কলিয়াপানীলৈ গৈ আজীৱন নিৰ্বাসন দণ্ড মূৰ পাতি লৈ কাল কটাব লাগিছিল। আজিকালি যাবৎজীৱন কাৰাদণ্ডৰ নামত খুব বেছি যুদ্ধবিৰতিৰ কাললৈকে কাৰাগাৰত দিন কটাবলগীয়া হয়— সিয়ো political custodian ত থাকি। এনে সুবিধাভোগী ৰাজনৈতিক বন্দীয়ে কাৰগাৰতো টি. ভি. চাব পাৰে, বাতৰি পঢ়িব পাৰে, পৰীক্ষা আদি দিব পাৰে, আন্দোলনৰ কাৰ্যসূচী চলাই নিব পাৰে আৰু নিৰ্বাচন খেলি জিকি সকলো অপৰাধ ৰেকচুৰ কৰি ল'ব পাৰে। সেয়েহে ভৱিষ্যতৰ মুখ্যমন্ত্ৰী, প্ৰধানমন্ত্ৰী, ৰাষ্ট্ৰপতিৰ সপোন দেখা ৰাজনৈতিক কৰ্মীয়ে দেশতে হওক বিদেশতে হওক স্বনিৰ্বাসিত হৈ আন্দোলনৰ কালছোৱা কটাবলৈ ভাল পায়। তাহানিতে মাতৃজাতিয়েও মনুৰ বিধান মানি চলা সমাজত অনুৰূপভাৱে

কাল কটাব পাৰিছিল নিজ নিজ গৃহতে। মনুৰ বিধানমতে নাৰীয়ে এক কাল (শৈশৱত) পিতৃৰ, এক কাল (যৌৱনত) স্বামীৰ আৰু এক কাল (বৃদ্ধাৱস্থাত) পুত্ৰৰ অধীনত কাল কটাব লাগে। আজিকালি কাৰো তলত কোনেও এখন্তেকো কটাব নালাগে, কটায়ো যদি তাকে *time pass* কৰাহে বোলে। হেন জানি ডাউৰিৰ ভয়ত নৱ দম্পতীয়ে আগধৰি প্ৰেগনেণ্ট টেষ্ট কৰি লৈ স্ত্ৰীৰত্বক গৰ্ভতে বিনাশ কৰে বা কুমাৰী মাতৃয়ে পিতৃ পৰিচয় নিদিয়াকৈ নিজ মৰ্জি মতে *mothers daughter* কৰি শিশুনিবাস (creche/ক্ৰেছ)ত ব্ৰউদ আপ (brought up) কৰে। সেইদৰে যৌৱনৰ বা লাগোঁ নালাগোঁতেই বগি বগি, চুপাৰষ্টাৰ ধামাকা আদি প্ৰগামত যৌৱনৰ উদ্দাম নাচ নচাৰ সুবাদত লীভ টুগেদাৰৰ প্ৰপছড় পাই যায় আৰু ইচ্ছামতে টকা ঘটি বৃদ্ধাৱস্থাত বৃদ্ধা-নিবাসত ৰিহেবিলেশ্বন হোৱাৰ সুব্যৱস্থা কৰি থয়।

আগতে মুখ লাগিলে বেজে মন্ত্ৰেৰে সৰিয়হ, জলকীয়া নতুবা বাঢ়নী কাঠি পুৰি মুখ ভাঙিছিল (মুখভঙা মন্ত্ৰ), পানী কাটিছিল (ৰাভা ঃ পাক কাটায় কায়, পানী কৰতি), বানমৰা বা হুৰা কৰা কাটিবলৈ 'ওভটা মন্ত্ৰ' মাতিছিল। ('আজিকালি এইবোৰ কুবিদ্যা-কুমন্ত্ৰ বিনাশ কৰিবলৈ, সাপুড়াৰ কবচ/মাদলী পিন্ধিবলৈ হাটে-বজাৰে পোৱা যায়, লাখটকীয়া ৰত্ন/পাথৰ ধাৰণ কৰিবলৈ এষ্ট্ৰলজাৰ বা ৰত্নকুবেৰ পোৱা যায়।') সেইদৰে হালবাওঁতে গৰুক ফালে কাটিলে নাঙলৰ মুঠিত দাঁতেৰে কামুৰি দিলে ভাল পাইছিল বুলি লোকবিশ্বাস আছিল। একো এটা উপায় নাপালে কাৰোবাক ডাইনী সজাই ঘেচেংকৈ কাটি পেলাবলৈ ভাৰাতীয়া গুণ্ডাবাহিনীও পোৱা যায়। (আগতে ডাইনী বুলি সন্দেহ হ'লে গাঁৱৰ পৰা অকল খেদি পঠাইছিল বা হাবিত মেলিহে দিছিল।) আগতে ৰাহু-কেতুৰ দশা, শনিৰ দশা, ভাগ্যদোষ নিজে নিজে সময়ত কটা যোৱাৰ দৰে গাৰ বিষ-বেদনা, জ্বৰ-খং আদি আপোনা-আপুনি শাম কাটিছিল; বৰ্তমান কমেহে। মদ, ভাং কানিৰ জাল বা নিচাও পানী ঢালিলে বা ঠাণ্ডা খালে আপোনা-আপুনি কাটি গৈছিল; বৰ্তমান ফাটেহে। তেতিয়া ধুমুহা-বতাহ, শিল বৰষুণ, জাৰ-জহ সকলো শাম কাটিছিল; আজিকালি হয় ইবোৰ কমি যায় নহয় বন্ধ হয়। আগতে সাত শত্ৰুকহে নালাগে চকু পাৰি দেখিব নোৱাৰাজনকো দেখা মাত্ৰে নিজে ফালৰি কাটি দিছিল; আজিকালি ৰাইভালকো আদৰ-সাদৰ কৰি মাতি আনি চুকত থাকি বুকুত কামোৰা নীতি অৱলম্বন কৰি নেদেখাকৈ লেং মাৰে।

আগতে হাতীৰ বাবে ঘাঁহীয়ে (ঘাঁহকটীয়া) ঘাঁহ কাটোঁতে, ধাননিত এৰালি বন চিকুনাওঁতে, নৰানিত ধান চপাওঁতে, খেৰনিত খেৰ কাটোঁতে, গছতলে-বাঁহতলে গৰখীয়াই গৰু ৰাখোঁতে যেনেকৈ বনে গা কাটিছিল ('বাঁহ পাতে কাটিলে গা, কৰণিত কাপোৰ থৈ বননিত নাচাগৈ, গোবিন্দ গোবিন্দ ঐ টোকাৰী বা') তেনেকৈ নৈৰ গড়াত, বিৰিণা তলিত, পদুমণিত চেনেহীক দেখি ঢপলিয়াই ফুৰোঁতে চেনাইৰ মনটো পীৰিতিৰ

কাঁইটে কাটিছিল। "কাঁহীপাতেও নাকাটে গা"। পিন্ধিব নজনাৰ দোষত বা অনভ্যস্ত হেতুকে নতুন জোতা, আ-অলংকাৰ, কাপোৰ কানিয়েও কান-ডিঙি, গা-মূৰ, হাত-ভৰি কাটিছিল তেতিয়া কাৰো ওচৰ নাচাপি নিজেই নিজৰ কটাঘাত খোলা ঘঁহি যন্ত্ৰণাৰ উপৰি যন্ত্ৰণা চপাই ন'ললেও বা কটাঘাত কলাখাৰ নছটিয়ালেও আৰু খাৰণিৰ ছিটা বা লোন নিদিলেও চেঙা তেল দি আৰোগ্য কৰি ল'ব জানিছিল। এইবোৰ একো একোবিধ লোক-চিকিৎসাৰ বিধান। আগতে বসন্তৰ বা কালা আজাৰৰ ছিটা দিব লাগিলেও চোকা অস্ত্ৰ বা ব্লেডেৰে বাহু কাটি লৈ তাতেহে ঔষধ ছটিয়াই দিছিল। কিন্তু আজিকালি ডিপথেৰিয়া, হুপিংকাহ, হেপাটাইটিছ, পলিঅ' ইত্যাদি হৰেক ৰকমৰ হ্ৰেকবাৰ ছিটা ল'ব লাগিলেও ডিচ্‌পোছেৱ ছিৰিঞ্জৰে ইনজেকচন দি বা মুখেৰে পলিঅ' ড্ৰপ খুৱাই নিমিষতে পালচ পলিঅ' আঁচনিৰ সফল সমাপ্তি ঘটায়। আগতে হাস্পাতাল বা চৰকাৰী স্বাস্থ্যকেন্দ্ৰত দাগ কাটিলেহে ঔষধ ভৰাই কম্পাউডাৰে বিনামূলীয়াকৈ ৰোগীক ঔষধৰ যোগান ধৰিছিল। বৰ্তমান চৰকাৰী ডাক্তৰ নাৰ্চেও ক্লিনিক বা নাৰ্চিংহোমত বহি ৰেডিমেড প্ৰেচক্ৰিপচন কাটি কাটি (টিউচন কৰা টিচাৰে কমন পেলাই কটা প্ৰশ্নৰ উত্তৰ কৰাৰ দৰে) পেচেণ্টৰ জেপ কাটে নতুবা অপ্ৰয়োজনত কটা-চিঙাৰ ভয় দেখুৱাই নানানটা test কৰাই এটেণ্ডেণ্টৰ *হাৰ্ট নকটাকৈয়ে হাৰ্ট-ফেল কৰাই দিয়ে। (গছ নকটাকৈ থিয়ৈ থিয়ৈ মৰিবলৈ দিয়া circumcisionl girdling কৰা ব্যৱস্থাৰ দৰে।)

আগতে লটাৰী খেলৰে হওক বা তীৰ খেলৰে হওক, কলেজ কেণ্টিনৰেই হওক বা ৰেষ্টোৰাৰে হওক, টিকটেই বোলক বা কুপনেই বোলক আগতীয়াকৈ পইচা দি কাটি ল'ব লাগিছিল। দোকানীয়েও গ্ৰাহকক শ্লিপ বা ৰিচিপ্ত কাটি দিছিল। এতিয়া 'জাগো গ্ৰাহক জাগো' বোলা উপভোক্তা আইন থাকিলেও কেৱেঁ ৰিচিপ্ত দিবলৈ কেট-কুটকে নকৰোঁ। চৰকাৰী চাকৰিয়ালে এল টি টি যোগে মাদ্ৰাজ-বোম্বাই—কন্যাকুমাৰীলৈকে যাবলৈ হ'লেতো ট্ৰেইনৰ টিকট কটাটো বাধ্যতামূলকেই আছিল। নহ'লে খৰচ কৰি থোৱা ধন ঘূৰাই পোৱাটো বাদেই এডভান্স লোৱা একাউণ্টকে ধৰি সমুদায় ধন ফিৰাই দিবলগীয়া হোৱাত খেনো খেনোৰ টেকেলি কাতি (*কাটি?) হ'বলগীয়া হৈছিল। এমাহ এপষেক কাল বিদেশত প্ৰৱসুৱা জীৱন কটাবলৈ বা মক্কাত হজলৈ যাব লাগিলেও উৰাজাহাজ, পানী জাহাজৰ টিকট নিজে আগধৰি গৈ বন্দৰত বা এয়াৰ পৰ্টত লাইন পাতি কাটিব লগীয়া হৈছিল। আজিকালিৰ দৰে ক্ৰেডিত কাৰ্ড, গোল্ড কাৰ্ডেৰে ঘৰতে বহি কম্পিউটাৰত e-book কৰি দীঘলীয়া কিউ (queue) এভইড্ কৰাৰ কোনো ধৰণৰ ব্যৱস্থা নাছিল। এনেহেন লাগে যদিহে তাহানিতে এই সুবিধা লঘোদৰ বৰাসকলে পালেহেঁতেন তেন্তে তেওঁলোকৰ নাৰদে ঢেঁকীত উঠি ফুৰা দি, মিনিষ্টাৰে হেলিকেপ্টাৰত উঠি বানপানী চোৱা দি অনবৰতে ঘূমটি ফুৰণত (ভ্ৰমবঙ্গ) নহ'লেও বিশ্বব্ৰহ্মাণ্ড চলাথ

কৰি ফুৰিলেহেঁতেন— চৰকাৰৰ 'ধৰ্মজ্যোতি' আঁচনিত পৰক বা নপৰক, পলিটিকেল কোটা থাকক বা নাথাকক। সেয়েহে আজিকালিৰ মানুহে একো শ্নকটাকৈ ("এলাহ্ ভাগৰ কাতি, (কাটি) কৰি থৈ") যেতিয়াই তেতিয়াই *ফ্লাই কৰে, ট্রিপ দিয়ে, টুৰলৈ যায়* আৰু *পূৰা মৌজ মস্তি কৰে*।

আগতে অকল মানুহে মানুহক কটা-কটি, মৰা-মৰিহে যে কৰিছিল এনে নহয়, কথাও কেতিয়াবা গীতেৰেও কটা-কটি কৰিছিল। দৰঙত প্ৰচলিত গৰখীয়াসকলৰ নাঙেলী গীত, কামৰূপৰ বিয়াৰ ৰভাতলীত গোৱা খিচাগীত, অথবা কাৰ্বিৰ কইনা খুজিবলৈ যাওঁতে পাকৈত লুঞ্চেপ' অৰ্থাৎ নাম লগোৱাই গোৱা 'আদাম আচাৰ আলুন' এই শ্ৰেণীৰ প্ৰশ্নোত্তৰমূলক গীত-মাত। আজিকালিৰ দিনত এনে কথা কটা-কটি কৰা; সিও গীতৰ মাধ্যমেদি নৈব নৈব চ। আজিকালি স্বামী-স্ত্ৰীৰ মাজতো উকীলৰ আৰ্গুমেণ্টহে চলে, D D Direct plus যোগে সদন বা সংসদত দেশৰ যতমানে এমেলে-এম পিয়ে মিনিষ্টাৰৰ লগত কৰা দেখি-শুনি সাধাৰণ মানুহেও বাটে ঘাটে RTI ৰ ভয় দেখুৱাই কোয়েচন এৰাইজড় (question arised) কৰে, নতুবা পেপাৰত ইজনে-সিজনক বোকা ছটিয়া-ছটি কৰা খেল খেলে।

এসময়ত হাতে লিখা পাণ্ডুলিপিত কবিতা, গল্প, নাটক বা প্ৰবন্ধ-নিবন্ধ লিখোঁতে *কাট-কুট* কৰাৰ (কটা-কটি কৰাৰ) যথেষ্ট সুবিধা আছিল আৰু কেইবাৰ draft (খচৰা) কৰা হৈছিল তাৰ লেখ ৰাখিব পৰা গৈছিল। কম্পাচ কাঁটাৰে কটা -কটি কৰা স্থান (বিন্দু, point) জ্যামিতিৰে চিহ্নিত কৰিব পাৰিছিল। বৰ্তমান কম্পিউটাৰত D. T. P. কৰোঁতে মাউচ টিপি Direct delete বা add কৰোঁতে *কপিকাট* ছেটিং আদি কৰোঁতে পূৰ্বৰ Draft ৰ একো চিন মোকাম নোহোৱা হৈ পৰে। তেতিয়াৰ দিনত পৰীক্ষাত প্ৰশ্ন কাটোঁতাই (question setter) কটা দীঘল প্ৰশ্নৰ (broad question) নম্বৰ (marks) দিয়াত বৰ সুবিধা হৈছিল। আজিকালি e-mail যোগে দিবলগীয়া চমু প্ৰশ্নৰ (objective type question) উত্তৰ লিখিবলৈ কোনো প্ৰশ্নভাণ্ডাৰ (question bank) বা আৰ্হি প্ৰশ্ন (sample of question) হাজাৰ টকা দিলেও পোৱা নাযায়। কিন্তু হ'লে কি হ'ব ভূ-ভাৰতত নোহোৱা-নোপজা ঘটনা সোণৰ অসমতহে ক'বই নালাগে I love my India বা 'মেৰা ভাৰত মহান' তো হয়। ইয়াতো question out হয় যেনেকৈ electronic voting machine তো ভোট বেগিং হয়। কম্পিউটাৰত ৰিজাল্ট দিয়া কোনটো বাৰতনো SEBA বা AHSC ৰিজাল্ট নিখুঁত হৈছে (CBSE যেন-তেন)? বৰ্তমানৰ *মাথা খাৰাব* মানুহবিলাকৰ বাবে ই এটা কোটিটকীয়া '*মাথামাৰা* প্ৰশ্ন? এনে লাগে যেন কল্কি অৱতাৰ ধৰি সকলোকে কাটি-মাৰি বৃন্দামাৰ কৰিম (সকলোকে কচুকটা দিম, মানে কটা দিম) নতুবা নগাৰ মান্ধাতাযুগীয়া 'মাথাকাটা' ব্যৱস্থাকে পুনৰ বাহাল কৰিম।

এতিয়া আগতকৈ বহুতো পৰিবৰ্তন হৈছে। আগতে অসমীয়া মানুহৰ গাঁৱত বাদেই চহৰতো খেৰীঘৰ বা জুপুৰি ঘৰ (A. T.) হে আছিল। সেইবাবে বছৰেকে ডেৰ বছৰে নতুন খেৰেৰে চোৰাই নল'লে উৰুখিছিল আৰু বেছি বৰষুণত সেই উকথা চালেদি পানী কাটিছিল (লালীকৈ পৰিছিল)। আজিকালি টিন-পাট, এছবেষ্টাছ বা কংক্ৰিটৰ দিনত সেইবোৰ ক'ত দেখিবলৈ পাম? এতিয়া পাইপ বা নাওৰাদিহে বৰষুণৰ জমা হোৱা পানী হোলাহোলে বাগৰি পৰে আৰু সেই পানীবোৰ পলিথিন বেগে ব্লক কৰা ড্ৰেইনেদি বাগৰি যাব নোৱাৰি *ছাইড কাটি গৈ* কৃত্ৰিম বানপানীৰ সৃষ্টি কৰে।

আগতে আমানত জমাধনৰ পৰাই হওক বা দিবলগীয়া বেতনৰ পৰাই হওক ক্ষতি কৰা হাজিৰা, নষ্ট হোৱা যন্ত্ৰপাতি (apparature), ভাঙি পেলোৱা গিলাচ আদিৰ বাবদ মালিকে ধন বা টকা কাটি ৰাখিছিল। সেয়ে 'তোৰপৰা পইচা কাটিম' বুলিলে দৰমহা বা বেতন কাটি ৰখাকে বুজোৱা হৈছিল। তেনেকৈয়ে নিজৰ সম্মতি সাপেক্ষে দৰমহাৰ পৰা ঘৰভাড়া (Houserent), পি. এফ (provident fund); জীৱন বীমাৰ প্ৰিমিয়াম (L. I. C)ৰ বাবেও পে বিলত ধন কাটিছিল। অৱশ্যে এইবোৰ কাৰ্যক বৰ্তমান *deduct কৰা* বা *বেঙ্ক এডজাষ্টমেণ্ট কৰাহে* বোলে।

আগতে মানুহে বিদেশত বা ঘৰৰ বাহিৰত প্ৰবপুৰা জীৱন কটাইছিল। অথবা বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ সৈতে হাঁহি-ধেমালিৰে বা দুখেৰে জীৱন কটাইছিল। বৰ্তমান হ'লে *settle কৰে, established হয়* আৰু *ষ্ট্ৰাগল কৰি ফ্ৰেইণ্ড চাৰ্কেলৰ লগত spent কৰে, টাইম স্পেয়াৰ কৰে বা ষ্টেটাচ মেইনটেইন* কৰি চলে।

আগতে 'পৰদ্ৰবং লোষ্ট্ৰবং' কৰোঁতে খেনোৱে হাতলৰ স্বভাৱ, পোলাকটা চোৰ, জেপকটা চোৰ, গৰু চোৰ নাম লৈ। পাই লোকৰ বস্তু হাত কৰিবলৈ চোলাৰ জেপ কাটিছিল নতুবা বেৰৰ পোলা কাটিছিল (অৱশ্যে সিন্ধিও দিছিল)। কিন্তু বৰ্তমান ভদ্ৰলোকৰ মুখা পিন্ধি কেতিয়াবা মনে মনে *পকেট মাৰে,* নতুবা দিন দুপৰতে *খুল্লাম খুল্লামকৈ ডীমাণ্ড কৰে,* হপ্তা বা গুণ্ডা টেক্স (B T A D ত হ'লে বড়োলেণ্ড টেক্স) লগায়।

আগতে গুৰুৱে (ৰাজগুৰু) শিষ্যৰ প্ৰতি কষ্ট হ'লে কৌশলেৰে হয়তো গুৰুদক্ষিণাৰ নামত আঙুলি পৰ্যন্ত কাটি লৈছিল। বৰ্তমান এনে নিষ্ঠুৰ ব্যৱস্থা নাই যদিও এতিয়াৰ প্ৰাইভেট টিউটৰ (গৃহ শিক্ষক) বা Ph. D. গাইডে মনোমত ফিছ, অফাৰ, দক্ষিণা, কমপেনিশ্বিপ, একোমপেনি নোপোৱাত নাৰাজ হ'লে ফাষ্ট ক্লাছ *ডিগ্ৰী কাটি দিয়াটো* মামুলী কথা, *ফেলোশ্বিপো কাটি দিয়ে*। সেই মহাপুৰুষজন যদি প্ৰিন্সিপাল বা হেড হয় তেন্তে তেওঁৰ কলেজৰ পৰা নহ'লেবা ক্লাছৰ পৰা একেবাৰে নাম কাটি বাহিৰ কৰি যে নিদিব তাক কোনে ক'ব পাৰে। আজিকালিৰ ভাষাত

বাজটিকেট কৰা *নে expelled কৰা* যে বোলে সেইটোকে।

আগতে ট্ৰাক, গাড়ী আদিৰ বস্তু overload হ'লে, বেয়া ৰাস্তা বা দুৰ্বল দলঙত *মাল কাটিছিল*, বৰ্তমান সেইবোৰ unload কৰে। আগতে জীপ গাড়ীৰেই হওক বা ট্ৰাক লৰীৰে হওক, বাছগাড়ীৰেই হওক বা এম্বেছেদৰ ফাষ্ট ক্লাছৰেই হওক— পাবাৰ ষ্টিয়েৰিং, পাবাৰ উইণ্ডো আদি নাছিল বাবে ড্ৰাইভাৰ বা হেণ্ডিমেনে back gear বা double gearয়েদি গাড়ী ঘূৰোৱাকে আদি কৰি বহুকাম কৰিবলগীয়া হৈছিল। বৰ্তমানৰ পাইলট নামধাৰী গাড়ী চালক সকলে পাবাৰ ষ্টিয়েৰিঙৰ জহত ঠাইতে গাড়ী back কৰি গাড়ী কাটি দিব পাৰে।

এইবোৰ সকলো বিশ্বায়নৰ জহতহে হৈছে। গাড়ী *ছাইড কাটি* নিয়াৰ দৰে কথাকো *ছাইড কাটি দিব* পৰা যায়, ফোনৰ network বা ইলেকট্ৰনিক কাৰেণ্টো সময়ে সময়ে *লাইন কাটি যায়*। সেইবাবে চাগে আজিকালি *লাইন কাট* খাই যোৱাৰ দৰে ল'ৰাৰ দৰে বুঢ়া মানুহকো *কাটি দি* লাজত পেলায়। (*কাট মাৰি* কথা কোৱাতো আছেই)। সেইদৰে এই ইংৰাজী cutৰ জহতে আমি ফিল্ম শুটিংত 'কাট' বুলি কৈ ডাইৰেকচন দিয়া ডাইৰেক্টৰ পাইছোঁ, cut out লগাই *ইলেকট্ৰিক পাৱাৰ কাটি* ঘৰৰ ওৱেৰিং কৰা ইলেকট্ৰিচিয়ান পাইছোঁ; নানাধৰণৰ *কাট* (*বয়জকাট, ববকাট, ফ্ৰেন্সকাট, হিপ্পীকাট, কালামকাট, ইউকাট, ভি কাট, ডীপকাট, লো কাট*) পাইছোঁ। *কাটলেট* (cutlet), *কাটলেৰী* (cutlery), *কাটিং* (cutting), *কাট অব মাৰ্ক* (cut of mark), *কাট আউট* (cut out), *ছৰ্টকাট* (short cut) আদি ভিন্নধৰ্মী ভিন্নবঙী শব্দৰাজি ইংৰাজ ফ্ৰেন্সসকলৰ ফেভাৰতে পাইছোঁ। ।

ইংৰাজী মেডিয়ামৰ দৌৰাত্ম্যত ইংৰাজী ফৰফৰকৈ ক'ব পৰা আজিৰ প'প অসমীয়া ছাত্ৰ-ছাত্ৰীৰ কেইজনেনো খৰিকটীয়া (wood cutter), কাঠকটীয়া (carpenter), শিলকটীয়া (sculptor), বলিকটীয়া (sloughter), বাটকটীয়া (pioneer) অথবা হাতকটা (sleeveless), হাতেকটা (hand made), জালিকটা (network), বাবুলিকটা (bob cut), খোপকটা (notched), লতাকটা (floral designing), নামকটা (expelling) আদি শব্দৰ সঠিক অৰ্থ জানে। এই আধা কেচলুৱা, ব-ছেৱা অসমীয়া নবপ্ৰজন্মৰে এজনমানে যাওক জকাইচুকৰ মোমায়েক-ককাকহঁতৰ ঘৰলৈ *উইণ্টাৰ/ছামাৰ ভেকেচন এনজয় কৰিবলৈ*। বহুদিনৰ মূৰকত পোৱা জোঁৱায়েকক সম্ভাৱি কওক জেঠেৰীয়েক বা শহুৰেক-শাহুৱেকে 'কোনোমতে মাটিতে বাঁহিটো কটাবি জোঁৱাই' বুলি। ইফালে দেউতাক (ডেডীক) কটাৰ (head hunting beheaded) ভয়ত ওৰেবাতি চকুত টোপ নধৰাকৈ কটোৱা ল'ৰাটো বা ছোৱালীজনীক লৈ ডেনেনডেয়াৰ গুচি আহিবলগীয়া হওক মাই ডিয়েৰ ফাদাৰজন।

সেইদৰে আপোনঘাতী হোৱা পুত্ৰৰ নগৰীয়া পুত্ৰবধূজনীক ৰবজনাক বা

শাহুৱেকে মাতক মৰমতে— 'বোৱাৰী! তাতে অকলে আৰু কেইকাল কটাবি! আমাৰ ইয়ালেকে নাহ কিয় গুচি'— এইবুলি। তাতে শাহুৱেক-শহুৰেকে 'স্বামী হত্যাকাৰী' বুলি তাইকে দোষ জাপি দিয়া হৈছে বুলি দিলে নহয় তাই কোৰ্টত কেচ ফাইল কৰি গোটেইখন ঘৌজাল-বৌজাল কৰি। আকৌ গোৱালপাৰা অঞ্চলত 'কাটা-মাৰা'ৰ নামত মানুহক কোনোধৰণৰ কটাকটি বা মৰা-মৰি নকৰে; অকল ধানহে চপায়। সেয়ে কোনোবা উজনিৰ লোকে মাঘমানত এইফালে আহিলে— "যি আছে দুই এদিনতে কাটা-মাৰা শেষ কৰি পেলাম" বুলি শুনিয়েই কোকৰাঝাৰৰ ফালে কৰা ethnic cleansing কৰা কথা আগতে শুনি যোৱা বাবে 'মোকো মাৰি-কাটি পেলাবহি' বুলি ভাবি লৈ মিছাকৈয়ে ভয়তে পলাই-পত্রং নিদিয়ে যেন। সেইদৰে আমাৰ অসমীয়াৰ 'কন্দা-কটাখন লগোৱা' বা 'কান্দি-কাটি বাউলী হোৱা'ৰ লগতো দেখোন কটাৰ নাম-গোন্ধই নাই; এই কন্দাৰ লগতনো কটাখন জোকে লগাদি কেলৈ লাগিবলৈ পালেহঁক ত্যুকে কাটি চাবৰ (ভাষাতাত্ত্বিক বিশ্লেষণ কৰিবৰ) এইজনা যত কূটৰ যাইৰ মন। নাই নাই এয়া যুৰীয়া শব্দ হিচাপে প্ৰয়োগ হোৱা এটা অৰ্থহীন ৰূপ মাথোন। কটাৰ লগত ছিঙাৰ যেনে সম্বন্ধ (কটা-ছিঙা) বা কাটিৰ লগত ছিঙি বা কুটিৰ যেনে সম্বন্ধ (কাটি-ছিঙি, কাটি-কুটি) ইয়াৰো তেনে সম্বন্ধ; কিন্তু নিজে অৰ্থহীন এটা শব্দ।

একালত অসমীয়াই ইমানকৈ কাটিছিল যে জাতি-বৃত্তিৰ নামতো চুলিকটা মিচিমি, শৰকটা মানুহ (অৰুণাচলৰ জনজাতি বিশেষ), খেৰ কাটাৰী (খেৰ + কাট্ + আৰী), কাটনী, শিলকটীয়া, বলিকটীয়া, খৰিকটীয়া; ঠাইৰ নামতো কুমাৰী কাটা, বস্তাল কটা, ছেকেটা, নাওকাটা, পাটাকাটা, কুকুৰকাটা, মোমাইকটা গড়, নাককাটা পুখুৰী (গুৱাহাটীৰ পাণবজাৰ), কটানি (হাবি কাটি হোৱা মাটি); নানাধৰণৰ নামতো লতা-কটা বণ, লতাকটা বুৰঞ্জী, লতা-কটা সাঁচিপতীয়া পুথি, জালিকটা দুগৰি, আগকটা চুলি, খাজকটা জখলা, দহিকটা সূতা, হাতকটা গেঞ্জী, সূতাকটা যঁতৰ, ফুলকটা শৰাই/বটা আৰু গালি-শপনিতো নামকটা চিপাহী, জালুক-পানকটা শত্ৰু, কটা কাণ চুলিৰে ঢকা, নাক কাটি হাতত লোৱা, নেগুৰকটা বাঘ, নাককাটী, ডাংকটা/ডাংকাটী ইত্যাদি বাৰে-বিংকৰা শব্দ বাক্যাংশৰ সমাহাৰ ঘটিছিল। কাটনবো কাটন কিমান প্ৰকাৰৰ যে কাটন আছিল? সৰু সৰুকৈ কটা (সৰু সৰুকৈ কাটিবা গুৰা/এখনি নালাগে দুখনি খোৱা), মিহিকৈ কটা, দীঘলে দীঘলে/দীঘলকৈ কটা, থিয়ে থিয়ে কটা, চুটিকৈ কটা, খবামুৰাকৈ কটা, খবটীয়াকৈ কটা, (মুৰ) দুটুকুৰা হোৱাকৈ কটা, খন খনকৈ কটা, টুকুৰা-টুকুৰকৈ কটা, চকলা চকলকৈ কটা, যেনেতেনকৈ কটা, নেকানেক কটা, বেপি বেপি কটা, ওপৰে ওপৰে কটা, তলে তলে কটা, ঘপিয়াই কটা, কচুকটা দিয়া, কাটি খান্তাং কৰা, কাটি তহিলং কৰা, কাটি

ধোবাংবোং কৰা, কাটি দুচেও কৰা, ভাল কাটি লঠঙা কৰা ইত্যাদি তেনেধৰণৰ কিছু সেই সময়ত প্ৰচলিত অসমীয়া কাটন (কটা ছিঙা, বন্ধা-কুটা, কাটি-কুটি পেলোৱা কাৰ্য।) আজিকালি আৰু তেনেকৈ মানুহে নাকাটেও আৰু কাটিলেও সেই কাটনবোৰৰ নাম ভিন্ন ৰূপে জনাজাত যেনে— *পিছ পিছকৈ কটা,* (এক/দুই) *পিছ কৰা,* দেগাৰ বন্ধা, ছুৰীকাঘাত কৰা, কেঁচী চলোৱা, ডাইছেক্সন কৰা, চকলিওৱা, *যেচেও কৰা,* মূৰ ছিঙাই দিয়া, ডিঙি মুছৰি মৰা, টুকুৰাই দিয়া, *চেটেপ কৰা* ইত্যাদি।

***কাটৰ*** ভনী *কুটি বুলি ক'লে আপোনালোকে হাঁহিব নেকি? তেন্তে মই কম কাটৰ ভাই কুট। য'তে কাট অকৃতকাৰ্য তাতে কুটৰ অস্ত্ৰোপচাৰ। ৰ'ব চোন ৰ'ব প্ৰসঙ্গ সঙ্গতি লগাই অলপ ব্যাখ্যাকে কৰোঁচোন। মিহিকৈ দাঁত বা ঠোটেৰে অলপ অলপকৈ কটাকে **কুটা** বোলে। নিগনিয়ে কাপোৰ আদি **কুটে** (তাহানিতে যে সামান্য প্ৰাণী হোৱা সত্বেও জালত পৰা সিংহক **জাল কুটি** নিগনিয়ে মুক্ত কৰি দিছিল); ভাঙুৰাই **কুটনাত** লৈ ভাং **কুটে**। (ভাঙুৰালৈ নাযাবা ... **কুটি দিব** লাগিব ভাং); চৰায়ে ধান আদি **কুটি** খায় ("বন্দুকৰ শব্দত ৰাতি পুৱায়নে ... ওহো পুৱায় সেই চৰাইটোৰ মাতত, যিটো চৰায়ে কুটি খায় ৰাতিৰ এন্ধাৰবোৰ লাহে লাহে ... " বোলা বিখ্যাত কবিতাফাঁকি)। কমাৰে কাঁচিদাঁৰ **কাটনেৰে কুটে**; বোৱাৰীয়ে ঢেঁকীত **চিৰা কুটে**। **কুটি** পেলোৱা সৰু টুকুৰাই **কুটা**। যেনে— **খেৰকুটা** (পানীত পৰা পৰুৱাৰ **খেৰকুটাই** সাৰ) বা অকল **কুটা** (এডাল **কুটা** দুডাল নকৰা) ইয়াক চৰায়ে কঢ়িয়ালে হয় বাঁহ সজা কাৰ্য, চকুত পৰিলে হয় মহাশত্ৰু (**চকুৰ কুটা** দাঁতৰ শূল) আৰু ব্যক্তিত্ব আৰোপ কৰিলে হয় নগণ্যবো নগণ্য প্ৰাণী (তই মোৰ কোন **কুটা**)। সেইদৰে কিহবাই **কুটাৰ** দৰে বাঢ়িব নোৱাৰাকৈ থকা চুলি, খেৰ আদিকে **কুটুলা** বা **কুটকুৰা** বোলে। হাত-ভৰিৰ গাঁঠিত কিহবাই **কুটাৰ** দৰে মৃদু বিষ হ'লে হোৱা অস্বস্তিবোধক কোৱা হয় **কুটা কুটা**। কেনৈ মনত পৰা নাই সেই বুঢ়ীআইৰ সাধুটিলৈ, চম্পাৱতীক হাতে **কুটেকুটাই**, ভৰিয়ে **কুটেকুটাই** অজগৰৰূপী দেৱকুমাৰে সোণৰ নেপুৰ-খাৰু, কেৰুমণি-ঠুৰিয়া পিন্ধোৱা কাহিনীটোলৈ। পিছে বেছি বেছি লোভ কৰিলে আকৌ হিতে বিপৰীতহে হয়। মাহীমাকে নিজৰ জীয়েকক সঁচা অজগৰ এটাৰ লগত বিয়া দি ওৰে ৰাতি খপি যে গীতেৰে **কথা কটা-কটি কৰি** আছিল 'আই মোৰ ভৰি **কুটেকুটায়**', 'আই মোৰ জোঁৱায়ে নেপুৰ পিন্ধায়' 'আই মোৰ ডিঙি **কুটেকুটায়**', 'আই মোৰ জোঁৱায়ে মণি পিন্ধায়' ৰচ খেলা খতম। ইয়াৰ মানে হ'ল যি কাম আনে নোৱাৰে সেই কাম কুটে অকলে পাৰে। সেইবাবেই কূটকৰ্ম, কূটনীতি, কূট-কৌশল কূট-বুদ্ধি, কূটাঘাত ইত্যাদিৰ শক্তিক লৈ আমি ত্ৰস্তমান হৈ নাথাকোনে? আজিকালি যে আমি বাঁহৰ আঁখি, গছৰ কাঁইট, খেৰৰ জেং-জাবোৰ গুচাই নিমজ কৰোঁ শ্ৰ চাফ কৰোঁ; কিবা খাই

মুখ পৰিষ্কাৰ বা চাফ কৰোঁ আৰু চৰায়ে নিজৰ পাখি নিজৰ ঠোঁটেৰে কটিয়াই পৰিষ্কাৰ বা চাফ কৰে— তাকো এসময়ত কটলা/কঁটলা (কাটল) বুলিছিল। চুটি-চাপৰকৈ বাঢ়িব নোৱাৰা গছ-বনকো যে আমি কটীয়া বোলোঁ, চঁচা-কটা কৰাৰ সুবিধা থকা সৰু অস্ত্ৰক যে আমি কটাৰী/কাটাৰী বোলোঁ তাৰো নিশ্চয় কিবা নহয় কিবা অৰ্থতাত্ত্বিক কাৰণ থাকিব পাৰে। কিয়নো অসমীয়াত 'কটা বান্ধ' বুলি এটা শব্দ আছে যাৰ ব্যুৎপত্তি বলি কাটোঁতে তাহানিতে মানুহৰ হাত দুখন বা জন্তুৰ আগ ঠেং দুটা পিছফালে নি বান্ধ দিছিল বাবে সেইধৰণৰ দিয়া বান্ধটোকে এতিয়াও কটাবান্ধ বোলে।

কটা-ছিঙা, *কাটা-কুটা* কাৰবাৰ যে লাহে লাহে 'জিছ দেশমে গঙ্গা বহতী হ্যায়'ত কমি যাব ধৰিছে এয়া চাগে 'অধিকন্তু ন দোষায়'ৰ বিপৰীতে 'সৱতে ইয়ে কৰা' অৰ্থাৎ বেছি বেছি কৰি দেখুৱাৰ বিৰূপ ফল। সেই যে ইন্দিৰা গান্ধীৰ দিনত bobby film এ ন-জোৱানক পাগল কৰি দিয়াৰ সময়ত ইমাৰজেন্সিৰ নামত ৰাস্তাই-ঘাটে অলিয়ে-গলিয়ে আড্ডা পিটি ফুৰা ফুলবাবুহঁতৰ hippy চুলি, বেলবটম পেণ্ট, কোচাই থোৱা ফুলছাৰ্ট দেখিলেই পুলিচ লগাই ঘচাঘচ কাটি দিছিল আৰু তাৰ বিপৰীতে বুকুৰ *টপ টু বটম* দেখা দুই ইঞ্চিয়া ব্লাউছৰ লগতে নাভি উদি কৰা শাৰী বা লেহেঙ্গা দেখিলে খুলি পেলাই দৰ্জীৰে জোৰা-টাপলি দি পিন্ধাই পঠিয়াইছিল। তাৰপৰাই চাগে কাটি পেলোৱা আৰু জোৰা লগোৱাৰ জামানা উঠি গ'ল। এতিয়া সেই ইন্দিৰাজীও নাই, ইমাৰজেন্সিও নাই আছে যদি হাত মাৰ্কা আই কংগ্ৰেছৰ সুনাম ৰক্ষা কৰা পি এ. চাংমোবাহিনীয়ে বিদেশী বুলি বয়কট কৰা সোনিয়াজী আছে। কিন্তু কটাৰ নামত কেচী চলাবলৈ full power থকা ফিল্ম চেন্সৰ বোৰ্ডে যিমানে যি নকৰক এখন কমালেৰে দুখন চোলী কৰি পিন্ধা প্ৰিয়ংকা চোপ্ৰাহঁতে একটিং/ষ্টাৰিং কৰা T. V. ছিৰিয়েল, ভিডিঅ' ফিল্ম কিম্বা পাইৰেচিত পোৱা ফিচাৰ ফিল্মৰ C. D. তো আছেই, যিবোৰ মাকৰ আগত জোৱান বেটাই বাপেকৰ লগত জোৱান বেটীয়ে হেলাৰঙে ড্ৰয়িংৰুমতে এন্‌জয় কৰে— সেইবোৰ দৃশ্য বা ছিন কাটে কোনে। আৰু তাক কাটিলেই যেনিবা ইণ্টাৰনেটত পোৱা পৰ্ণ ৱেবছাইট, মোবাইলৰ ব্লু টুথ কাটিবলৈ আছেনো কোন। চলি যায়, সুন্দৰভাৱে সময় কাটি যায়— এইবোৰ দৃশ্য চাই চাই ছেক্ৰেটাৰীয়েটৰ *বাঘা বাঘা* ডাইৰেক্টৰ কমিছনাৰৰ পৰা অফিচৰ বচ কিম্বা বোৰ্ডৰ চেয়াৰমেনলৈকে। আৰু মন্ত্ৰী-বিধায়ক সাংসদবতো সেইবোৰ চেলা-চামুণ্ডাৰ (চামচা) জহত ডাইৰেক্ট *লাইফ টেলিকাষ্ট*। জীৱনেই দুদিনীয়া— "আজিয়েই লোৱা, কাইলৈ কিয়; কোনে জানে মোৰ কাইলৈ কি হ'ব।"

আগতে যিমানেই কন্দা-কটা নলগাওক কিয় মাছ বছা-কুটা কৰাৰ দৰে বেজে কণাহ গুটীয়া, নাৰেঙা আদিৰ চিকিৎসা কৰোঁতে কটা-ছিঙা নকৰাকৈ নেৰিছিল আৰু

শংকৰ গুৰু-মাধৱ গুৰুয়েও কলিযুগত কল্কি অৱতাৰ লৈ 'সকলোকে **কাটি-ছিঙি** কৰিব বুন্দামাৰ' বুলি হুংকাৰ দিছিল। যদি আজিকালি ভূপেন হাজৰিকাই গোৱাৰ দৰে "এন্ধাৰৰ ৰজাই-চিকমিক বিজুলী আৰু ৰূপহ কোঁৱৰৰ মিলন নহয় মোৰ পচন্দ" বুলি "দুয়োটাকে **কাটি-কুটি** কৰি দিম লণ্ড-ভণ্ড" কৰি দিয়াৰ থ্ৰিটিনিং দিয়ে। নিগমত মৰিবলৈ **কেট-কুট** নকৰা জনৈক পত্ৰলেখকে যি লিখে যি ভাৱে তাকে এতিয়া দৈনিক বাতৰি কাকতৰ সম্পাদকসকলে যেনে আছে তেনে ৰূপতে (as it is) কোনোধৰণৰ **কাটকুট** নকৰাকৈ ছপাই দিয়ে। লাগে লাগে এনেকুৱা ব্যৱহাৰো লাগে, গুৰ-গোঁসাই নমনা সম্পাদকসকলৰ পাখি **কাটিবলৈ**। সেই যে অহংকাৰী পিতৃয়ে ককাকক মাটিৰ পাত্ৰত ভাত খুওৱা দেখি তেওঁ ল'ৰাই যে তেওঁকো বুঢ়া হ'লে খুৱাবলৈ বুলি কাঠৰ **কাঁহী-বাতি কাটি** যতনাই থৈছিল আৰু তাকে দেখি ভয়তে নিজৰ ভুল স্বীকাৰ কৰি বৃদ্ধ পিতৃক যথোচিত যতন লৈছিল তাৰ লেখীয়া। লাগে আমাক এনে দৃষ্টান্তও লাগে আৰু তাৰ বাবে **কটাৰ** প্ৰয়োগ সুৰক্ষিত ৰাখিব লাগে। হে আধুনিক-আধুনিকা প'প অসমীয়াসকল তোমালোকে নতুনকো আদৰা; তাত আমাৰ ক'ব লগা নাই কিন্তু বাচ-বিচাৰ নকৰাকৈ সকলো পুৰণিকে ডাষ্টবিনত বা ৱেষ্ট পেপাৰ বাস্কেটত *থ্ৰ' ইন কৰি* পেলাবা সেইটো আৰু সহ্য কৰা নহ'ব।

শেহত এটাই সান্ত্বনা— *কাটি দি* আৰু **কেইকাল কটাম**; সিহঁতও আমাৰেই সন্তান; *কাট আউটত* থাৰ্মকল কাটি *কাট মাৰি* হ'লেও কোৱা কথাবোৰকে শেষত লিখি থ'ম—

"*কাটক নাকাটক* লো
পোহক নোপোহক পো।"

✠ ✠ ✠

---

*সংকেতসূচী : Underline দিয়া বাক্যাংশই কাট্ ধাতুৰ প্ৰয়োগ; italic দিয়া বাক্যাংশ/শব্দাংশই অত্যাধুনিক প্ৰয়োগ আৰু star mark এ ভুল প্ৰয়োগ দেখুৱাইছে।*

## ছয়

# পতাত ওস্তাদ অসমীয়া ভঙাত ওডা কিয়?

বহুকেইটা দিশত আমি অসমীয়া আগবঢ়া মানে আজিকালিৰ ভাষাত 'ওস্তাদ'। তাৰ ভিতৰত সকলো ক্ষেত্ৰতে পাতি ফুৰা অথচ ভাঙিব নজনা অসমীয়া বুলি এটা 'বদনাম' নহ'লেও 'নাম' ওলাইছে। এই ধৰক মাক-দেউতাকে পুতেকৰ ঘৰ পাতি দিবহে জানে, পুতেক-বোৱাৰীয়েকৰ গৃহ কন্দল মানে দম্পতি কলহ হ'লে ভাঙিব নাজানে। সেয়েহে বেচেৰা সদ্যবিবাহিত পতিদেৱতাই পত্নীৰ আজ্ঞাবাহী ভৃত্যৰ দৰে family courtত লেঠাৰি নিছিগা counselling session কৰিবলগীয়া হয় আৰু কপালমন্দ হ'লে মাহে মাহে মেইণ্টেনেন্স দি থাকিবলগীয়াও হয়। অৱশ্যে তাহানিতে 'ঘৰ ভঙা বুঢ়ী' বুলি একশ্ৰেণীৰ লোক আছিল; যিয়ে নেকি কথা লগাই সুখৰ সংসাৰ এখন নিমিষতে ভাঙি পেলাইছিল। কিন্তু এনে লোকৰ সংখ্যা আছিল আঙুলিৰ মূৰত গণিব পৰা।

ইয়াৰ বিপৰীতে পাতিব পৰা লোকৰ সংখ্যা আছিল লেখ-জোখ বিহীন। তাহানিতে ৰজা-মহাৰজাই একো নহ'লেও পোৱালি ৰজায়েও ৰাজ্য পাতি, ৰাজধানী পাতি, নগৰ-পুৰ পাতি (বাহুৰ পতাৰ কথাটো ক'বই নালাগে) নিজৰ কীৰ্তি দেশে-বিদেশে প্ৰচাৰ কৰি ফুৰিছিল। সেইদৰে তাহানিতে গুৰু-গোঁসাই প্ৰভুসকলে সত্ৰ-সচং-থান পাতি ধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল। অৱশ্যে এইবিলাক দিগ্ বিজয় কৰা, চহৰ ফুৰা, শৰণ দিয়া ইত্যাদি নামেৰেহে জনাজাত হৈছিল। অৱশ্যে আজিকালিৰ ৰাজনীতিক বুদ্ধিজীৱীসকলেও য'তে-ত'তে যেই-সেই বিষয়ৰ ওপৰত (মানে

topics ৰ ওপৰত) *কনফাৰেন্স, কনভেনচেন, ছেমিনাৰ, টেবুল টক, প্ৰেছমীট* পাতি ফুৰে; বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানেও নিজৰ ঢাক-ঢোল বজোৱাৰ সুবিধাৰ্থে সপ্তাহ পূৰ্তি, মাহপূৰ্তি, বছৰ পূৰ্তি (জয়ন্তীৰ নামত যদি *সোণালী-ৰূপালী, ডায়মণ্ড-চেণ্টিনাৰী পাতিব পাৰে*) পাতে। মন্ত্ৰী-বিধায়কে স্কুল-কলেজ, হস্পিতাল-ডিচপেন্সাৰী, কমিউনিটি হ'ল ষ্টেডিয়াম আদিৰ আধাৰশিলা (*foundation stone*) পাতি ফুৰে হয়; কিন্তু তাৰ লংজিবিলিটি মানে দীৰ্ঘায়ু কিমান হ'ব বা তাৰ ভৱিষ্যত কি আছে তাক হ'লে ঘুণাক্ষৰেও ভাঙি-পাতি নকয়। সেয়েহে প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে ৰাইজেও ইলেকচন দেৱীৰ কৃপাত চৰকাৰ ভঙা-পতাৰ খেলত তাৰ মজাতো বাহিৰ কৰি দিয়ে। এনে বতৰত বিশেষকৈ অসমত মুহূৰ্তে মুহূৰ্তে বিভিন্ন দল-উপদলৰ দলপতি— এদলে এই পাতে আনদলে এই ভাঙে; ঠিক যেনিবা বালিৰে পতা দলহে (দৌল দেবালয়) নদীৰ গৰা খহাৰ দৰে চপৰা-চপৰে খহি 'দল' (পাৰ্টি) পৰ্যন্ত ভাঙি চূৰ্ণমৈ হৈ যায়। এই লৈ খেনো খেনোৱে কুকুৰ মেকুৰীয়ে পতাৰ দৰে ফিফিৰিও পাতে।

আনকি অসমত পূজা, বিহু, ৰাসযাত্ৰা, বিভিন্ন সবাহ, সকাম-নিকাম, নাম-প্ৰসঙ্গ, নাট-ভাওনা আদিৰ দৰে সন্মিলন, মেলা, সভা-সমিতিও পাতে; কিন্তু কেইদিন থাকিব, কেইদিন চলিব তাৰ হ'লে কোনো নিশ্চয়তা নাই। অৰ্থাৎ কেতিয়াকৈ ভাঙে তাৰ দিন-কাল-ক্ষণ বতৰ বিজ্ঞান কেন্দ্ৰয়ো 'আইলা'ৰ প্ৰভাৱত বতৰৰ আগলি বতৰা দিব নোৱাৰা হৈ যোৱাৰ দৰে অনুমান কৰিব নোৱাৰা অৱস্থা হৈ পৰে। বঢ়াই বঢ়াই দুদিনৰ ঠাইত চাৰিদিন; এসপ্তাহৰ ঠাইত পোন্ধৰ দিন পাতি গ'লেও; যেনেকৈ গুৱাহাটীৰ ব'হাগী বিদায়ৰ শেষ অনুষ্ঠানৰ দিন নলবাৰী ৰাসযাত্ৰা অন্ত পৰাৰ সময় বা ৰাজ্যিক চৰকাৰৰ কৃপাত অন্তৰ্বৰ্তীকালীন হ'লেও জনজাতীয় স্বায়ত্ত শাসন জিলা পৰিষদৰ কাৰ্যকালৰ কোনো ম্যাদ নাথাকে। তেনেকৈ বছৰৰ পিছত বছৰ চেলেব্ৰেট কৰিলেও কাৰো একো হৰণ-ভগন নহয়।

আজিকালি অসমত *বন্ধও পাতে*; কিন্তু কিয় পাতে জানে? কাৰণ এটা সংগঠনে বন্ধ ঘোষণা কৰিলে চৰকাৰী-বেচৰকাৰী কৰ্মচাৰী (বিষয়াও তলে তলে), বাছ চালক সংস্থা, ডাইভাৰ হেণ্ডিমেন সংস্থাৰ (মালিক সংস্থাও লুকাই চুৰকৈ) সদস্যসকলে মদ-ভাত খাই ঘৰতে তাচ খেলি, ডিভিডি চাই *বন্ধ পাতে* মানে মান্যভাৱাত পালন বা উদ্‌যাপন কৰে— *ঠিক যেনিবা বন্ধৰ দিনৰ সাৰ্বজনীন শিৱৰাত্ৰি নতুবা দেৱালীহে আহিছে।*

এই মুলুকত (আপোনাৰ) কি পতা নাছিল আৰু কিনো নপতাকৈ আছে! কিবা পাৰিলে হ'লেও কিবা এটা পাতে আৰু কিবা নাপাৰিলে হ'লেও কিবা এটা পাতে। এই ধৰক দেশত অনাবৃষ্টি, দুৰ্ভিক্ষ, বাৰ-খৰ পৰিল হৰাছৰি লাগি গ'ল

চুবুৰীয়ে চুবুৰীয়ে ভেকুলীৰ বিয়া পাতিবলৈ— কিয়নো চুবুৰীয়ে চুবুৰীয়ে বিহু পাতি অহাৰ বোপা-ককাৰ দিনৰে সজটো সহজতে এৰে কেনেকৈ? সেইদৰে অতিবৃষ্টি, বানপানী হ'লেও তাক বোধ কৰিবলৈ সকলো ঠাইত নহ'লেও কোনো কোনো অঞ্চলত জলকীয়া বা শামুকৰ বিয়া পতাটো একধৰণৰ দেশ-দস্তুৰেই। এই দেশত নিঃসন্তানৰ সন্তান লাভাৰ্থে যেনেকৈ নাৰীসকলে গছবিয়া পাতে (বিশ্বসুন্দৰী, বিগ বি অমিতাভ বচ্চনৰ বোৱাৰী এছ ওৰফে ঐশ্বৰ্য্য ৰয়েৰে অভিষেকৰ সৈতে বিয়াৰ আগে আগে কেলৈ গছ বিয়া পাতিছিল; তাৰ ব্যাখ্যা দিবলৈ মোক টনা-আঁজোৰা নকৰিব দেই হ'লে) তেনেকৈ চিৰকুমাৰ বা চিৰকুমাৰীৰ মৃত্যুৰ পিছত আত্মাৰ চিৰশান্তিৰ বাবে হাড় শুচি কৰা বিৱাহ পাতিবলৈকো বাধ্য কৰা হয়। ইয়াত অৰ্থাৎ অসম মুলুকত দুজনৰ মাজত মনোমালিন্য দূৰ হওক বুলি সখি পাতে, বহুতৰ মাজত মিলাপ্ৰীতি অটুত থাকক বুলি মিতিৰ পাতে, ৰজা বা ৰাইজৰ মাজত বিদ্ৰোহ বা যুদ্ধ শাম কাটক বুলি সন্ধি পাতে আৰু দেশৰ গোষ্ঠী সংঘৰ্ষ, সাম্প্ৰদায়িক সংঘৰ্ষ শাম কাটক বুলি শান্তি কমিটি পাতি দিয়ে। আনহাতে পাৰিবাৰিক জীৱনত মানুহ হৈ জন্মিছে যিহেতু সংসাৰ পাতিবলৈ প্ৰয়োজন হোৱা সকলো অনুষ্ঠান পতাটো আটায়েৰে কৰ্তব্য। সেয়েহে চৰাই-চিৰিকটি যোৰ পতা; সাপে ওৰ খোৱা, কাউৰীয়ে ওৰ যোৱা, গৰুৱে পাল খোৱা বা গাইয়ে জাক ফুৰা, কুকুৰে গাঁঠি লগা আদি কাৰ্যৰ বিপৰীতে নৰ-নাৰীয়ে স্বামী-স্ত্ৰী হিচাপে বিয়া পাতে বা ঘৰ পাতে (আজিকালি আকৌ পশু-পক্ষী, ইতৰ প্ৰাণীৰ দৰে চিজনভেদে বয়ফ্ৰেণ্ড/গাৰ্লফ্ৰেণ্ড বদলাই বদলাই লীভটুগেদাৰ কৰাৰহে পক্ষপাতী)। তাহানিতে বিয়া পতাৰ পিছতে সন্তানৰ মুখ দেখিবলৈ, শেষ বয়সত মাক-দেউতাকৰ (মাইকি-বাপেকিৰ) সংসাৰৰ ভাৰ ব'বলৈ সন্তান কামনা কৰি এনে অনুষ্ঠান নপতাকৈ অকল পঞ্চামৃত ভক্ষণ, সীমান্তোন্নয়ন, পুংসবন (পুহন বিয়া), জেউৰা দিয়া আদিৰ নামমাত্ৰ আয়োজন কৰি এবছৰও-ডেড় বছৰলৈকো বাট নাচাইছিল। কিন্তু এতিয়া 'প্ৰথমটো সন্তান লাহে-ধীৰে', 'দ্বিতীয়টোৰ কথা নাভাবিবই' বা 'ল'ৰাই হওক বা ছোৱালীয়েই হওক এটি সন্তানে যথেষ্ট' বুলি 'জন্ম নিয়ন্ত্ৰণ' বা 'পৰিয়াল পৰিকল্পনা'ৰ পৰা একেবাৰে জন্ম নিবাৰণলৈকে চৰকাৰে পতা নৰমেধ যজ্ঞত মুক্তমনে ভিত্তি পাতি দিছো। বৃটিছ চৰকাৰে বোধ কৰা শিশুবধ, বাল্যবিবাহ, সতী যোৱা আদি প্ৰথাক বিসৰ্জন দি অভ্যাসবশতঃ পাশ্চাত্য ধ্যান-ধাৰণাত লালিত-পালিত হৈ আমাৰ সাতামপুৰুষীয়া যাগ-যজ্ঞ যেনে ধৰক অশ্বমেধ, নৰমেধ, ৰাজসূয়, পুত্ৰেষ্টি আদি যজ্ঞ পাতি টকাৰ শ্ৰাদ্ধ কৰাটো যেনেদৰে অপচন্দ কৰিব ধৰিছো তেনেকৈ কিন্তু ৰাজকন্যাৰ অভিপ্ৰেত বিবাহৰ উদ্দেশ্যে পতা স্বয়ম্বৰ (সীতা-সয়ম্বৰ, পাঞ্চালী স্বয়ম্বৰ) নতুবা অনভিপ্ৰেত বিবাহৰ হৰণ বিৰুদ্ধে জালপতা হৰণ

(সীতা হৰণৰ দৰে/পৰস্ত্ৰী হৰণ নহয় কিন্তু; ৰুক্মিণী হৰণ, ঊষা হৰণ আদিৰ দৰে প্ৰিয়া হৰণহে ছিষ্টেমৰ পুনৰ প্ৰচলনৰ বাবে আৱাজ উঠাব ধৰিছোঁ। আনহাতে ল'ৰা সন্তান ডাঙৰ হৈ অহাৰ লগে লগে আঠ-দহ মাহত অন্নপ্ৰসন্ন (মুখত ভাত দিয়া), চূড়া কৰণ, উপনয়ন বা লগুণ দিয়নি আৰু ছোৱালী সন্তান ডাঙৰ হৈ অহাৰ লগে লগে সাত-ন মাহত অন্নপ্ৰসন্ন, কাণ বিন্ধনি, নোৱাই তোলনী বিয়া (আগ বিয়া, ধুৱেনি, গাত কাপোৰ লোৱা) আদি পতাটো কমক চাৰি বাঢ়িবহে ধৰিছে। পূৰ্ণ পুৰুষ শ্ৰীকৃষ্ণৰ পাঁচতী, জন্মাষ্টমী নতুবা মহাপুৰুষ দুজনাৰ আবিৰ্ভাৱ আৰু তিৰোভাব তিথি পতাৰ দৰে নিজৰ লগতে সমস্ত পৰিয়ালৰ জন্মদিন (বাৰ্থডে) পাতে, বিবাহ বাৰ্ষিকী (marriage anniversery) পাতে। মান্ধাতাকলীয়া বুলি পিতৃ-মাতৃকে ধৰি আত্মীয় কুটুম্বও বিশেষকৈ মৃত্যুৰ তিনিদিনত তিলনী, দহ দিনত দহা (আৰু সেইবাবেই অসমত এঘাৰদিনীয়া, তেৰদিনীয়া আদি খেলৰ সৃষ্টি হৈছিল), এঘাৰ বা তেৰদিনত শ্ৰাদ্ধ পাতিবলৈ এৰিলেও তেওঁলোকৰ মাহেকীয়া, বছৰেকীয়া নাপাতিলেও যিকোনো *অকেজনত টকাৰ* শৰাধ পাতে মুধা ফুটা লোকৰ হ'লে শোকাভিভূত হওক-নহওক বাতৰি কাকতলৈ শোক প্ৰস্তাৱ প্ৰেৰণ কৰিবলৈকে হ'লেও *শোক সভা* (condolence) *পাতে*।

এই মুলুকত বৰফুকন, ফুকন আদি বিষয়া, ডা-ডাঙৰীয়া পতাৰ দৰে ৰজাই ৰখীয়া-পৰীয়াও পাতি দিছিল। সেয়েহে বহুতে নিজকে কাৰোবাৰ বিশেষকৈ ৰজা বা মন্ত্ৰীৰ ৰখীয়া-পৰীয়া বুলি চিনাকি দি পাইক বা সাধাৰণ প্ৰজাৰ ওপৰত টেক্কা মাৰি খাইছিল বা আজিকালিৰ ভাষাত মজা লুটিছিল। পোটক তুলিবলৈ হ'লেও নিজে ৰজাঘৰৰ (আজিকালি চৰকাৰৰ)-ৰখীয়া-পৰীয়া বুলি চিনাকী দি ল'লেই *হ'ল খেলা খতম*। কিয় আপোনালোকে পাহৰিলে জানো সেই তাহানিতে বুঢ়ী আইৰ সাধুৰ এটা শিয়ালে এবেলি ৰজাৰ ঢোল ৰখীয়া, আনবেলি ৰজাৰ পালেং ৰখীয়া বুলি চিনাকি দি দুষ্ট বান্দৰটোক দুবাৰকৈ এসেকা এসেকা কৈ "দুসেকা দিছিল যে। সেয়েহে ইয়াত প্ৰায় সকলোৱে নপতাকৈ হ'লেও অন্ততঃ ফুকন হ'বলৈ হাবিয়াস কৰে (তেওঁলোকেই 'নপতা ফুকন')। ইয়াৰ মানুহে একো নাপালেও পাব পাব বুলি আশা পালি আকাশত চাং পাতি ফুৰে (এনে কাৰ্যই 'আকাশত চাং পতা')। ইয়াৰ মানুহে 'তেলীৰ মূৰত তেল দিয়া দি', 'ৰক্ষকে ভক্ষক হোৱাৰ' সুবিধা দি 'উদক ভেটাৰ ৰখীয়া পাতাৰ দৰে বৰ্তমানৰ মন্ত্ৰী-বিধায়কে ভোটৰ কাৰণে বিদেশীক মাতি আনি *ৰিজাৰ্ভ ফৰেষ্ট*, *অভয়াৰণ্য* বা চৰণীয়া পথাৰ ভাঙি তাত নকৈ গাঁও পাতিবলৈ অনুমতি দিয়ে।

অসম মুলুকত আজিকালি পাৰিবাৰিক ইহলৌকিক-পাৰলৌকিক কাৰ্যৰ দৰে অন্যান্য ক্ষেত্ৰটো পতা আৰু পাতি দিয়াৰে কাৰবাৰ। আজিকালি, বেচ কিছু বছৰ

ধৰি বিশেষ বিশেষ অনুষ্ঠান-প্ৰতিষ্ঠানৰ **ৰূপালী জয়ন্তী** (Silver jubilee), **সোণালী জয়ন্তী** (Golden jubilee), **হীৰক জয়ন্তী** (Diamond jubilee), **শতবৰ্ষ/শতাব্দী** (Centenary), **বৰ্ষপূৰ্তি/বছৰেকীয়া** আদি পাতিবলৈ লৈছে। "আদাক দেখি উঠিল গা, কেতুৰীয়ে বোলে মোকো খা" বোলা দি ইয়াত যেনোক দেখি, দেখাক দেখি সকলোৰে বিশেষকৈ জনগোষ্ঠীয়ে সংগঠন, সংস্থা বা স্কুল কলেজবো *school week* (***বিদ্যালয় সপ্তাহ***), *college week* (***মহাবিদ্যালয় সপ্তাহ***) পাতে। স্বায়ত্ত শাসিত পৰিষদ আদিয়েও ***সাংস্কৃতিক সমাৰোহ*** (Cultural meet) ***যুৱ মহোৎসৱ*** (Youth festival), ***জাতীয় অভিবৰ্তন*** (National convention) ***সাহিত্য সভা, কৃষ্টি সন্মিলন*** আদি ***ৰবকৈ পাতে***। তাকে দেখি অসম সাহিত্য সভাৰ দৰে অসমৰ জাতীয় অনুষ্ঠানেবোৰেও সফল হওক নহওক জনগোষ্ঠীয় সমন্বয় দিৱস, শিল্পী-সাহিত্যিকৰ দিৱস, সাতভনীৰ দিৱস আদি পাতিবলৈ বিস্তৃত আঁচনি লোৱা মাজে মাজে বাতৰি-কাকতত বিবৃতি আকাৰে হ'লেও পঢ়িবলৈ পাওঁহক। জনগোষ্ঠীয়েই হওক বা অজনগোষ্ঠীয়েই হওক, চৰকাৰী উদ্যোগতে হওক বা বেচৰকাৰী (N G O) উদ্যোগতে ইয়াত কি নাপাতে। আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ নাৰী দিৱস, মাতৃ দিৱস (পিতৃ দিৱস?), বন্ধু দিৱস, শ্ৰমিক দিৱস, বিকলাংগ দিৱস, বিশ্ব, পৰিবেশ দিৱস, মাতৃভাষা দিৱস, প্ৰেমৰ দিৱস (Valentain day) আদিৰ পৰা ৰাষ্ট্ৰীয় বা ৰাজ্যিক পৰ্যায়ৰ শিশু দিৱস, শিক্ষক দিৱস, কৌমি একতা দিৱস, স্বাধীনতা দিৱস, গণৰাজ্য দিৱস, শিল্পী দিৱস, শ্বহীদ দিৱস, চুকাফা দিৱস, চিলাৰায় দিৱস, সতী সাধনী ইত্যাদি ইত্যাদি **দিৱস** বিশেষ বিশেষ দিনত পাতি আহিছে। কিন্তু কোনো দিন-বাৰ-কাল নমনাকৈ যেতিয়াই-তেতিয়াই পাতিব পৰা বিবোধীৰ হাতত এপাতে ব্ৰহ্মাস্ত্ৰ আছে সেয়া হ'ল— **ক'লা দিৱস** (অশান্তি দিৱস নাম দিলেহে খুব ৰজিতা যায় দেখোন)। হওঁতে হয় আমাৰ ইয়াত পৰীক্ষাত ভাল ৰিজাল্ট কৰিলে পতা **সম্বৰ্দ্ধনা সভা** (felicitation), চুক্তি কৰি উভতি আহোঁতে বিমানে বন্দৰত পতা **আদৰণি সভা** (বিজয় দিৱস নাম দিলেহে খাপ খায় দেখোন?), বাজেট অধিৱেশনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া বিচাৰি সাংবাদিকে *পাতি কুৰা টি. ভি. ৰ ডিবেট আফটাৰ ডা ডিবেট* (**তৰ্কৰ খাতিৰত তৰ্ক**) *প্ৰগ্ৰাম* —এইবোৰচোন একধৰণৰ সৰু-সুৰা দিৱসেই; য'ত কোনো নিৰ্ধাৰিত দিন-বাৰ-সময় ৰক্ষিত কৰা নহয়। এইদৰে নৱাগত আদৰণি সভা (Fresher social), ন-পুৰণি সতীৰ্থ সন্মিলন (get together), প্ৰাক্তন ছাত্ৰ-ছাত্ৰীৰ মিলন (Alumns meet), প্ৰতিবাদ সভা, হৈ যোৱা বাৰ্ষিক অধিবেশনবোৰৰ হিচাপ দাখিল সভা আদিয়েও সম্পাদকৰ মন মৰ্জি অনুযায়ী গ্ৰুপ বাই গ্ৰুপ— টাৰ্গেট গ্ৰুপ কৰি *নাম কে ৱাস্তে পাতি* প্ৰস্তাৱ গ্ৰহণ কৰিবৰ উদ্দেশ্যেই পতা হয় বুলি ক'লেও বঢ়াই কোৱা নহয়।

একেবাৰে শূন্যটকীয়া বাজেটৰ (সম্পাদকৰ পকেট গৰম কৰা) পৰা কোটিটকীয়া বিগ বাজেটলৈ আজিকালি আমাৰ অসমৰ দৰে অন্যান্য প্ৰদেশ, দেশ

আৰু মহাদেশতো বিভিন্ন প্ৰকাৰৰ *সজাগতা শিবিৰ* (স্বাস্থ্য, এইড্ছ, গ্ৰাহক/উপভোক্তা), বিভিন্ন প্ৰকাৰৰ *শ্ব* (ফেশ্বন শ্ব, ৰিয়েলটী শ্ব, বেবীশ্ব, ডগশ্ব ঃ মন কৰিব এইবোৰৰ টিকট ব্লেকতো বিক্ৰী নহয়, কাউণ্টাৰতো পোৱা নাযায় কিম্বা নাইট শ্ব, মেটিনী শ্ব, ছেকেণ্ড শ্ব হিচাপেও দেখুওৱা নহয়; এইবোৰ স্পনচৰশ্বিপ্ কৰাৰ নামত মাল্টিনেশ্বনেল কোম্পানীৰ কৰ্পৰেটৰ বা ডন-মাফিয়া সকলেহে *মস্তি কৰিবৰ বাবে পাতে*), *বিউটি কাণ্টেষ্ট* (মিচ ৱাৰ্ল্ড, মিচ নৰ্থ ইষ্ট ইত্যাদি), *কেম্পাছ ইণ্টাৰভিউ* বা *স্পট এড্মিচন* (এডু ফেষ্ট, এডু-ফেয়াৰ আদি) ইত্যাদি নিতে নৱৰূপত *পাতিবলৈ লৈছে*। এইবোৰ দেখি দেখি চৰকাৰী পৃষ্ঠপোষকতাত তীৰখেল, লটাৰী খেল, শেষ নম্বৰৰ খেল, ক্ৰিকেট মেচ (এদিনীয়া, টেষ্ট মেচ, ২০-২০, I P L আদি) অথবা চাকৰি বেচা-কিনা কৰা খেল (APSC, UPSC বা বেকলগ পূৰণৰ স্পেচিয়েল ড্ৰাইভৰ নামত) মুক্তভাৱে পাতিলেও এক্সাইজ ডিপাৰ্টমেণ্ট, চীফ মিনিষ্টাৰৰ ভিজিলেন্স বা চি বি আইৰ ৰোষত নপৰে। অৱশ্যে চুৰ্চুৰীয়াকৈ এইবোৰ পাতিলে কাৰো একো ক'বলগীয়া নাথাকিলেহেঁতেন। অসমৰ গাঁৱে-ভূঞে পূজা-সবাহ-মেলা পাতিবলৈকে হওক বা *ক্লাবঘৰ-স্কুল-কলেজ* পাতিবলৈকে হওক তাহানিতে জুৱা খেলক প্ৰশ্ৰয় নিদিলেও *যাত্ৰা থিয়েটাৰ' টুৰিং চিনেমা আদি পাতিছিল*। মহৌ খেদি, অ'ৰি মাগি, বিহু-হুচৰি মাৰি পঁচা তোলাত সিদ্ধহস্ত গাঁৱলীয়া ল'ৰাইঁতেও মাজে মাজে বিভিন্ন খেলৰ প্ৰতিযোগিতা পাতিছিল। লাহে লাহে মঞ্চ বিহু হোৱাত বিভিন্ন যুঁজ-বাগৰ যেনে— ম'হ যুজ, হাতীযুঁজ, শেন যুঁজ, বুলবুলি যুঁজ, কুকুৰা যুঁজ, কণী যুঁজ ইত্যাদি আৰু বিভিন্ন খেল-ধেমালি যেনে— কড়ি খেল, ঘিলাখেল, ঢোপখেল, হৈ গুদু, ভণ্টা গুটি ইত্যাদিৰ দৰে বিহু কুঁৱৰী, বিহু সম্ৰাজ্ঞী, বৰ বিহুৱা ইত্যাদিৰ প্ৰতিযোগিতা পাতিবলৈ ল'লে।

মুঠতে ইয়াত মানে অসম মুলুকত কিবা এটা কৰাৰ *নাম কমাবলৈ হ'লে কিবা এটা পাতিবই লাগিব*— বিশেষকৈ শাসনাধিষ্ঠ চৰকাৰে। যদি একো নকৰেই, একো নাপাতেই (আধাৰশিলা হ'লেও পত্তাতো ভাল তেন্তে বাতৰি কাকতত বৰ বৰ হৰফেৰে বিধান সভাৰ অধিবেশনৰ আগদিনা প্ৰথম পৃষ্ঠাতে ছপা হৈ ওলাব— চৰকাৰে ইমান দিনে ৰাইজক আভুৱা ভাঁৰি ভেকোঁ ভাওনা পাতিছে। এই নিউজ প্ৰুফটোকে লৈ পিছদিনা বিৰোধী দলে শাসক দলক আক্ৰমণ কৰি সদন উত্তাল কৰিব, হৈ চৈ কৰি সদন ত্যাগ কৰিব আৰু সুকীয়াকৈ প্ৰেছ মীট পাতি বিবৃতিৰ উপৰি বিবৃতি দিব। ৰাইজৰ সন্মানীয় প্ৰতিনিধিসকলৰ এনে অবাইচ মাত, অসভ্য আচৰণ দেখিও আপুনি মই নিশ্চুপ থাকিব লাগিব। হাজাৰ মন গ'লেও আপুনি তেওঁলোকক ক'ব নোৱাৰে এইবোৰ কৰিবলৈ ইয়াত "মাছৰ বজাৰ পাতিছা নেকি? নে মদৰ ভাটি পাতিছা? নে চোৰ-ডকাইতৰ আড্ডা পাতিছা? নে বেশ্যালয়/বেণ্ডিখানা

পাতিছা?" কাৰণ তেওঁলোকৰ গালি-গালাজ, হট্টগোল, আক্ৰমণ-প্ৰত্যাক্ৰমণ (*জোতা মাৰা-মাৰি, ধষ্টা-ধষ্টি, মাইক্ৰফোন কাঢ়া-কাঢ়ি, চেয়াৰ-টেবুল দাণ্ডা-দাণ্ডি, চিল্লা-চিল্লি* আদি এই নাটকৰ কেতবোৰ স্মৰণীয় নাট্যমুহূৰ্ত) ৰোধ কৰিবলৈ বা নিয়ন্ত্ৰণ কৰিবলৈ আপোনাক ৰবীন্দ্ৰ ভৱনৰ সভা ভৰ্তি মাৰ্জিত ৰুচিসম্পন্ন শিল্পী-সাহিত্যিক কিম্বা গৱেষক-পণ্ডিতৰ সন্মুখত পতা গালি শপনিৰ প্ৰতিযোগিতাৰ সন্মানীয় বিচাৰক পাতি দিয়া নাই। অসম মুলুকত পৰিমাৰ্জিতভাৱে লোক-পৰিৱেশ্য কলা পৰিৱেশনৰ বাবে আগবাঢ়ি অহা সাহিত্য-সংস্কৃতিক ভাল পোৱা বেচৰকাৰী সংস্থাৰ সুপদক্ষেপৰ গৰিহনা দিবলৈ পণ্ডিতবৰ্গৰ অভাৱ নহয়; অকল অভাৱ বিধান সভাত ৰাইজৰ ভব্য (গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধৰ দৰে T. V. চেনেলত বিধান সভা চলি থাকোঁতে হিমন্ত-মহন্তৰ যুদ্ধ চলি থাকেয়েই দিওকচোন— আমাৰেই ড্ৰয়িং ৰুমত।) দিন ৰাত চৌব্বিশ ঘণ্টা গব্য প্ৰতিনিধিসকলৰ অভব্য, মদগৰ্ব আচৰণৰ বিৰোধীতা কৰাৰহে।

ইয়াত মানে অসমীয়াভাষী অঞ্চলত পাতি দিলে বা পাতি ল'লে সকলো অসম্ভৱো সম্ভৱ হয়। সন্ত্ৰাসজৰ্জৰ অসম মুলুকত যিমানেই সন্ত্ৰাস, সাম্প্ৰদায়িক সংঘৰ্ষ নহওক কিয় শান্তি কমিটি পাতি দিলে সকলো কিছুকাললৈ হ'লেও ৰোধ হ'বই হ'ব। দুই তিনিদিনীয়া অধিবেশনৰ চাৰি-পাঁচটা ছিটিঙৰ ছেটিং নোহোৱা সম্পাদক-সভাপতি ছেলেকচনৰ খেল সামান্য এটা ৰুদ্ধদ্বাৰ বৈঠকত মূল কমিটি ভংগ কৰি দি তদৰ্থ কমিটি পাতি দিয়াতে ছলভ্ হৈ যায় ইয়াত— লাগে যদি সি ছাত্ৰসংস্থাৰে হওক, ৰাজনৈতিক দলৰে হওক বা সাহিত্য সভাৰে হওক। অসম সাহিত্য সভাৰ সভাপতি-সম্পাদক নিৰ্বাচনৰ কৰিস্মাই বেলেগ। ৰাতিটোৰ ভিতৰতে কাঠফুলা গজা যেন কৈ (আচলতে ফুট পাথত *দোকান পতা যেন কৈ* বুলিলেহে খাপ খাব) শাখা সভা পাতি পাতি ভোটত জিকি একেৰাহে দুই-তিনিবাৰলৈকে অসাহিত্যিকো সভাপতি-সম্পাদক হোৱাৰ কৰিস্মা সাহিত্য সভাৰ বুৰঞ্জীতে (প্ৰছিডিঙতে) বিচাৰিলে ওলাব কিজানি। সেইদৰে কেতিয়াবা এই লৈ খোৱা-কামোৰা হ'লে তদন্ত কমিটিৰ নামত বহুকেইটা চাব কমিটি পাতি দিব লাগে বচ খেলাই খতম। সেইদৰে চৰকাৰী-বেচৰকাৰী উদ্যোগত প্ৰদান কৰা পুৰস্কাৰ বা বঁটা বিতৰ্কৰো— অন্ত পৰে *জুৰি বোৰ্ড পাতি দিয়াতে*। ইয়াত পাতি লোৱা দাদা/ভাই/পেহা/খুৰা/মামা/অভিভাৱক অথবা ভনী/ভতিজা ছোৱালী/ভাগিন ছোৱালী (কেতিয়াবা মাহী/পেহী/বাইদেউ/অভিভাৱক) আৰু পাতোঁতাৰ মাজতো খুল্লামখুল্লাকৈ নহ'লেও open secret দুই পক্ষৰ আগাৰ ষ্টেণ্ডিডিঙত ৰতিবিহাৰ চলিব পাৰে। কিয়নো আজিকালিৰ লীভ টুগেদাৰৰ জামানাত এইবোৰ একেবাৰে 'নাস্তিদূষণম'। হিন্দী ফিল্মৰ ডায়লগত সেয়ে 'পতানা হ্যায়' বা 'পত গিয়াৰে' বুলি কথা এটাও আছে।

মন্ত্ৰী-এমেলে বা সমাজৰ মুধা ফুটা লোকে সেয়েহে সামান্য অজুহাততে তোজমেল বা ৰবাখানা পাতে; কিয়নো এনেকুৱা ৰবাখানাতে ৰাজনীতিৰ অংক ঠিক হৈ যায়। কোনো ভাষাৰ অস্তিত্বৰ সংকট, লিপি বিতৰ্ক, বানান বিভ্ৰাট হৈছে যদি পলম নকৰিব সোনকালে ৰাজ্যৰ যতমানে সাহিত্যিক-বুদ্ধিজীৱিক মাতি আনি লেখক শিবিৰ পাতি দিয়ক সমাধান সূত্ৰ নোলালেও অন্ততঃ আপত্তি কৰোঁতা আৰু নোলাব। সেইদৰে ভূ-ভাৰতৰ সমস্ত আবেগপ্ৰৱণ কবিসকলক হাত কৰিবলৈ সম্ৰাট আকবৰ বা ৰজা বিক্ৰমাদিত্যই পতাৰ দৰে কবি ৰাজসভা (আজিকালিৰ দিনত কবি সন্মিলন) পাতি দিয়ক আপুনি নিষ্কণ্টক হৈ অতি কমেও দুই-চাৰি বছৰ সন্মিলনৰ সভাপতি নতুবা পাঁচ-দহবছৰ ৰাজ্যখনৰ অধিপতি হৈ জীৱন যাপন কৰিব পাৰিব।

ইয়াতে যে নাপাতিলেহে বিপদ তাৰ আৰু বেলেগ প্ৰমাণ আপোনাক লাগেনে? আপুনি যদি কেতিয়াবা সমাজৰ বিশেষ বিষয়-বাব, ৰাজনীতিৰ টিকট কিম্বা চৰকাৰী বঁটা-বাহন, সাহিত্যিক-শিল্পী-খেলুৱৈৰ পেন্সন পাব বিচাৰে তেন্তে আপুনি আগতীয়াকৈ যদি কাৰোবাৰ সৈতে (চেনেলযোগে জানি লৈ) *কথা পাতি নথয়* বা কাৰোবাৰ লগত কথা-বতৰা নহয় তেন্তে আপোনাৰ মনে খন্দা পুখুৰীত পানী খোৱা নহ'বগৈ আৰু তেতিয়া লোকে আপোনাক আকাশত চাং পতা যে নুবুলিব তাৰ কোনো মানে নাই।

ইয়াৰ মানুহবিলাক অতি অতীতমুখী আৰু ঐতিহ্য-প্ৰীতিও তেওঁলোকৰ *সাৰে সাংঘাটিক*। তেওঁলোকে সকলোকে শ্ৰেণীত বাধ্যতামূলকভাৱে বুৰঞ্জী পঢ়িবলৈ উৎসাহ নোযোগায় কিন্তু নিজে হ'লে তেনে বুৰঞ্জীৰ পৰা নিজৰ কামত অহা শিক্ষা গ্ৰহণ কৰিবলৈ পিছ নোহোহোকে। আগতে চহা অসমীয়াসকলে যেনেদৰে আই সবাহ, অপচেৰী সবাহ, গোপিনী সবাহ আদি বাৰ কুৰি সবাহ আৰু ভাদৰ ভাওনা, বোকা ভাওনা, বাৰ চহৰীয়া ভাওনা; চিহ্নযাত্ৰা, জন্মযাত্ৰা, নৃসিংহ যাত্ৰা; ৰুক্মিণী হৰণ, পাৰিজাত হৰণ; কংস বধ, কুলাচল বধ, মহীৰাৱন বধ (ভাৰীগান); হৰধনু ভংগ, ৰামবিজয়, কালীয় দমন, ঝুমুৰা (চোৰধৰা পিম্পৰা গুচোৱা), ভূমি লেটোৱা আদি তেৰকুৰি ভাওনা পাতিছিল। তেনেদৰে আজিকালিও চৰকাৰী উদ্যোগত চোৰাংচোৱা সংস্থা আৰু অৰ্দ্ধ সামৰিক বাহিনীয়ে ভিতৰি ভিতৰি সন্ধি পাতি (Mou কৰি) ব্লু প্ৰিণ্ট অনুযায়ী সংঘৰ্ষৰ সৃষ্টি কৰি হ'লেও বোলে ব্যক্তি বিশেষৰ গুপ্ত হত্যা বা মুক্ত হত্যাৰে উগ্ৰপন্থী দমন বা সন্ত্ৰাসবাদ নিধন পাতে। অৱশ্যে এইটো আমাৰ দৰে উলামূলা ওপৰচকুৱাৰ ভাষ্য নহয় দেই। মানৱ অধিকাৰৰ লগত জড়িত আয়োগ বা সুৰক্ষা সমিতিৰি দৰে NGO-ৰ দাবীয়ে এইবোৰ। অৱশ্যে এইবোৰৰ ভিডিঅ' ফুটেজ তুলি ৰাখিবলৈ আমাৰ ইয়াত ফটো সাংবাদিক বা প্ৰাইভেট চেনেলৰ কৰ্মীৰ অভাৱ; যদিও অভাৱ নহয় নিয়াৰিত

আন্দোলনকাৰীক দুষ্কৃতিকাৰীয়ে বিবস্ত্ৰ কৰি দৌৰোৱাৰ দৃশ্য তুলি ধৰি অসম্পাদিত ৰূপত প্ৰচাৰ কৰিবলৈ। হায় গণতন্ত্ৰ। হায় অপ্ৰতিৰোধ্য সংবাদ মাধ্যম।

ইয়াৰ মানুহে অতীতৰ দৰে এতিয়াও— সি ল'ৰা-লুৰিয়ে বোলক বা বুঢ়া-মেথায় বোলক *ঠেহ পাতিব জানে, ওৰুন্দ পাতিব জানে*। নববিবাহিতা বুলিয়ে নহয় তৰুণী পত্নী মাত্ৰে (বিশেষকৈ বৃদ্ধস্য তৰুণী ভাৰ্যা হ'লেতো কথাই বেলেগ) সিহঁতৰ *ঠেহ-পেহ ভাঙিবলৈ*, মানভঞ্জন কৰিবলৈ তিৰোতা সেৰুৱা পতিসকলে কত কিযে কৰিবলগীয়া নহয়— যাক 'নকৰিবৰ চকৰি কৰা' বোলাহে যুগত। শ্ৰীকৃষ্ণ হেন পৰমপুৰুষ ভগৱন্তই প্ৰথমা পত্নী ৰুক্মিণীৰ খোপাত নাৱদে উপহাৰ দিয়া স্বৰ্গৰ পাৰিজাত ফুলপাহি পিন্ধাই দিয়াক লৈ অন্য এজনী পত্নী সত্যভামাই *ঠেহ* পতাত সেই *ঠেহ ভাঙিবলৈ* যে নৰকাসুৰক দমন কৰিবলৈ কৰা যুদ্ধযাত্ৰাতো 'পথে নাৰী বিবৰ্জিতা' বুলি জানি-শুনিও পথৰ সাৰথি কৰি আনিবলগীয়া হৈছিল আৰু প্ৰত্যাগমনৰ পথত স্বৰ্গৰাজ ইন্দ্ৰৰ প্ৰমোদ উদ্যানত অনধিকাৰ প্ৰৱেশ কৰি পাৰিজাত উভালি অনাক লৈ যে ইন্দ্ৰজায়া শচীপ্ৰভাৰ সৈতে বাক্‌যুদ্ধত লিপ্ত হব'লগীয়াৰ দৰে দুৰ্গতিৰ সন্মুখীন হ'বলগীয়া হৈছিল তাকনো কোনে নাজানে? ভাগ্যে যেনিবা অৱশেষত ইন্দ্ৰৰ মোহভংগ হোৱাত কাজিয়াৰ সিমানতে *ছেটেপ হ'ল* গুণেহে; নহ'লেতো আন এটা লঙ্কাকাণ্ড নহ'লেও **কাৰ্গিল কাণ্ডই* হ'লহেঁতেন।

সংস্কৃত পত (পত্তন) ধাতুজাত স্থাপন কৰ্, অনুষ্ঠিত কৰ্, উদ্‌যাপন কৰ্, পালন কৰ্, গঠন কৰ্, আহ্বান দি ইত্যাদিৰ সমাৰ্থক তত্ত্বৰ অসমীয়া পাত্ ধাতুৱে ইংৰাজী establish, arrange, celebrate, organise, hold, call, form ইত্যাদিৰ প্ৰতিশব্দ হিচাপে ব্যৱহৃত হৈ আহিছে। সেয়েহে ক'বলৈ গ'লে অসম মুলুকত মানে অসমীয়া ভাষাত যত সব *পতা* আৰু পাতি দিয়াৰে কাৰবাৰ। বিহুগীত, বনঘোষা, বিয়াগীত, জোৰানাম আদিততো আৰু এখাপ চ'ৰা। 'বহাগতে পাতি যাওঁ বিয়া,' 'আহে নে নাহে ঐ মোৰ চেনাইধন ছিৰি পাতি মণ্ডলখন চাওঁ," 'আমি ডেকাল'ৰাই বিহু পাতিছোঁ', 'জোৰ পাতি উৰিছে যুৰীয়া শালিকী', 'ভই পাতি দিয়া চেনেহৰ শালখন বিহুৱান বৈ দিম মই', 'তাতোকৈ চেনেহৰ ব'হাগৰ বিহুটি নেপাতি কেনেকৈ থাকো', 'গছে গছে পাতি দিলে ফুলবে শৰাই বাম অ বাম ফুলেৰে শৰাই'— এইবোৰতো আছেই তাতে ওৰুৱা জেং হৈ আহি পৰিছে নহয় অন্যান্য পাতবোৰো। যেনে— 'বিহুৰে বিৰিণা পাতে সমনীয়া বিহুৰে বিৰিণা পাত', 'টেলেকা যদি টেলেকা আমি খোৱা চুৰা পাতবোৰ তোমালোকে চেলেকা', 'বাঁহৰ পাত ঝকো মকো জকো যদি ভালকে জকো' ইত্যাদি।

ইয়াত মানুহৰ দৰে তেওঁলোকৰ ইষ্টদেৱতা কৃষ্ণ ওৰফে গোপালেও জগতত নাট-ভাওনা পতাৰ দৰে 'মায়াৰ খেলা' পাতে আৰু নন্দনন্দিচে সুখৰ সন্ধানত বজাৰত

দিনকণা হৈ হাবাথুৰি খাই ফুৰে। কিছু অলপ ধতুৰা লোকে ইমবেলেন্স হৈ হাতত বীণ লৈ ব'বাগী বেশত 'অ প্ৰাণ গোপাল পাতিলা মায়াৰ খেলা' বুলি গীত গাই সংসাৰ বিবাগী হৈ জগত ভ্ৰমি ফুৰে।

*পতাত ওস্তাদ অসমীয়াই* নিজৰ প্ৰায়বোৰ অংগ-প্ৰত্যংগৰ লগত ওৰা পাতি বহেতো বহেয়েই দেশ বিদেশৰ সাত সমুদ্ৰৰ সিপাৰৰ পৰা অহা শব্দৰ লগতো ফেকেৰি পাতিবলৈ যায়। কথা পতা, সখি পতা, ঘৰ পতা, জাল পতা, চেপা ঠোবোহা পতা, খেল পতা, শাৰী পতা, কলি পতা, সভা পতা আদি কাৰ্যৰ উপৰিও তেওঁলোকে বাচ-বিচাৰ নকৰাকৈ সকলো কথা কাণ-পাতি শুনে, সকলো আজ্ঞা ('যিবা আজ্ঞে মহাৰাজ' বুলি) মূৰ পাতি লয়। সকলো ঋণ হাত পাতি লয়, সকলো দোষ গা পাতি লয় আৰু আনকি বেলেগক দিয়া গুৱাল-গালিবোৰকো মুখ পাতি লয়। ইয়াৰ মানুহবোৰে বিশেষকৈ দেশক ভালপোৱা ডেকা ল'ৰাবোৰে শূন্যলৈ জাঁই মৰা বন্দুকৰ গুলী নতুবা বিপক্ষলৈ মাৰি পঠোৱা কাঁড়কো নিৰপেক্ষ হৈ মাজতে থিয় দি বুকু পাতি ল'ব জানে, 'ওহো হো মহোহো— দেশৰ হকে মৰোঁহো' বুলি জাকে জাকে ওলাই আহি বলিশালত ডিঙি পাতি দিব জানে। কাৰণ তেওঁলোকক ফলিত পাতি অংক কৰিবলৈ শিকোৱা কালৰে পৰাই শিকাই অহা হৈছে— 'আজিৰ ডেকা ল'ৰাই ডিঙি পাতি পাতি তেজৰে বলিশাল যামেই বোলাই' বোলা দেশাত্মবোধক গীতফাঁকি। আজিকালি তেওঁলোকে লোকৰ দেখি দেখি বাটে-ঘাটে কুকুৰ মেকুৰীৰ দৰে ফেকেৰি পাতিবও জনা হৈছে, টি ভি চিনেমাত দেখি দেখি চৰাই-চিৰিকতিৰ দৰে হোটেল পাৰ্কতে নহয় সৰ্বত্ৰতে ষোৰ পাতি (ওৰ যাবলৈ বা খাবলৈ নহ'লেও টাইম পাছ কৰিবলৈ— চুমা-চুমি, চেনেহা-চেনেহি, সাৰটা-সাৰটি, *লিপ্তা-লিপ্তি কৰি) ফুৰিবলৈকো *লগালগ জানি* লৈছে।

ইয়াত কিবা এটা ঘটিলেই মানুহে জুম পাতে, ইয়াত কিবা এটা পাব লাগিলেই মানুহে বনৰীয়া হাতী, বান্দৰ আদিৰ দৰে বাটে পথে, পথাৰ সমাৰে জাক পাতি ওৰা পাতে। সেয়ে ইয়াত দুই বা ততোধিক লোকে শাৰী পাতি শোভাযাত্ৰা কৰা দেখিলে ৰক্ষকেই ভক্ষকস্বৰূপ হৈ অসম পুলিচ, কেন্দ্ৰীয় সংৰক্ষিত আৰক্ষী বাহিনীয়ে পিঠি পাতি দিয়া নিৰপৰাধী আন্দোলনকাৰী বুলি ভাবি *ধুম পিটন* দিয়ে আৰু তেনে বিৰল অ' নহয় নহয় *সৰল দৃশ্যৰ শ্বট ল'বলৈ বুলি ফটো সাংবাদিকে খাপ পাতি থাকে।

অসম দেশত অকল যে মানুহেহে সভা-সমিতি পাতে, মেল মাৰে এনে নহয় এই দেশৰ মাটিত বিচৰণ কৰা নিগনিয়ে নিগনিয়ে, ভেকুলীয়ে ভেকুলীয়ে, বগলীয়ে বগলীয়ে বেলেগে বেলেগে বা লগ হৈ ইটোৱে-সিটোৰ লগত অসমীয়াৰ lingua-

franca খুবসম্ভৱ *মাউছমিজ, *ফ্ৰগমিজ, *হেৰণমিজ অথবা একেলগে বৃহত্তৰ *লিভিংমিজ (leaving object + Assamese) বা *এনিমিজ (এনিমেল + এছামিছ) ভাষাৰে কথা পাতে আৰু বজা ভঙা-পতা কৰা, মেকুৰীৰ ডিঙিত টিলিঙা লগোৱা আদি দুঃসাধ্য কামবিলাকো অতি *সুসাধ্য কৰি তোলে। (তাৰ প্ৰমাণ অসম দেশৰ জীৱ-জন্তুৰ নামত প্ৰচলিত সাধু কথাবিলাকতে পোৱা যায়)। 'চেকনিৰ আগত বিদ্যা' শিকোৱা হেড পণ্ডিতৰ ব্যাকৰণ পাঠ কাণ-পাতি শুনোতে শুনোতে, শুদ্ধ পাঠত কাণ দিব নোৱাৰি আঙুলি পাতি সাঁচ পাতি বোৱাকৈ চেকনিৰ কোব খাই খাই অভ্যস্ত অসমীয়া ছাত্ৰে কেতিয়াবা অতিশুদ্ধি অৰ্থাৎ hyper correction কৰি ঘৰৰ চৌপাশে চৰি ফুৰা পাতি হাঁহ, পাতি কাউৰী বা পাতিধান, পাতি সোণাৰু আদিৰ নামতো *পাতিময়ৰ ভূত দেখিলে আধুনিক ভাষা বিজ্ঞানৰ বিহলঙিৰে জাৰিবলৈ হেমচন্দ্ৰ বৰুৱাৰ দৰে ভাষাৰ ওজা হিংলিচভাষী আজিৰ *পপ অসমীয়াৰ মাজতনো ওলাব কোন? ওলালে ওলাব পাৰে লাখত এজন, এপাচি শাকত মুঠেই এটা জালুক। এইদৰে পাত ধাতুৰ পৰা সাধিত হোৱা ৰূপসমূহৰ অন্যতম পতা-নপতাৰ খেল, পাতনি-মোখনিৰ ভেদ কোনে খেলিব, কোনে ভাঙিব? এই বিতৰ্কৰ পাতনি তৰিবহে পাৰি, এই যাত্ৰাৰ পাতনি মেলিবহে পাৰি ইয়াৰ শেষ সিদ্ধান্ত বা লক্ষ্যস্থানত উপনীত হ'ব নোৱাৰি।

"পতাত ওস্তাদ অসমীয়া ভঙাত ওডা কিয়?" —হওঁতে অসমীয়াসকল যে মুঠেই ভাঙিব নাজানে অৰ্থাৎ ভঙাত একেবাৰে ওডা এনেয়ো নহয়। ভাঙে বহুক্ষেত্ৰত তেওঁলোকো ভাঙে। কিন্তু সেয়া পতাৰ বিপৰীতে নহৈ গঢ়া, সজা, বন্ধা, ৰচা, পঙা, তৈয়াৰ কৰা, গঠন কৰা, জোৰা দিয়া ইত্যাদিৰ বিপৰীতেহে। উদাহৰণ—

কলহ/গহনা/দা ভাঙে/ভাগে : গঢ়াৰ বিপৰীতে;

ঘৰ-সংসাৰ/বালিঘৰ/মূৰ্তি ভাঙে/ভাগে : সজাৰ বিপৰীতে;

দলং/বাট-পথ/মথাউৰি/দৌল-দেৱালয় ভাঙে/ভাগে : বন্ধা, তৈয়াৰ কৰা, নিৰ্মাণ কৰা আদিৰ বিপৰীতে;

দল/একতা/মিত্ৰজোঁট ভাঙে/ভাঙি যায়: গঠন কৰা, তৈয়াৰ কৰা, ৰচনা কৰাৰ বিপৰীতে;

মন (হিয়া) ভাঙে/ভাগে: বন্ধা, পঙা, স্থিৰ কৰাৰ বিপৰীতে (কথাই আছে— 'বান্ধিলে মন শিলৰ খুঁটি')

কথা/বুদ্ধি ভাঙে : ভৱা, পঙা, বুদ্ধি কৰাৰ বিপৰীতে; (কথাতে কয়— 'মানুহে পাঙে ঈশ্বৰে ভাঙে')

টোপনি ভাঙে (*নাভাগে কিন্তু): টোপনি মৰা/ধৰা/যোৱাৰ বিপৰীতে;

**সপোন ভাঙে/ভাগে** : সপোন দেখা/ৰচা, দিবাস্বপ্ন দেখা, কল্পনা কৰাৰ বিপৰীতে;

**হাবি/মাটি ভাঙে** (*নাভাগে কিন্তু) : হাবি-বননিৰে ঢাক খুওৱা, পতিত মাটি কৰি ৰখা, ছন কৰি পেলাই থোৱাৰ বিপৰীতে;

**গল্প/কবিতা/ৰচনা ভাঙনি কৰে** : ৰচা বা ৰচনা কৰাৰ বিপৰীতে;

**অৰ্থ/সাঁথৰ ভাঙে/ভাঙি দেখুৱা** : সোধা বা ৰচনা কৰাৰ বিপৰীতে;

**সন্ধি ভাঙি দেখুৱা** : সন্ধি জোৰা দিয়া বা কৰাৰ বিপৰীতে;

**প্ৰত্যয়/বিভক্তি ভাঙি দেখুৱা** : জোৰা দিয়া, সংযোগ কৰা, যুক্ত হোৱা, ক্ৰিয়াৰূপ বা শব্দৰূপ কৰা আদিৰ বিপৰীতে ইত্যাদি।

আনহাতে গাঁও/নগৰ/ৰাজ্য হ'লে *নাভাগে বা *নাভাঙে যদিও ইয়াৰ বাসিন্দাবোৰে **ভাঙি/ভাগি** আহি **ভগনীয়া** হিচাপে অন্য এঠাইত পুনৰ **গাঁও/নগৰ/ৰাজ্য পাতিব পাৰে**। সেইদৰে সভা-সমিতি, দল সংগঠন, স্কুল-কলেজ আদিও **ভঙা-পতা** কৰিব পাৰি। ইয়াৰ বিপৰীতে দৰা-কইনা সাজিবহে পাৰি *ভাঙি দিব নোৱাৰি।

আকৌ কিছুমান 'ভঙা' (**ভাঙে/ভাঙি**) বা 'ভগা' (**ভাগে/ভাগি**)ৰ কোনো বিপৰীত ৰূপ নাই। উদাহৰণ স্বৰূপে **হাড় ভঙা পৰিশ্ৰম** (হাড় *নভগা/ *বন্ধা/*জোৰা দিয়া পৰিশ্ৰম), **দাঁত ভঙা** সাপৰ ফোচফোচনিয়ে সাৰ (দাঁত *নভঙা/*জোৰা দিয়া সাপৰ বিষ এখোপ চাৰ), **দাঁত ভঙা** উচ্চাৰণ (দাঁত *নভঙা/*গজা উচ্চাৰণ), দুখীয়াৰ **ভগা পঁজা** (ধনীৰ *নভগা/*বন্ধা/*সজোৰা অট্টালিকা), **কঁকাল ভাঙি ভাঙি নচা** (কঁকাল *বান্ধি বান্ধি/*জোৰা দি দি নচা)-ৰ acquarate counterpart অৰ্থাৎ যথাৰ্থ শব্দ জানো আছে।

গালি-গালাজত প্ৰয়োগ কৰা— কোবাই তোৰ **ঠেং ভাঙি থম/পেলাম**, একেটা চৰতে বত্ৰিশটা **দাঁত ভাঙি পেলাম** (সৰাই দিম), **দাঁত-মুখ ভাঙি দিম** ইত্যাদি শব্দ গুচ্ছৰ বিপৰীতে মৰমতে, আশীৰ্বাদ আদি দিওঁতে *জোঁটাই তোৰ ঠেং বান্ধি দিম /জোৰাই দিম, গালে মুখে হাত বুলাই *বত্ৰিশটা দাঁত লগাই দিম, দাঁত-মুখ *জোৰাই দিম/বান্ধি দিম ইত্যাদি শব্দগুচ্ছৰ প্ৰয়োগ নহয়। অৱশ্যে যুগৰ পৰিৱৰ্তনৰ লগে লগে আগৰ **ভঙা/পতাৰ** নিয়মবো সাল-সলনি হ'ল। আগতে বিশেষ তিথি বা উদ্দেশ্যত নামঘৰত **শৰাই পাতিলে** (সাজিলে) নাম সামৰাৰ পিছতহে **শৰাই ভাঙিছিল**। তেনেকৈ গৃহস্থই বাইজ বিদ্যমানে দৰাঘৰৰ **শৰাই** কইনাৰূপী জীৱ সম্মতি সাপেক্ষেহে (শৰাই) **ভাঙিছিল**। আজিকালি আকৌ খেনোক দেখি বন্ধা-বঢ়া নীতি মানি যেতিয়াই তেতিয়াই **শৰাই ভাঙে** (সভাখনৰ মুখ্য অতিথিয়ে আগতীয়াকৈ গুচি অহাৰ সময়ত কৰাৰ দৰে)। এক কথাত কইনাক মেনিপুলেট কৰি— যাচি অহা প্ৰফেচাৰ, ইঞ্জিনিয়াৰ, ডক্তৰ, IAS/ACS officer বা বিজনেছ মেন, কণ্ট্ৰাক্টৰ,

বিস্তাৰৰ প্ৰস্তাৱ সাদৰে গ্ৰহণ কৰে। ইয়াত লাহে লাহে চিনেমা হলতো নচলা ফৰ্ম ফিলাপৰ কাউণ্টাৰত বা এ-টি-এমৰ বুথত শাৰীয়েই পাতক (বা লাইনতে থাকক) তাক ভাঙিলে লাইন (queue) ঠিকে ৰাখিবলৈ কোনো পুলিচ-তুলিচ, ছিকিউৰিটি গাৰ্ড আগবাঢ়ি নাহে। তেওঁলোকে নেদেখাৰ ভাও জুৰি হয় কথা পাতি থাকিব; নহয় সাউতকে তাহাঁতৰ ওচৰলৈ গৈ এখন হাত পাতি দিব। মুঠতে ইয়াত, জ্যোতিপ্ৰসাদৰ ৰাজ্যত, বিষ্ণুপ্ৰসাদৰ মুলুকত এতিয়া কেৱল "ঠায়ে ঠায়ে পাতি দিলে মালৰে শৰাই ৰাম অ' ৰাম মালৰে শৰাই।" নতুবা 'আমি দুৰ্নীতিৰ পাতোঁ মেলা'। সেয়েহে মই দঢ়াই দঢ়াই কম— "পতাত ওস্তাদ অসমীয়া ভঙাত ওডা কিয়?"



## সাত

# অসমীয়াই কি ফুল চুৰ কৰিব নাপায়

'আটাইতকৈ কি ফুল ধুনীয়া?' ইয়াৰ উত্তৰটো চাগে ষাঠী দশকৰ জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকাৰ উপন্যাসপ্ৰেমীৰ মাজতে সীমাবদ্ধ হৈ থকা নাছিল। ই তদানীন্তন কালৰ 'জানানে' অৰ্থাৎ কুইজৰ পালমৰা 'যেনে প্ৰশ্ন তেনে উত্তৰ' স্বৰূপ হৈ পৰিছিল।

এই উত্তৰটো অৱশ্যে এতিয়াও আউটডেটেড হৈ যোৱাগৈ নাই। 'এক ফুল দো মালী', 'ফুল অউৰ কাঁটে' আদি হিন্দী মাৰ্কা ছবিৰ পৰা ফৰ্মুলাটো অনা যেন লাগিলেও ই কিন্তু সকলো শ্ৰেণীৰ মানুহৰ মাজতে ব্যাপকভাৱে চলতি নোহোৱাকৈ থকা নাছিল। কিয়নো পৰনাৰী অৰ্থাৎ লোকৰ ছোৱালী যে পৰৰ বাৰীত ফুলা ফুলপাহিৰ সমতুল্য আৰু তাক পাবলৈ মন মেলাটো যে ঘোৰ অপৰাধ সেই কথাটি দেখোন মাইমাকৰ উপৰ্য্যুপৰি অত্যাচাৰত পদুম হৈ গজা আৰু পদুম হৈ ফুলা তেজীমলাৰ মুখেৰে কোন কাহানিবাতে কোনোবা অনামী কবিয়ে কোৱাইছে এইবুলি—

"হাতো নেমেলিবি ফুলো নিছিঙিবি
ক'ৰে নাৱৰীয়া তই?
পাট-কাপোৰৰ লগতে মাইআই খুন্দিলে তেজীমলাহে মই।"

সেই নিচিনাকৈ অসমৰ বৰ্তমানৰ 'ৰাপ ৰাচ'-এ অৰ্থাৎ 'ৰাইজৰ পদূলিত ৰাইজৰ চৰকাৰ'-এ পাতি দিয়া লোক আদালতৰ লেখীয়া তাহানিৰ লোকেল বোৰ্ডৰ অধীনস্থ পঞ্চায়ত মেলত (যেনে বড়োৰ বাৰদল-হাৰিমু আফাদ, ৰাভাৰ পঞ্চদল-জামাত, কাৰ্বি

আদৰবাৰ-আমেই, মিছিঙৰ বানেকেবাং) ইণ্ডিয়া পেনেল কোডৰ আওতাত নপৰা আন এবিধ কেহু অৰ্থাৎ ফুল চুৰি কেহু সেই সেই জনগোষ্ঠীৰ হাদুংগ্ৰা-মণ্ডল, হাবে-পিনপ', বাৰেগাম নামধাৰী গাঁওবুঢ়াসকলে নিজৰ নিজৰ শক্তি-সামৰ্থ্য অনুসাৰে নিষ্পত্তি কৰিবলগীয়া হৈছিল।

কবি-গীতিকাৰসকলতো আৰু এখোপ চৰা। তেওঁলোকে বনফুলতে হওক বা টাবত ৰোৱা ফুলতে হওক চুপহি মেলা ফুলপাহি অথবা ঢোপাকলি (হ'ব পাৰে সি পদুমকলি নতুবা গোলাপকলি) দেখিলেই বলিয়া ভোমোৰ ৰূপ ধৰি অনখচ্যুতা-অনাঘ্ৰাতা-অনৱগুণ্ঠিতা অৰ্থাৎ 'কোনেও নিছিঙা কোনেও নুশুঙা' নাৰীফুলৰ ৰূপ-ৰস-মাধুৰী আকণ্ঠ পান কৰাৰ সপোন দেখি যুগে যুগে বিভোৰ হয়। নহ'লেনো তেওঁলোকে ৰচিব পাৰেনে এনে ভালেসংখ্যক কালজয়ী একোটি গীতৰ সুমধুৰ কলি কিম্বা একোফাকি কবিতাৰ মনোৰম পংক্তি।

"কি ফুলে ফুলালা কি ফুলে ফুলালা
কিনো যাদু কৰি নবৌ, দাদাৰ মন ভুলালা।"
"ফুল হ'লে ফুলিব লতা হ'লে বগাব
আমালৈ যদি মৰম আছে চিঠিৰ উত্তৰ পঠাব।"
"নিয়ৰত নুফুলে ফুল বিনা বৰিষণে
চিঠিত নুভুলে মন বিনা দৰিশনে।"
"প্ৰথম প্ৰহৰ ৰাত্ৰি
ফুলি আছে চম্পা;
শুনা সখী শকুন্তলা
তুলি বান্ধা খোপা।"
"কেনৈ ফুলিলি ৰূপহী মদাৰ ঔ
কেনৈ মেলিলে কলি;
গুৰুতো নালাগ ভকততো নালাগ
থাক তল ভৰি সৰি।"

ফুলকোঁৱৰৰূপী কোনো এক ৰূপকথাৰ নায়কে পখীৰাজ ঘোঁৰাত উঠি কোনো এক মালিনীৰ অনুগ্ৰহত সপোনৰ ফুলকুঁৱৰীৰ সান্নিধ্য লাভ; সুগন্ধিত ফুলৰ খোপাৰে কবৰী গুৱাই কোনো এক বাসকসজ্জা নায়িকাই অধীৰ অপেক্ষাৰে হাতত পুষ্পমালা লৈ প্ৰাণৰ প্ৰিয়তমক বৰণ কৰিবলৈ ফুলশয্যা চয়ন কৰা; চৰাই-চিৰিকটিৰ কাকলিত মুখৰিত বসন্তৰ ৰমণীয় পুষ্পবনত নতুবা ভ্ৰমৰ গুঞ্জৰিত প্ৰমোদ উদ্যানত দুষ্মন্ত-শকুন্তলাৰূপী নায়ক-নায়িকাৰ প্ৰেমাভিসাৰ কিম্বা হৰ-গৌৰীৰূপী পতি-পত্নীৰ ৰতিবিহাৰ; কামাবেগত জৰ্জৰিত কামদেৱৰ দ্বাৰা নিক্ষেপিত পুষ্পশৰত ৰতিবিহ্বলা, ৰতিদেৱীৰ ৰতিবিহাৰৰ ভাব

পোষণ ইত্যাদি ইত্যাদি বৰ্ণনাৰে ধ্ৰুপদী সাহিত্যৰ পাঠ ৰসে চৌ-চৌৱা। মুম্বাই মাৰ্কা বাণিজ্যিক ছবিতহে নালাগে প্ৰাদেশিক ভাষাৰ মনোৰঞ্জনধৰ্মী ছবিতো— য'তে ফুলৰ সমাহাৰ ত'তে একোহাল ৰোমাণ্টিক যুটীৰ নৃত্য-গীতৰ বাহাৰ— 'ফুলে ফুলে পৰি ভোমোৰাজাকে গুণগুণাই মোকে শুনায়....' পৰিসমাপ্তিত হয় ফুল দেখি ভোমোৰাৰ হায়ৰাণ, নহয় ফুলৰ ৰস খাই ভোমোৰাৰ পলায়ন।

দৰাচলতে 'য'তে ফুল ত'তে ভুল'। ভাষাৰ প্ৰয়োগ আৰু অৰ্থভেদতো ফুলক লৈয়ে যতবোৰ গোলমাল। অনাহকত বাকপটু মানুহে ফুলযুক্ত শব্দৰ সমাহাৰ ঘটাই বাক্য চয়ন কৰি শব্দ জালত পেলাবলৈ অহৰহ চেষ্টা নকৰাকৈ নাথাকে। ধৰক— 'আটাইতকৈ ডাঙৰ ফুল কি' বা 'কি ফুলৰ গোন্ধ নাই?' ইয়াৰ যেনে প্ৰশ্ন তেনে উত্তৰটি হৈছে *বিউটিফুল এংলো*-আছামিজ শব্দ '*হাউছফুল*'। এইদৰে '*ফুলষ্টপ*' নপৰাকৈ (ননষ্টপ) একেৰাহে *'ফুলটাইম'* খটুৱাই (পাৰ্ট টাইম নহয়) দিস্তাই দিস্তাই *ফুলস্কেপ* পেপাৰত *ফুলশুয়িং* লিখি গ'লেও— "কৈনো কৈ ওৰকে নপৰে আমাৰে ফুলৰে কথা।" হয়তো এনেদৰে লিখিবলৈ ল'লে 'ফুলৰা-চতৰা' শ্ৰেণীৰ (শৈলধৰ ৰাজখোৱাৰ 'পাষাণ প্ৰতিমা'ৰ পটভূমি) এক কাব্যই হৈ পৰিবগৈ।

সাহিত্যতে নহয় প্ৰায়বোৰ ধৰ্ম-কৰ্মতো ফুল নহ'লে কোনো কাৰ্য সিদ্ধি নহয়— বিশেষকৈ হিন্দুৰ পূজা পাৰ্বনত। দ্ৰাবিড়মূলীয় সংস্কৃত পূজা শব্দটিৰ ব্যুৎপত্তি ঘটিছে এই 'পুষ্প কৰ্মানি' কাৰ্যৰ পৰাই। সেইবাবেই আমিও গাওঁ— "গছে গছে পাতি দিলে ফুলৰে শৰাই, ৰাম অ' ৰাম ফুলৰে শৰাই।" প্ৰেয়সীক দিবলৈ ফুলতকৈ আন কি ডাঙৰ উপহাৰ থাকিব পাৰে? "নাহৰ ফুলে নুশুৱায় তগৰ ফুলে শুৱাব..." বুলি প্ৰেম গাঁথা ৰচিব নাজানিলেও বিহুৰ বতৰত প্ৰেয়সীৰ ঘিলা খোপাত পিন্ধাবলৈ আলফুলীয়া কপৌ ফুল পাৰিবলৈ দুৰ্ভেদ্য পাহাৰ বগাবলৈ আৰু মলমলীয়া কেতেকী ফুল ছিঙি আনিবলৈ গৈ বিষাক্ত কাঁইটৰ আঁচোৰ খাবলৈ আমাৰ পাহোৱাল ডেকাটি সদা তৎপৰ; কিয়নো প্ৰেয়সীৰ অন্তৰ জয় কৰিবলৈ এসময়ত এয়াই আছিল বিৰল সুযোগ; আজিকালিৰ দৰেতো আৰু তেতিয়া বিহু গ্ৰিটিংছৰ লগতে বিহুৱান, বিহু-জলপান, কপৌফুল ইত্যাদি কিনিবলৈ নেডফিহাটৰ প্ৰি-বিহু মাৰ্কেট নাছিল। অৱশ্যে কপৌফুল পিন্ধোৱা লোকাচাৰটি বহুতে চীনদেশীয় বনচাই, জাপানৰ ইকুবেনা ইত্যাদি জগত বিখ্যাত পুষ্পসজ্জা কলাৰ দৰে আমদানিকৃত মংগোলীয় কলা বুলিয়েই ক'ব বিচাৰে। জগতজুৰি দেশে দেশে বিশেষ বিশেষ ফুলৰ সমাদৰ তেতিয়াৰ দৰে এতিয়াও আছে। ভাৰতীয় হিন্দু-বৌদ্ধ ধৰ্মীয় পৰম্পৰাত পদুমফুলৰ স্থান অতি উচ্চ; সেইবাবে ই ভাৰতৰ ৰাষ্ট্ৰীয় ফুলৰ মৰ্যাদা লাভ কৰিছে। (সেইবাবেই কোনো কোনো ৰাষ্ট্ৰীয় দলৰ দাবীদাৰে ইয়াক নিৰ্বাচনী প্ৰতীক হিচাপে পাবলৈ কামনা কৰে।) আনহাতে, মোগল বাদছাহসকলৰ প্ৰিয় ফুল আছিল গোলাপ। মোগল সাম্ৰাজ্যৰ প্ৰভাৱপুষ্ট বিখ্যাত বাগসমূহৰ (লালবাগ, শালিমাৰবাগ,

জালিয়ানাৱালাবাগ আদি) নেদেখিলে কল্পনাই কৰিব নোৱাৰি গোলাপ ফুলবো যে ইমান প্ৰজাতি আছে। সেইবাবে গোলাপক ফুলৰ ৰাণী (ৰজা?) বোলা হয়। ভাৰতৰ প্ৰথম গৰাকী প্ৰধানমন্ত্ৰী জবাহৰলাল নেহৰুৰ (জৱহৰ) কোটত সদায় এপাহ সজীৱ চুপহি মেলা ৰঙা গোলাপ দেখিবলৈ পোৱা গৈছিল। বৰ্তমান ভাৰতৰ অন্যান্য প্ৰান্তৰ দৰে অসমতো *ফুলৰ তোৰা,* বুকে, মালা আৰু ফুলদানিৰ কদৰ সাংঘাতিক।

আমি আমাৰ ইচ্ছাৰে ফুলক বিভিন্ন কামত ব্যৱহাৰ কৰোঁ— সাধাৰণতে সৌন্দৰ্য বৰ্ধনৰ কাৰণে। কিন্তু ফুলবো নিজা ইচ্ছা-অভিলাষা থাকিব পাৰে। হিন্দী কবি মাখনলাল চতুৰ্বেদীয়ে কিন্তু ফুলৰ মনৰ কথা অভিব্যক্তি কৰিছে এই বুলিহে— ফুলে ফুলৰ মালা হৈ প্ৰেমিকাৰ খোপাত, বনমালীৰ বক্ষত কিম্বা ৰজা মহাৰজাৰ শিৰোভূষণত শোভিত হ'বলৈ বাঞ্চা নকৰে। ফুলে বাঞ্ছা কৰে দেশৰ বাবে জীৱন ত্যাগ কৰা বীৰ পুৰুষৰ চৰণত চিৰকাল সুশোভিত হৈ থাকিবলৈহে।

দুৱাৰডলিত কিম্বা বাটে-বাটে ফুল ছটিয়াই অভ্যাগতক আদৰণি জনোৱা প্ৰথাবো এসময়ত প্ৰচলন আছিল। বৰ্তমান এই ব্যৱস্থা উঠি গ'লেও তাৰ বিকল্পে ফুলাম ৰঙা দলিচা পাৰি অভীষ্ট সিদ্ধিৰ বাবে দুই-এক্কক মাতি আনি বহুওৱা ব্যৱস্থাটো কিন্তু প্ৰায়বিলাক ঠাইৰে অঘোষিত দেশ-দস্তুৰ। সি যি কি নহওক, আৰু যি কি কাৰণতে নহওক কিয় আমাক ফুল লাগিছিল, লাগে আৰু লাগিবই। সেয়েহে কণ কণ অকণিহঁতে ফুলনিত ফুল হৈও নুফুলিলে দঢ়াই দঢ়াই সোধে— "অ' ফুল অ' ফুল নুফুল কিয়" তাৰ উত্তৰ কিন্তু আটায়ে জানে— "বোপা-ককাৰ সজটো আমিনো এৰিম কিয়?"

অসমীয়াত ফুলৰ সমাৰ্থক প্ৰতিশব্দ (Homosemy/Polynymy) মাত্ৰ তিনিটা (ফুল, পুষ্প, কুসুম) যদিও ফুলৰ সমউচ্চৰণাত্মক ভিন্নাৰ্থক শব্দ (Homophonous Polysemy/Homonymy) কিন্তু বহুকেইটা। জবাফুলৰ লগত জানো কলাফুলৰ, কাঠফুলাৰ লগত জানো গাল মুখ ফুলা কিম্বা ফুলা লুচিৰ, ফুলকবিৰ লগত জানো গৰ্ভৰ ফুলপানীৰ কিম্বা ফুলচাৰ্টৰ, মাছৰ ফুলৰ লগত জানো কাপোৰত বছা ফুল কিম্বা ৰঙীন পেপাৰত কটা ফুলৰ, নাকফুল-কাণফুলৰ লগত জানো হাউছ ফুল-বিউটিফুলৰ, ফুলকুঁৱৰীৰ লগত জানো ফুলবাৰীৰ, ফুলসজ্জাৰ লগত জানো ফুলমুনৰ (হনিমুন নহয়দেই), চকুত ফুল পৰাৰ লগত জানো মুখত ফুলচন্দন পৰাৰ, ইত্যাদি ইত্যাদিৰ লগত জানো ইত্যাদি ইত্যাদিৰ কিবা অৰ্থগত কিম্বা ৰূপগত (আৱয়ৱিকহে, ব্যাকৰণৰ ৰূপতাত্ত্বিক নহয়) দিশত সাদৃশ্য আছে? কোনোবা ফুলবাবুয়ে চখতে কাৰোবাৰ ঘৰৰ 'ফুল চুৰি' কৰিলেই যেনিবা তাতেই জানো ৰঙা ঘৰৰ বগা ভাত খাবলগীয়া কথা কিম্বা অতখন বাইজৰ নেওচন-কেওচন খাবলগীয়া কথা হৈ যাব লাগেনে? কত *হৰেক ৰকমৰ ফুল* বনফুল (পাহাৰীয়া), *প্লাষ্টিকৰ ফুল* (নগৰীয়া, চহৰীয়া), *আনুষ্ঠানিক ফুল* (কলেজীয়া, হোষ্টেলীয়া), *প্ৰাইভেট ফুল* (গৃহিণী, স্বোপাৰ্জিতা, প্ৰাৰ্থিনী) বাটে-ঘাটে, অলিয়ে-গলিয়ে,

লোমালোমে 'মোক খা মোক খাকে' দুলি থাকে তাকে যেনিবা মন তাপৰিব নোৱাৰি কোনো *ফুলকুমাৰে* ভয়-ভীত পৰিহাৰি ছিঙি আনিলেই আৰু আনি ড্ৰয়িং ৰুমতে মাথোন সজাই নথৈ শয়ন কক্ষতো যেনিবা পাৰি ল'লেই, তাকে লৈ ইমান হুলস্থূল লগাই অতি সুন্দৰকৈ পতা গৃহ-সংসাৰখন থান-বান হৈ যাবলগীয়া কথা হয়গৈ নে? (যুগৰ *হাৱা লাগি* দেশ চাই *ভেশ বদলোৱা* চিত-পখিলীসকলালৈ লক্ষ্য কৰিহে কৈছোঁদেই কথাটো; ভদ্ৰ ঘৰৰ আইদেউসকলে যেন গা পাতি নলয়।)

মুঠতে এইবোৰ কথাৰ অৰ্থ ভেদ কোনোবা ভাষাবিদ, ব্যাকৰণবিদে দিব পাৰিলেও এইবোৰ কথাৰ ৰহস্য ভেদ কৰা কোনো আইনজ্ঞ *পুৰুষৰো লিমিটৰ বাহিৰ*, আৰু মোৰ দৰে সামান্য (এই শ্ৰেণীৰ ব্যঙ্গ ৰচনা বিস্ময়ৰ পাততে লেখকে লিখি আত্মপ্ৰকাশ কৰিছিল প্ৰথমে 'অসমীয়াক কি নালাগে, সকলোৰেইতো লাগে' শিৰোনামাৰে) বিস্ময় লেখকৰতো *কোৱেচনেই নাহে*। মাখি নাম লৈ কোনোবা লটকণে পূৰ্বপৰিকল্পিতভাৱে বিনা পইছাৰে মিঠৈ খোৱাৰ পৰা জীয়ৰী লৈ উধাও হোৱালৈকে সকলো কাৰ্য যদি ধেমালিতে হেলাৰঙে কৰিব পাৰে, তেন্তে সেই একেদৰে '**ফুল চুৰি**' কিয় কৰিব নোৱাৰিব? গৰম গৰম **ফুলৰি** কিম্বা **ফুলা লুচি** গলাধঃকৰণ কৰি ডিঙি **ফুলাই** বক্তৃতাৰ **ফুলজাৰি** মাৰি কোনো এটা আড্ডাত এই মহা সংকটৰ পৰা পৰিত্ৰাণ বিচাৰি নানা উপায় উলিয়াব পাৰিলেই বাস্তৱত ই 'নাখান্তি কইনা **নুফুলন্তি** শাক'ৰ সাঁথৰ ভঙাৰ লেখীয়া কথাই হৈ থাকিব।

আচলতে **ফুল** সংস্কৃতমূলীয় ফুল্ল (প্ৰফুল্ল, উৎফুল্লৰ সৈতে একে শ্ৰেণীৰ) বিশেষ্য শব্দৰ অৰ্ধতৎসম ৰূপ। ইয়াৰ পৰা আমি বিভিন্ন সংস্কৃতমূলীয়, বিদেশীমূলীয়, দেশীমূলীয় ফুলৰ নামৰ লগতে বিভিন্ন লোকেল ফাৰ্ম-নাৰ্ছাৰিৰ ফুল পাইছোঁহক। কৃত্ৰিম বা *বৰ্ণসংকৰ ফুলৰ* কথাতো ক'বই নালাগে। ছোৱালী ছোৱালী লগা মল্লিকা আৰু ইয়াৰ সমধৰ্মী গিৰিমল্লিকা, শেৱালি (শ্বেতমল্লিকা), নেৱালি (নৱমল্লিকা); মালতী আৰু ইয়াৰ সমধৰ্মী মাধৈমালতী, দুপৰমালতী, আদৰমালতী, জাৰমালতী, ইন্দ্ৰমালতী, চন্দ্ৰমালতী, শংখমালতী, তৰামালতী, গুটিমালী (গুটিমালতী); লতামালী, গুৱামালী অথবা বাটমালী কাঞ্চন আৰু ইয়াৰ সমধৰ্মী কামিনী কাঞ্চন, লতা কাঞ্চন; তগৰ আৰু ইয়াৰ সমধৰ্মী জাপতগৰ, নৰাতগৰ; লতা আৰু ইয়াৰ সমধৰ্মী মাধৱীলতা, লাজুকীলতা ইত্যাদিৰ লগতে বকুল, বন্দুলি, চম্পা (ভুঁইচম্পা), কৰবী (ৰঙা কৰবী), সেউতী, কেতেকী, যুতিকা, অপৰাজিতা, ৰজনীগন্ধা, জয়ন্তী, জবা ইত্যাদি ফুলৰ নামৰ প্ৰাধান্যই ছোৱালীও যে এবিধ ফুল তাকেই প্ৰমাণ নকৰেনে? অৱশ্যে পুৰুষ পুৰুষ লগা ফুল কিছুমানো আছে। যেনে— পদ্ম (নীলপদ্ম, থলপদ্ম) আৰু পদুম (স্ত্ৰীলিংগত পদ্মা, পদ্মাৱতী, পদুমী, পদ্মিনী); নাহৰ আৰু নাগেশ্বৰ; মণিৰাজ, গোন্ধৰাজ, গুণৰাজ, পলাশ, গোলাপ (স্ত্ৰীলিংগত গোলাপী) ইত্যাদি। পাশ্চাত্য দেশত হেনো খেনো খেনোৱে অতি

সহজে অমৰ হ'বলৈ মানস কৰি নিজৰ নামেৰে ফুলৰ নামো থয়; কিন্তু আমাৰ ইয়াত সেইবোৰ নেচেল। আমাৰ ইয়াত নামৰ শ্ৰেণীত নপৰা বহু ফুল পুলি থাকে, সেইবোৰ ঠাইত নিজৰ নাম জোৰাই-জোঁটাই দি অতি সহজে প্ৰখ্যাত নহ'লেও বিখ্যাত হৈ বিশেষ খ্যাতি অৰ্জন কৰিব পাৰিলেহেঁতেন। কেনে— বকফুল, বগলীফুল, কাউৰিফুল, কপৌফুল, ভাটৌফুল, নাৰ্জী (ইংৰাজীত মেৰিৰ নামেৰে মেৰিগোল্ড), বুটাম ফুল, কঠনা, কঁৰিয়া, কুন্দ, গুমুনী, ঘন্টাফুল (ঘণ্টা কৰবীৰ, ঘণ্টাকৰ্ণ, নীলঘণ্ট), লটকণ, তমাল, ভেণ্টি, বেলি ফুল, কুহুম ফুল, লংফুল, কদম (মাটি কদম, তৰুৰা কদম), ধুতুৰা (কনক ধুতুৰা), জাঁই (খৰিকাজাঁই), গুলচ (গুলঞ্চ), ৰাঙল, মদাৰ, এজাৰ, ভেঁট (কিন্তু সংস্কৃত উৎপল বা উৎপলা, নীলোৎপল, নীলোৎপলা আৰু ইংৰাজী লিলি একো একোটা সুন্দৰ নামবাচক শব্দ), পাৰিজাত, শিমলু, শিৰীষ, পাৰলি ইত্যাদি নামেৰে কোন গেন্ধাই বা গেন্ধেলীয়েনো নিজৰ নামটো হোৱা পছন্দ কৰিব। ফুলৰো যে আৰু নাম! চিনাকি চিনাকি লগা— সূৰ্যমুখী, গধূলিগোপাল, শিয়ালনেজীয়া, খৰিকাচঁপা, পিৰালীকুঁৱৰী, কৃষ্ণচূড়া, ৰাধাচূড়া, সোণাৰু (সুৰ্বণদাৰু) ইত্যাদি অথবা সদ্য পৰিচিতা-অপৰিচিতা ডালিয়া, বাগানভিলা, ৰাফলেছি (সৰ্ববৃহৎ ফুল), নাইট কুইন, টাচ মি নট (লাজুকীলতা), ফৰ্গেট মি নট (নাৰীৰ মেখেলাৰ বৈৰী বনগুটি নহয়তো), ডেইজী, ক্ৰিছেনথেমাম (গ্ৰীক ভাষাত স্বৰ্ণফুল), মুচেণ্ডা (*গেটফুল*), *হেজফুল, ডেগাৰ ফুল*, চামেলী, জেছমিন, হাচনাহানা, ৰাত কী ৰাণী (নিশিগন্ধা) ইত্যাদি।

কপাহ, কঁহুৱা, ঝাডুফুল (ইয়াৰ পৰাই ফুলঝাড়ু হয়), বাঁহফুল (বাৰ বছৰৰ মূৰত ফুলে হেনো), মেটেকা, ফুটুকা, ধানৰ গেঁৰ, ধেঁতোৰক'লা (ঘেহুঁ), তিতাবাহকৰ ফুল, শালগছৰ ফুল, আমাৰ মল, কঁঠালৰ মুচি, তামোল-নাৰিকলৰ ডাবি, কলডিল (কলাফুল), ফুলকবি, যমলাখুটি, ঔফুল, এইবিলাকো জানো উদ্ভিদ বিদ্যাত পুষ্পবৰ্গৰ অন্তৰ্গত নহয় (প্ৰাকৃত সাহিত্যৰ 'পুষ্পবৰ্গ, জাত 'পুপ্ফ বগ্‌গ'ৰ কথা কোৱা নাই দেই)। আনহাতে পাত বাহাৰ, পাতেগজা/দুপৰটেঙা, চালকুঁৱৰী (ঘৃতকুমাৰী), গোপাখি, মাখিয়তী, ৰঘুমলা, বিশল্যকৰণী, সাগৰফেনা/কেকটাচ, সিজু, সৰ্পগন্ধা, পাইন/সৰল, খ্ৰীষ্টমাছ ট্ৰি— এইবিলাকো ফুলৰে কাম নকৰেনে? সেয়েহে ভাবিবলৈ গ'লে ইহঁতো ফুলেই। কোৱাভাতুৰী, কোৱামণি, ভাটৌমণি, লাটুমণি/কাচমণি আদিৰ কথাতো ক'বই নালাগে— 'বৰণতে চাবা নে ধৰণতে চাবা'; সাইলাখ একোপাহি ফুল। এইবিলাক 'বিৰালীৰ নামত বোন্দাকে চাবাৰ' দৰে 'তুলসীৰ লগতে কল পটুৱাৰ মুক্তি হোৱা দি' *ফুলৰ তোবা* বা মালাত গুঁজি বা গুঁঠি দিলেই ফুলৰ মূল্যতে দাম উঠে। ঠিক যেনিবা মাগুৰ মাছৰ দামত প্লাষ্টিকৰ ঠোঙাত ভৰাই থোৱা পানীকো কিনিব লগাৰ দৰে।

কিন্তু ডাঙৰ কথাটো হ'ল শদিয়ালৈ গৈ শতফুল (শতমূল?) আৰু শিয়ালীৰ মূৰত ফুলা মকৰা ফুল বিচাৰি উলিওৱাটো। তাতোকৈ ডাঙৰ কথা নহ'লেও আঁচুফুল,

গুটিফুল, জবাফুল, কাণফুল, নাকফুল, বংফুল (মালতী), গেজেংফুল আদিৰ গাৰ্ডেনিং বা বাগিচাত খেতি কৰাটোও নিচেই সক কথা নহয়। সেইদৰে পাৰ্টিকুলাৰ ফুল এপাহিক বিচাৰি উলিয়াই বনফুল, বাতি ফুলা ফুল, কাঁইটীয়া ফুল, সুগন্ধি ফুল, বাবে বৰণীয়া ফুল ইত্যাদি হিচাপে লেবেল মৰাটোও কম টান কাম নহয়। আচলতে এইবিলাক 'সাহিত্য-কাননত ফুলা ফুল' বুলিহে চিহ্নিত হোৱা উচিত। ইবিলাকক সাহিত্যিকসকলেহে খেতি কৰে। আকৌ ৰাজনীতিসকলে খেতি কৰা ফুলো আছে নহয়। কিয় ভিভি ফুলাই বক্তৃতাৰ ফুলজাৰি মাৰোঁতে জানো নকয়— "অসম এখন বৰ্ণাঢ্য ফুলৰ বাগিছা, ইয়াত বিভিন্ন ভাষা-ভাষী, ধৰ্ম-বৰ্ণ, জাতি-জনজাতিৰ লোকে সহঅৱস্থান কৰি আছে।" প্ৰকৃততে আপুনি মানুহৰ নামেৰেহে নালাগে জনগোষ্ঠী বা সম্প্ৰদায়ৰ নামেৰে যেনেকৈ বিভিন্ন ফল-মূল, গছ-বিৰিখৰ (ধান-মাহ-কচু-আলু-জলকীয়া-আদা) নামকৰণ হৈছে, তেনে নামকৰণ ফুলৰ ক্ষেত্ৰত পাইছেনে? *নট এ ছিংগল বান,* এটা ফুলৰ নামো আপুনি নাপাব— *কছাৰী ফুল (তু. কছাৰী শালী), *মিৰিফুল (তু. মিৰিমাহ), *নগাফুল (তু. নগাকচু), *মৰাণ ফুল (তু. মৰাণ আদা), *ভোট ফুল (তু. ভোট জলকীয়া), *গৰীয়া ফুল (তু. গৰীয়া আলু), *ফিৰিঙি বা *বঙাল ফুল (তু. ফিৰিঙি জলকীয়া বা বঙাল এৰা) এইবুলি। সেইদৰে দেশ-মহাদেশ, সাত সাগৰ তেৰ নদীৰ নামেৰে মিলা কিবা ফুলৰ নাম আপোনাৰ মনত পৰেনে? যেনেকৈ জাৰ্মানি বন, জাহাজী কল, বিলাতী এন্দুৰ, চীনা লাই; নেপালী টুপি, কাবুলী বুট, মণিপুৰী ভাং, বাংলা ঘৰ, অসম আৰ্হিৰ ঘৰ (এ. টি. বা আছাম টাইপ : ই এতিয়া Asom Type আৰ্হিৰহে হ'ল), জয়বাংলা বা বাংলাদেশী চকু ৰোগ, থাইলেণ্ড সূতা ইত্যাদি ইত্যাদি নিত্য নতুন সা-সামগ্ৰী পূৰ্বাবধি আমদানিকৃত হ'বই লাগিছে আৰু তাৰ লগে লগে অসমীয়া চলন্ত বা জাতীয় অভিধানত নহ'লেও অসমীয়াৰ চলতি ভাষাত এইবোৰে নিগাজীকৈ আসন পাৰি বহিবলৈ লৈছে।

আপোনালোকে এটা কথা মন কৰিছেনে? যদিও ফুলৰ জাতি ভেদ নাই, কিন্তু লিংগ ভেদ হ'লে আছে। কিয় বাবীৰ অমিতা, লাউ, কোমোৰা আদিৰ জানো মতা-মাইকী ভেদে বেলেগ বেলেগ ফুল নহয়? মাইকী ফুলৰ পৰাহে ফল বা গুটি হয়, মতা ফুলৰ পৰাতো নহয়। অৱশ্যে অমিতাৰ বাহিৰে একেজোপা গছতে মতা-মাইকী উভয়বিধ ফুলে নুফুলাকৈ নাথাকে। অমিতা গছক বাৰু আমি 'হিজৰা' বুলি চিহ্নিত কৰিব নোৱাৰোঁনে; নিশ্চয় নোৱাৰিম কাৰণ অমিতা অমৃতা, মধুফল/মৌহদফলৰ উপকাৰীতা সৰ্বাধিক; সেয়ে বান্দৰে নাৰিকলৰ মলবে নুবুজিলেও অমিতাৰ মলবে কিন্তু ঠিকেই বুজে। কেতিয়াবা মানুহৰ অস্ত্ৰোপচাৰৰ দ্বাৰা লিংগ স্থানান্তকৰণ কৰিব পৰাৰ দৰে অমিতা আদি গছৰো লিংগ স্থানান্তৰণ হোৱাৰ উদাহৰণো কিন্তু নথকা নহয়। সকলোবিধ ফুলতে বেঁটু বা বৃন্ত, বৃতি, পুষ্পাক্ষ, পাহি বা দলমণ্ডল আদি অংগ থাকিলেও মতা-মাইকী ভেদে ফুলত পুংকেশৰ, পৰাগধানী, পৰাগ ৰেণু, পুংদণ্ড অথবা গৰ্ভকেশৰ, গৰ্ভমুণ্ড, গৰ্ভাশয়

আদি অংগ বেলেগে বেলেগে থাকে। পাপৰি, চুপহি, ঢোপাকলি, পুষ্পমুকুল, শঙ্কপত্ৰ, বেটুপাত, মৌৰস আদিও ফুলৰ বিভিন্ন স্তৰ আৰু অংগৰে নাম। এশটা দল বা পাহি থকাৰ বাবেই পদুম ফুলৰ আন এটা নাম শতদল, সমস্ত অংগ সূৰ্য্যৰ ফালে মুখ কৰি ঘূৰি থাকে বাবেই বেলিফুলৰ আন এটা নাম সূৰ্যমুখী। মৌচুমী, মৌচুৰী, মৌলৰী আদি আৰবী-ফাৰ্চী শব্দৰ লগত ফুলৰ মৌৰ মুঠেই সম্পৰ্ক নাথাকিলেও অসমীয়া মৌসনা, মৌমেল, মৌ-ববৰা আদি শব্দগুচ্ছ আৰু সংস্কৃত মধুমাস (চ'ত), মধুৎসৱ, মধুচন্দ্ৰিকা, মধুমেহ, মধুপৰ্ক, মধুফল (অমিতা), মধুবন আদি শব্দৰাজিৰ সৈতে এই মধু বা মৌৰ আংশিক সম্পৰ্ক জৰুৰ আছে। আনহাতে ফুলৰ মধু বা মৌ পান কৰা স্বভাব বাবেই মৌমাখি (মধুমক্ষিকা), মৌগুটি, মৌখাপ, মৌপিয়া, মৌটুপি, মধুকৰ আদি পাখি লগা উৰি ফুৰা প্ৰাণীৰ নাম হৈছে আৰু সিহঁতে সেই মৌৰস য'ত সাঁচি থয় তাৰপৰাই মৌচাক (মধুচক্ৰ), মৌকোঁহ (মধুকোষ), মৌবাহ, মৌবিচনী অথবা মৌসিটা হৈছে। অৱশ্যে আজিকালিৰ পাখি নকটা 'উৰণীয়া উদণ্ডীয়া পদূলি শুঙাজাকৰ' ডেকা-বুঢ়া কিম্বা আধুনিকাসকলেও (মধুমেহ ৰোগীকে সামৰি) নগৰৰ অলিয়ে-গলিয়ে মধুৰস সেৱন কৰি অনানুষ্ঠানিকভাৱে মধুচন্দ্ৰিকা যাপন কৰাটো যে একধৰণৰ জাহি-জাবোৰে অতিকৈ ফুলিবলৈ দিয়া *ম্লেৰাণী ফুলাৰে সুফল কিম্বা কুফল— এয়া ধ্ৰুৰূপ জানিব।

এই ফুল শব্দৰ পৰা প্ৰত্যয় যোগে বা সমাসবদ্ধ ৰূপত আমি ফুলৰি (ফুল ধৰা ধান), ফুলনি, ফুলকোঁৱৰ, ফুলকুঁৱৰী, ফুলকুমাৰী, ফুলেশ্বৰ, ফুলেশ্বৰী, ফুলে (কামৰূপী), ফুলমতী, ফুলচৰণ, ফুলেন্দ্ৰ, ফুলেন আদি শব্দ আৰু ব্যক্তিৰ নাম পাইছোঁ। অৱশ্যে আনবোৰৰ তুলনাত যথেষ্ট সম্ভাৱনা থকা সত্ত্বেও ফুলযুক্ত স্থান-নাম আমি কমেই পাইছোঁ। ফুলনি (কাৰ্বি আংলং), ফুলকুমাৰী (বিজনী), ফুলানৈ (গোৱালপাৰা), ফুলগুৰি (ফুলগুৰিৰ ধেৱাখ্যাত), ফুলবাৰী (গাৰোপাহাৰ) এঁইকেইটা আঙুলি মূৰত গণিব পৰা দুই-চাৰিখন ঠাইৰ নামহে আমি পাওঁ। হৰেক ৰকমৰ ফুল আৰু ইয়াৰ গছৰ দৰে নাকফুল, কাণফুল (কৰ্ণফুল), ফুলকুৰি আদি আ-অলংকাৰৰ নামো পাইছোঁ। ফুলৰ দৰে কোমল বাবে ফুলকুমলীয়া, ফুকলীয়া; ফুলকুমলীয়া অৱস্থাতে বাঁৰী হোৱা বাবে ফুলবাঁৰী (তু. ফুলতে বাঁৰী হ), ফুলকুমলীয়া পাঠী বাবে ফুলপাঠী, ফুলৰ দৰে আলসুৱাকৈ বঢ়া আলফুলীয়া, তেনেকৈ আচৰণ কৰা বাবে 'আলফুলে' ইত্যাদি বিশেষণ বা ক্ৰিয়া বিশেষণ শব্দ কিছুমানো পাইছোঁ। সেইদৰে, ফুলটোৰ মূৰত ক্ৰিয়াটো', 'মুখত ফুলচন্দন পৰক', 'ফুল ফুলিলে গোন্ধ ওলা', 'ফুলৰ তগৰ যুৱতীৰ জগৰ' আদি প্ৰবাদ পটন্তৰৰ মূলতে ফুল নামৰ এই উদ্ভিদবিধে।

আনহাতে ফুলাম (ফুলৰকৰ্ম), ফুলতী (ফুলৱতী). ফুল উঁৰিকণা মাছ, ফুলছিৰি, ফুলিছা, ফুল-চটি, ফুল-বিচনী (ফুলাম বিচনী), ফুলবচা ফুলকটা ইত্যাদি শব্দ বা বাক্যাংশৰ ব্যুৎপত্তি সাধনত জানো এইবিধ উদ্ভিদ ফুলৰ কিব৷ সম্পৰ্ক আছে? যদি আছে ইয়াৰ

ফুলসদৃশ চিত্ৰ বা নক্সা (শালৰ কাপোৰত বচা, বাঁহৰ কামিত তোলা, কাগজ-তুলাপাত বা সাঁচিপাতত আঁকা নতুবা কাঁহ-পিতলৰ পাত্ৰত খোদিত কৰা) হোৱা বাবে ইয়াৰ অৰ্থগত সাদৃশ্যহে আছে। ফুলৰ এইটো দ্বিতীয় অৰ্থৰ পৰাও আমি ছুঅঁৰা-ছুনুৰি শব্দ বা শব্দগুচ্ছ (বাক্যাংশ) পাইছোঁহঁক। 'তাঁতত সপোন বচিব পৰা' অসমীয়া শিপিনীয়ে দুকুৰি কাঠি ফুলৰ আগে-পিছে আঁচফুল আৰু কাষত ফুলকাষৰি, পাণকটা কাষৰি, ছাকোটা কাষৰি দি তাতে বুটা বছা, গুণা কৰা আৰু দহি বটাৰ কামো চালে চকুৰোৱাকৈ কৰিব জানে।

আজন্ম শিল্পী, বয়নবিদ্যাত নিপুণা জনজাতীয় নাৰীৰ দৰে তেওঁলোকেও বয়নশালত বিচনী, জাপি, দাপোন, যঁতৰৰ হাত, পাহাৰ, নদী, মাছ, মকৰা, মাখি, ময়ুৰ, ভাটৌ, হাতী, হৰিণ, নৰ-নাৰী, জোন-বেলি-তৰা, গছ-লতা-পাত-ফুল, কল্কা আদিৰ আৰ্হি-ফুল বচাৰ উপৰি ঘট, পদুম, ঢোল, পেঁপা, জোনবিৰি, ঢোলবিৰি, থাপনা ফুল (গোসাঁই ঘৰৰ বাবে) আদি কিছু আৰ্হি-ফুল সুকীয়াকৈ বাচে। আনহাতে, ভৈয়ামৰ বড়ো-ৰাভা আদি জনজাতীয় নাৰীয়ে বিশেষ বিশেষ উদ্দেশ্যে ব্যৱহাৰ কৰিবলগীয়া আয়ৰা (বনকুকুৰা), শিংৰা (শিংৰা নদীৰ দলং, জ্যামিতিক নক্সা), বাগা-বাগি (বাঘ-বাঘিনী, মন্দিৰ বা গোসাঁই ঘৰৰ ব্যৱহাৰাৰ্থে), ব্ৰহ্মাণী (এই ফুল বাচোঁতে কেনা লাগিলে শিপিনীগৰাকী অন্ধ হোৱাৰ সম্ভাৱনা থাকে; কৱচ কাপোৰত বচা আৰ্হি) আদি ফুলৰ চানেকি বাচে। বড়ো গাভৰুৱে একান্তমনে ভালপোৱা অথচ তাৰ সৈতে বাস্তৱত বিয়া হ'বলৈ নোপোৱা পুৰুষক দিবলগীয়া 'হাংমা-হাংছুনি ফালি'-ত কেতবোৰ স্বকীয় উদ্ভাৱনাৰে সমুজ্জ্বল আৰ্হি-ফুলৰ চানেকি চয়ন কৰে। আজিকালিৰ জনপ্ৰিয় ব' সূতাৰ জাকিত ব'ব পৰা শ্বাল বা আলোৱানত তেওঁলোকে *ড্ৰিল ফুল* (dril) অৰ্থাৎ ৰম্বাছ, আয়তক্ষেত্ৰ বা বৰ্গক্ষেত্ৰৰ কৰ্ণৰ সমান্তৰালভাৱে বোৱা), *ডায়মণ্ড ফুল* (diamond; ৰম্বাছগঢ়ীয়া), *ঘড়ী ফুল* (অৰ্ধবৃত্ত বা অধিবৃত্তৰ গঢ়ৰ) আদিৰ বয়ন কলা ক'ত কেনেকৈ শিকি পেলালে সেইটোও এটা ভাবিবলগীয়া বিষয়। সাধাৰণ লোকৰ ফুল-প্ৰীতিয়ে উদ্ভিদ ফুলৰ ডুপ্লিকেট স্বৰূপ— ফুলাম বিচনি, ফুলাম চাবি, ফুলাম হোৰা, ফুলাম টুপী, ফুলাম চুঙা, ফুলাম জাপি (ইও আকৌ দুবিধ সৰুদৈয়া আৰু বৰদৈয়া) অথবা ফুল-চতি, ফুল-ছিৰি, ফুল-চেৰেকি, ফুল-কটাৰী (ডবুৱা কটাৰী, মাংগলিক কাৰ্যত ব্যৱহৃত), ফুল-বৰশী ইত্যাদি সূক্ষ্ম কাৰুকাৰ্যখচিত কলালৈ উত্তৰণ। 'ভমকাফুলীয়া মেখেলা', 'বাৰবিফুলীয়া চেলেং পৰা' (চকুৰ মণিৰ বৰণ ক'লা গুচি বগা হোৱা, ফুলৰ দৰে দাগ পৰে বাবে), 'জায়ে গাত ফুল বচা' (বসন্তৰ দাগ) আদি বাক্যাংশ বা 'অতি ফুলতীৰ ফুলত কেণা/অতি ফুলতীৰ ঘৰ নাই', 'ফুল বচা তৰাঘৰ/সৰগ দেখা বৰঘৰ' আদি প্ৰবাদ-পটন্তৰৰ গুৰিতো ফুলৰ এই দ্বিতীয় অৰ্থটোৱেই। বৰ্তমানে জনপ্ৰিয় হ'বলৈ ধৰা অলংকৃত মাছৰ খেতিৰ সাঁচ আমাৰ থলুৱা ফুল উঠিকণা মাছতে নাচিল জানো— কথাটো অলপ ভাবি চাবলগীয়া।

সাগৰ-মহাসাগৰৰ পানীৰ তলত পাথৰ বা শিলৰ দৰে টান বস্তুৱে ফুলৰ দৰে নতুবা মৃগনাভিৰ পৰা উৎপন্ন হোৱা সুগন্ধি কস্তুৰী বা গান্ধ-কলাইৰ দৰে মাতৃৰ গৰ্ভতো ফুল ফুলে। গুটি বা ফল লাগিবলৈ ফুল ফুলাৰ দৰে সন্তান অৰ্থাৎ পোৱালি বা কেঁচুৱা হ'বলৈকো গৰ্ভত ফুল ফুলিবই লাগিব, সেয়া দেখাত ফুলসদৃশ (ধুনীয়া, বৰ্ণীন আৰু সুবাসিত নহ'লেও) হওক বা নহওক। এয়াই গৰ্ভৰ ফুল। ফুলপানী (ভঙা), ফুলপানী (ছিলা) আদি ইয়াৰে সম্প্ৰসাৰিত ৰূপ। উজনি অসমত ফুলপানী ছিলা নামৰ ঠাই এডোখৰো আছে; বিহুগীত এফাঁকিত তাৰ কথা আকৌ এনেদৰে পাওঁ—

"আজি বিহু বিহু কালি বিহু বিহু
নাহৰ ফুল ফুলিবৰ বতৰ;
ফুলপানী ছিলাতে ঢোলৰ মাত শুনি
উজুটিত ভাঙি যাওঁ যঁতৰ।"

ফুলৰ চতুৰ্থ অৰ্থ হ'ল মাছৰ ফুল অৰ্থাৎ জলক্ৰম। দেখাত টিকটিকীয়া ৰঙা আৰু কেইবাতৰপীয়া জবাফুল বা জেলুকীয়া ঠাইত গজা নাম নজনা ৰঙা ফুলৰ দৰে দেখিয়ে চাগে আদিম মাছ চিকাৰীয়ে তৎক্ষণাত ইয়াকো কৰি পেলালে ফুল। এয়া কিন্তু জীৱ-বিজ্ঞানৰ দৃষ্টিভংগীৰে সাংঘাতিক ভুল। কাঠ মাছৰ বাহিৰে কাণপাখিৰে ঢাক খাই থকা আৰু পানী পাই সক্ৰিয় হৈ থকা এই ফুল বামত থোৱা মাত্ৰে নিৰ্জীৱ-নিষ্প্ৰাণ হৈ নিজৰ লগতে ফুলধাৰি প্ৰাণীকো কলধপ কলধপকৈ মৃত্যুমুখলৈ ঠেলি দিয়ে। মাছৰ ফুলৰ গতি প্ৰকৃতিলৈ লক্ষ্য কৰিয়ে মাছৰ বজাৰত আজিকালি ক্ৰেতা-বিক্ৰেতাৰ মাজত জোৰদাৰ দাম-দৰ চলে। (মাছটো কিমান তাত্কা তাৰ প্ৰমাণ মাছৰ ফুলে নিদিয়ে জানো— সেয়ে তাজা-তাতকা (ফ্ৰেছ) মাছৰ তেজ মাছৰ কচায়ে পচা মাছৰ ফুলতে গালে-মুখে সানি দি শৃংগাৰ কৰি ৰাখে; যাৰ বাবে গৃহস্থই গৃহিণীৰ তিৰস্কাৰ খাবলগীয়া হয়।)

ফুলৰ আটাইতকৈ জনপ্ৰিয় আৰু সৰ্বৱহী অৰ্থ হ'ল— একে মূলৰ পৰা সৃষ্ট, ধাতু হিচাপে প্ৰয়োগ হোৱা ফুলা কাৰ্য। নিজে প্ৰস্ফুটিত হ'লে 'ফুল' আৰু আনক প্ৰস্ফুটিত কৰালে 'ফুলা' (গাঁচনি ধাতু)। গছৰে আগ নাথাকে সকলো গছে কলি পেলাই ঢোপাকলি (পুষ্প মুকুল) হোৱাৰ পিছত চুপহি মেলি ফুল ফুলে। ফুল অৰ্ধভাৱে বিকশিত হ'লে 'আধা মেলা ফুল' আৰু পূৰ্ণভাৱে বিকশিত হ'লে 'ফুলা ফুল' (পদুমৰ ক্ষেত্ৰত হ'লে বিশ্বপদ্ম) নাম পাই ক্ৰমান্বয়ে লেবেলি যোৱা, মৰহা, সৰা আদি পৰ্যায় পায়। অশেষ যত্ন কৰি ফুলনিত বিধে বিধে ফুল কই বতৰে-অবতৰে ফুলিবলৈ দিলে ফুল ফুলোৱা বোলে— যেনেকৈ বিয়ানামত 'কি ফুলে ফুলালা' বুলি যে গোৱা হয় তেনেকৈ, 'বাতিৰ ভিতৰত মাতে কেঁচা/ফুলে বাঁহ সেই গিৰি নিৰ্জীয়ে ছয়মাহ' বুলি সাৱধান বাণী শুনোৱা, বাঁহফুলা কাৰ্যৰ দৰে নুফুলা (নুফুলন্তী) ফুল, বাজি ফুলা ফুল,

**ফুলা সৰিয়হৰ ভৰা, মূৰ ফুলা** জতুৱা ঠাচ-খণ্ডবাক্যত ইয়াৰ প্ৰয়োগ অপৰিহাৰ্য। এইখিনিতে অপ্ৰাসংগিক হ'লেও এষাৰ কথা মনত পৰিছে, কৈয়ে লওঁ দিয়ক। মোহিনী মন্ত্ৰ, আহুদী বা কামসেন্দূৰত ব্যৱহাৰ কৰা সামগ্ৰীত অন্য কিবা উদ্ভিদ থাকে, তেন্তে মন্ত্ৰবলত বা মোহিনীবিদ্যাত মোহিত হৈ হোৱা বিবাহৰ ক্ষেত্ৰত সেই সেই উদ্ভিদে **ফুল ফুলা বতৰত** হেনো দাম্পত্য কলহে 'বহ্বাৰম্ভে লঘু ক্ৰিয়া'ৰ পৰিসৰ ভাঙি কিছু বৰ্হিবৃত্তত অৱস্থান কৰে অৰ্থাৎ গৃহকন্দল তুংগত উঠে। কথাটো নিতান্তই ভাবিবলগীয়া।

এই **ফুলা** আৰু **ফুলোৱা** কাৰ্য দুটাৰ আন অৰ্থতো প্ৰয়োগ আছে। নিজে নিজে একো নকৰাকৈ স্ফীত হোৱা, ওফন্দি উঠা, উখহা আদি কাৰ্য হ'বলৈ পালে **'ফুলা'** (অকৰ্মক ধাতু ঃ **ফুল**) আৰু আনৰ দ্বাৰা তেনে কাৰ্য হ'লে **'ফুলোৱা'** (সকৰ্মক ধাতুঃ **ফুলা**) বোলে। ধৰি লওক আপুনি পুৱা সাৰ পাই উঠি মুখ-হাত ধুবলৈ লওঁতে গম পালে যে আপোনাৰ **গাল-মুখ ফুলি আছে**; তাৰ কাৰ্য-কাৰণ অজ্ঞাত। সেইদৰে ক'ব নোৱাৰাকৈয়ে কেতিয়াবা **পেট ফুলে, হাত-ভৰি ফুলে**, বিশেষ বিশেষ **অংগ প্ৰত্যংগ ফুলে**। কিন্তু বেছিভাগ ক্ষেত্ৰতে কাৰ্য-কাৰণ থাকে। যেনে মুখেৰে ফুৱাই বা হাইড্ৰ'জেন গেছ ভৰাই **বেলুন ফুলোৱা** হয়, ডিঙি, বুকু আদি সংকোচন-প্ৰসাৰ কৰিব পৰা অংগ-প্ৰত্যংগ প্ৰয়োজন সাপেক্ষে নিজৰ অনুকুলে **ফুলাই ল'ব** পৰা যায়; কিন্তু কেতিয়াবা তেনে কাৰ্য কৰোঁতে ধৰা পৰে আৰু আচল অৰ্থ নোহোৱা হয়। কোনোবাই **ডিঙি ফুলাই** বক্তৃতাৰ **ফুলজাৰিহে** মাৰিব পাৰে অথবা **বুকু ফুলাই** (ফিন্দাই) মদগৰ্বীহে হ'ব পাৰে; কাৰোবাৰ ভাল কামৰ বাবে তেওঁলোকৰ **বুকু ফুলি নুঠে** বা হক কথাৰ বাবে মাত মাতিবলৈ তেওঁলোকৰ **ডিঙি ফুলি নুঠে** অৰ্থাৎ ডিঙি কোচ খায়। সেইদৰে বহুতে নিজ ইচ্ছাৰে বাচ-বিচাৰ নকৰাকৈ *গাড়ীৰ টেংকি ফুল* কৰাৰ দৰে *পেট ফুল* কৰি লৈ **পেট ফুলা** বেমাৰৰ নামত সাত-কিল মাৰে। তেওঁলোকৰো যুক্তি নথকা নহয়— সকলোতে তেল মাৰি ফুৰোঁতে ফুৰোঁতে যদি 'তেলোৱা' কাৰ্য ব্যাকৰণসিদ্ধ হয় (বিশেষ্য তেল + নামধাতুবাচক প্ৰত্যয় আ= ✓তেলা) তেন্তে যধে-মধে যিহকে-তিহকে গিলিলে অৰ্থাৎ *পেট ফুল (full) কৰিলে* কে'লৈ '*পেট ফুলোৱা* কাৰ্য নহ'ব (পেট ফুল + আ= ✓পেট ফুলা)। কাৰণ অসমীয়া মানুহৰ এনেয়েও পেটত ভাটৌ, কুলি আদি চৰাই পোহাৰ স্বভাৱ আছেই (পেট ভাটৌ, পেট কুলি বুলি যে কয়) আৰু প্ৰয়োজন সাপেক্ষে অসমীয়া মানুহে (মায়ঙীয়া যাদুবিদ্যাৰ সুবাদত) কাছৰ দৰে পেটতে হাত-ভৰি সামৰি-সুতৰি লুকুৱাই ৰাখিবও পাৰে। ('পেটতে হাতে ভৰি লুকালে' বুলি যে কয়) উজনি অসমত **ফুলা** আন এক অৰ্থতো প্ৰয়োগ হয়। **'ফুলা তামোল'** বাক্যাংশই অপৰিপক্ক বা বেয়া তামোল অৰ্থ সূচায়।

**ফুলৰ মহিমা** ইমানতে শেষ হোৱাহেঁতেন কথাই নাছিল। অৰ্থতত্ত্বৰ মুখ্যাৰ্থ, লক্ষ্যাৰ্থ, ব্যংগাৰ্থ, আনুভূতিক অৰ্থ আৰু উদ্দিষ্টাৰ্থৰ উপৰি অলংকাৰ শাস্ত্ৰৰ অভিধা-

লক্ষণা-ব্যঞ্জনা কিম্বা শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ তাত্ত্বিক দিশত ব্যাখ্যা কৰিলেও কৰিব পাৰে; কিন্তু সাধাৰণ লোকৰ মন-মগজুৰে ঢুকি নোপোৱা **ফুল মহটা** (মটা ফুলৰ দৰে জিলিকা মহটা অৰ্থাৎ **ফুলজাৰি/ঝুৰি**), **ফুল কাঠ** (ফুলৰ দৰে কোমল আওকাঠী গছ), **ফুল বস্তু** (দেখাত ফুলৰ দৰে আৰু সুকোমল খাদ্যবস্তু=আখৈ, বিয়াত চাগৈ সেয়ে পুষ্পাঞ্জলি দিয়াৰ দৰে আখৈৰে লাজাঞ্জলি দিয়া হয়), **ফুলকুৰি** (কাণত পিন্ধা অলংকাৰ), **ফুলবাবু** (ফুলাম সাজ-পাৰ পিন্ধি নিজকে ফুলৰ দৰে আটকধুনীয়াকৈ ৰখা ডেকা বা ভদ্ৰলোক) ইত্যাদি শব্দৰ অৰ্থ বিচাৰ কৰা যিমান মস্কিল তাতকৈ কম মস্কিল নহয় ভৰিৰ **কলাফুল** (**কলফুল** বা **কলডিলৰ** দৰে দেখি বাবে?) আৰু ইয়াৰ সম্প্ৰসাৰিত ৰূপ **কলাফুলীয়া দ** (আঠুৰনীয়া দ'তকৈ কিছু বাম), **থেকেৰাফুলীয়া** (বৈষ্ণৱৰ ৰাতি খোৱা সম্প্ৰদায়, ঠিক যেনিবা থেকেৰাটেঙাই ৰাতিটোৰ ভিতৰতে গুপুতে ফুলি সৰি পৰা কাৰ্যৰ দৰে সকলোবিলাক ঈশ্বৰ সেৱা এৰাতিৰ ভিতৰতে গুপুতে সমাধা কৰিব লাগে বাবে), **থেকেৰাফুলীয়া বিয়া** (অনুষ্টুপীয়াকৈ পতা বিয়া, গুপুতে পতা বিয়া), **ফুলবিহাৰ** (ৰাতি খোৱাৰ চাৰিটা বিহাৰৰ অন্যতম বিহাৰ; **ফুলবিহাৰত** ভকত-ভকতনী আৰু ৰান্ধনীয়ে হাতত সেৱাৰ দ্ৰব্যলৈ নাচ-গান কৰি ৰান্ধনীশালৰ পৰা আহে), **বক্তৃতাৰ ফুলজাৰি মৰা**, **জীৱন ফুলশয্যা নহয়, মুখত ফুল চন্দন পৰক** বোলা আপ্তবাক্য বা শব্দগুচ্ছৰ নিৰ্মিতিত। নামনি অসমৰ কথিত ভাষাততো আৰু এখোপ চ'ৰা। ফুলৰ দৰে দেখা পখৰা-চিতৰা ধান বাবে **ফুলপাখ্ৰি ধান**, মাংগলিক কাৰ্যত ব্যৱহৃত ডবুৱাকটাৰী বাবে **ফুলকটাৰী**, ফুলৰ মালা পিন্ধাই পাতি দিয়া বিয়া বাবে **ফুলবিয়া** (এই বিয়াত দৰা-কইনাৰ নামো সেয়ে **ফুলপাত্ৰ** আৰু **ফুলকণ্যা** বুলিহে পৰিচিত), বৰশী বাওঁতে মাছক প্ৰলোভিতত কৰিব পৰা বৰশী **ফুলবৰশী**, ৰহস্যভেদ কৰিব নোৱাৰা গোসাঁই বাবে '**হামফুলীয়া গোহাই**', মাৰৈ বা মনসা পূজাৰ দেওধনীয়ে ছায়ামায়া দঁকৰ পিছত আৰু ভৰ দঁকৰ আগত পৰিব লগা মধ্যমীয়া দঁকৰ নাম হ'ল **ফুল দঁক** (**ফুলবন** অৰ্থাৎ শিৱগোসাঁইৰ প্ৰমোদ উদ্যানত সন্দেহপৰায়ণা মাতৃ দুৰ্গাদেৱীক মনসা বা পদ্মাৱতীৰ দংশন অৰ্থাৎ দঁক)। বাংলা-হিন্দী ভাষাতো ফুলকেন্দ্ৰিক শব্দৰ ভঁৰাল যথেষ্ট মজবুত। ***ফুলদোল*** (বৈশাখী-পূৰ্ণিমাত উদ্‌যাপিত শ্ৰীকৃষ্ণৰ দৌলোৎসৱ), ***ফুল-বাতাসা, ফুলঝুৰি*** (ফুলজাৰি), ***ফুলৰি*** (মাহৰ গুৰিৰে ভজা বৰ তু. হিন্দী. ফুলোৰা), ***ফুলকা*** (ফুলি উঠাকৈ সেকা শুকান ৰুটি), ***ফুল বাগান, ফুলবালা, ফুলৱালী, ফুলশৰ, ফুলধনু, ফুলবাণ*** (কামদেৱ) ইত্যাদি। খুব সম্ভৱ সেইবিলাক ভাষাৰ পৰাই আমি **ফুলদানি, ফুলঝাড়ু, ফুলবাবু, ফুলচুৰি, ফুলৰ তোৰা, ফুলৰ মেলা** ইত্যাদি শব্দ পাইছোঁ।

আকৌ ফুল বুলি ক'লেই সকলো ভাষাতে উভৈনদী আৰু সমাদৃত **ফুলৰ মালা** বা মাল্যৰ কথাও আহি পৰে। মালাঞ্চৰ মালী, মালিনী বা মালাকাৰৰ হাতে গ্ৰন্থিত সৰ্বজন পৰিধেয় পুষ্পমালাৰ দৰে ৰাজ-ৰাজেশ্বৰীৰ পৰিধেয় মুকুতামালা,

বনমালীৰূপী শ্ৰীকৃষ্ণৰ পৰিধান বনমালা, সদাশিৱৰ ভূষণস্বৰূপ সৰ্পমালা, চামুণ্ডাৰূপিনী দুৰ্গাৰ আভৰণ মুণ্ডমালা, আংগুলিমালে পৰিধান কৰা অংগুলিমালা নতুবা সাধু-সন্যাসীয়ে ধাৰণ কৰা ৰুদ্ৰাক্ষৰ মালা, পাহাৰী কন্যাই ভালপোৱা মুদ্ৰাৰ মালা, স্বয়ম্বৰত কন্যাই (জনজাতীয় নাৰী) বৰ বৰণ কৰা বৰমালা (বৰমাল্য) ইত্যাদিৰ আদান-প্ৰদানৰ পৰা নিৰ্বাচনী সভাত জয়মালা পিন্ধিবলৈ আশা কৰি জোতাৰ মালা পৰিধান কৰিবলগীয়া হোৱা পৰ্যায়লৈকে কত যে ঘটনাবহুল কাণ্ড-কাৰখানা অকল ফুলৰ লগতে জড়িত হৈ থকা নাইনে বাৰু? আকৌ পুষ্পহাৰ, স্বৰ্ণহাৰৰ দৰে হীৰা-মুকুতা-খচিত হাৰ সহজলভ্য নোহোৱাত যিহকে তিহকে ডিঙিত পিন্ধি 'হাৰমাল' কৰি ল'লেও অসমীয়াত ধাৰণকাৰী কন্যাগণৰো যে কিমান বিচিত্ৰ নাম— মধুমালা, মঞ্জুমালা, ৰত্নমালা, কাঞ্চনমালা, কুঞ্জমালা, তেজীমলা, ৰহিমলা, পানীমলা, ৰংমলা আৰু কত কি! অসমৰ প্ৰকৃতিতো এই মলা বা মালাৰে পয়োভৰ— ৰঘুমলা, বনমলা, কঁহিমলা, ঠোঁটমলা— সকলোতে মলাই মলা— কমলাতো (সোণতৰা) কিজানি। ছন্দশিল্পী কবিসকলৰতো কথাই নাই, বিচাৰিলে এই মালাই ওলাব। গুণমালা আদি কাব্য ৰচনাৰ বাবে উপমা-মালোপমা প্ৰমুখ্যে অৰ্থালংকাৰ আৰু কুসুমমালা ছন্দ ব্যতিৰেকে আৰু কি প্ৰধান কাব্যালংকাৰ থাকিব পাৰে।

ফুলৰ সমাৰ্থক আন দুটি শব্দৰ কিন্তু ইমান ব্যাপক প্ৰয়োগ নাই। অৱশ্যে নিজ নিজ ক্ষেত্ৰত সিবিলাকো কম নহয়। **পুষ্প** (নাম), **পুষ্পলতা, পুষ্পা, পুষ্পে,** (কামৰূপী), **পুষ্পধৰ, পুষ্পনাথ, পুষ্পেন্দু, পুষ্পক** (ৰথ), **সপুষ্পক** (উদ্ভিদ), **অপুষ্পক** (উদ্ভিদ), **পুষ্পিকা, পুষ্পবন, পুষ্পবৃষ্টি, পুষ্পশৰ, পুষ্পসজ্জা, পুষ্পাঞ্জলি** ইত্যাদিৰ লগে লগে **কুসুম** (নাম), **কুসুমী, কুসুম্বৰ, কুসুমলতা, কুসুমকুমাৰী, কুসুমমালা, কুসুম-কোমল, কুসুম-কলি, কুসুমাঞ্জলি, কুসুমাকাৰ, কুসুম-কাননৰ** পয়োভৰে কেতিয়াবা কেতিয়াবা ফুলৰ একছত্ৰী নায়কত্বকে খৰ্ব কৰে। সংস্কৃত কুসুম বা কুসুম্ভ শব্দজাত অসমীয়া **কুহুম ফুল**, ইয়াৰ পৰাই কণীৰ ভিতৰত থকা হালধীয়া অংশ **কুহুম** আৰু গা হালধীয়া পৰা ৰোগ **কুহুম-সাৰ** (পাণ্ডু) হৈছে বুলি ভাবিবৰো যথেষ্ট অৱকাশ আছে। নেপালী ভাষাত কণীকো '**ফুল**' বুলিয়েই কোৱা হয়। (যেনেকৈ গোৱালপাৰাৰ হাত্ৰাঘাট অঞ্চলৰ মুছলমানৰ কথিত ভাষাত কণীক 'ফল' বুলি কোৱা হয়।) এইকেইটা শব্দ অৰ্থাৎ ফুল, পুষ্প আৰু কুসুম সমাৰ্থক যদিও ইটোৰ ঠাইত সিটোৰ সকলো ক্ষেত্ৰতে প্ৰয়োগ নহয়। আপুনি ইচ্ছা কৰিলেও **পুষ্পিতাৰ** ঠাইত *ফুলিতা, **পুষ্পবৃষ্টিৰ** ঠাইত *ফুল-বৰষুণ বা *ফুলবৃষ্টি, **পুষ্পাঞ্জলিৰ** ঠাইত *ফুল-আঁজলি বা *ফুলাঞ্জলি কৰিব নোৱাৰে। কৰি চাওকচোন আপুনি **পুষ্পসজ্জাৰ** ঠাইত **ফুলসজ্জা**। আপুনি যদি অবিবাহিত নাৰী আৰু আপোনাৰ যদি **পুষ্পসজ্জা** এটা চখ, তেন্তে আপুনি ভুলবশতঃ ভাৱেও এনেদৰে নক'ব দেই "মই বহুত ঠাইত বহুতৰ সৈতে (অৰ্থাৎ গ্ৰুপলি) **ফুলসজ্জাত** ভাগ লৈছোঁ।" আপোনাক

তেতিয়া 'বীৰাংগনা' বুলি সন্মান নকৰিলেও চকু-চৰহা অসমীয়াই কিন্তু 'বাৰাংগনা' যে বুলিব এয়া নিৰ্ঘাত সত্য।

ফুল যে সদায় ফুলবাঁৰী বা ফুলকলীয়াৰ দৰে কোমল হ'ব লাগিব এনে কোনো কথা নাই। বাস্তৱত কেতিয়াবা আকৌ ফুল নামধাৰী নাৰী, পুৰুষতকৈ কোনোগুণে ৰুঢ়া আৰু কঠোৰ হৃদয়া নোহোৱা নহয়। কৌলৈ আহোম ৰাজতন্ত্ৰত বৰৰজা ফুলেশ্বৰী কুঁৱৰীৰ ভূমিকা বেণ্ডিট কুইন ৰূপী ফুলন দেৱীতকৈ জানো কম প্ৰতিঘাতপূৰ্ণ! সাধাৰণ দেওঘৰৰ নটী, নটৰ জীয়ৰী ফুলেশ্বৰীৰ স্বৰ্গদেউ শিৱসিংহৰ ৰাজপটেশ্বৰী হিচাপেই নহয়, ৰাজদণ্ড হাতত লৈ কৰা প্ৰজা উৎপীড়নৰ বাবেই একালৰ দস্যুৰাণী, একালৰ সাংসদ ফুলন দেৱীৰ সংঘাতময় জীৱনকো চেৰ পেলোৱা নাইনে?

হে *তত্ত্বলঘু (তত্ত্বগধুৰ অৰ্থাৎ seriousৰ বিপৰীত) বিষয়গ্ৰাহী পাঠক-পাঠিকাসকল! আপোনালোক যদি ওঠৰ বছৰৰ অনূৰ্ধ অৰ্থাৎ প্ৰাপ্তবয়স্ক নহয়, তেন্তে মোৰ এই ৰচনা মাত্ৰ ভাষাতত্ত্বৰ সমল হিচাপে জ্ঞান কৰক আৰু গোলাপ ফুলৰ গোন্ধেৰে আমোলমোলোৱা স্কুল বন্ধৰ সময়ছোৱাত *টাইম পাছ কৰক* (কথাতে কয় নহয়— "গোলাপ ফুলৰ গন্ধ/আজি স্কুল বন্ধ")। যিসকল বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী, গৱেষক-গৱেষিকা, অধ্যাপক-অধ্যাপিকা তেখেতসকলে ইয়াৰ গভীৰলৈ গৈ প্ৰকৃত সত্য অনুসন্ধান কৰক অৰ্থাৎ গৱেষণাৰ সমল হিচাপে বাচি লওক। যিসকল গৃহিণী বা যোত্ৰবান গৃহস্থ তেওঁলোকে নিজৰ নিজৰ *ফুলনিবাৰীৰহে ফুল* কেতিয়াবা কৈ আৰু কেতিয়াবা নকৈ চুৰি কৰি চাব। তেতিয়াহ'লে ঝাড়খণ্ডৰ ভগা ৰজা মধু কোড়াৰ নিচিনাকৈ 'ফুল চুৰি' কেছত কোনোকালে *নফচিব* বা *অইনে ফচাব* নোৱাৰিব। নহ'লে আপোনাক উদ্ধাৰ কৰিবলৈ 'বৰৰাণী' হৈ আপোনাৰ পত্নীয়ে আৰু ৰাজদণ্ড হাতত লোৱাৰো কোনো গৰজ নপৰিব।

